# নন্দনতত্ত্বৰ কৰ্মীসকল

ড° ভূপেন হাজৰিকা

সম্পাদনা

ৰতিমোহন নাথ

প্ৰকাশক

বাণী মন্দিৰ
নতুন বজাৰ
ডিব্ৰুগড়- ৭৮৬০০১

বাণী মন্দিৰ
ৰাণীবাৰী, পাণবজাৰ
গুৱাহাটী- ৭৮১০০১

NANDANTATTWAR KARMISAKAL- A collection of articles about the life and works of cultural and literary figures written by Dr. Bhupen Hazarika published by Surjya Hazarika M. Com : Bani Mandir, Ranibari, Panbazar, Guwahati - 781001. 1st edition - 1993
Price - Rs. 50.00 only.

---

প্ৰকাশক ঃ সূৰ্য্য হাজৰিকা
বাণী মন্দিৰ
ৰাণীবাৰী, পাণবজাৰ
গুৱাহাটী- ৭৮১০০১

প্ৰথম প্ৰকাশ - ১৯৯৩

বেটুপাত - অৰুণ নাথ

মূল্য - ৫০·০০ টকা

মুদ্ৰণত - চন্দ্ৰকান্ত প্ৰেছ্ প্ৰাঃ লিমিটেড
তৰুণ নগৰ, গুৱাহাটী - ৭৮১০০৫

# প্ৰকাশকৰ একাষাৰ

ড° ভূপেন হাজৰিকা আজি দেশ-বিদেশৰ জনমানসত এগৰাকী স্বনামধন্য সঙ্গীত শিল্পীৰূপে পৰিচিত আৰু প্ৰতিষ্ঠিত ব্যক্তি। কিন্তু ড° হাজৰিকা কলা-সংস্কৃতিৰ জগতত কেৱল গীতিকাৰ, সুৰকাৰ, সুধা কণ্ঠশিল্পী, চলচ্চিত্ৰ পৰিচালক, সঙ্গীত পৰিচালক, চিত্ৰশিল্পী বা শ্ৰোতা-দৰ্শকৰ প্ৰিয় গণশিল্পীয়েই (Performing artist) নহয়, তেখেত গদ্য-সাহিত্যৰ এগৰাকী কৃতী সাহিত্যিকো। 'গতি', 'বিন্দু', 'আমাৰ প্ৰতিনিধি', 'প্ৰতিধ্বনি'ৰ সম্পাদকৰূপে তেখেতে লিখা সম্পাদকীয়সমূহৰ উপৰিও অসম তথা দেশ-বিদেশৰ বিভিন্ন কাকত-আলোচনীত তথা বিভিন্ন অনুষ্ঠান প্ৰতিষ্ঠানৰ দ্বাৰা প্ৰকাশিত বিভিন্ন আলোচনীত বহু সংখ্যক গীত, প্ৰবন্ধ, ভ্ৰমণ কাহিনী আদিৰ উপৰিও বিভিন্ন সময়ত বিভিন্ন বিষয়ক লৈ লিখা তেখেতৰ চিন্তা-চৰ্চাৰ নিবন্ধবোৰে সমাজ সচেতন শিল্পী ভূপেন হাজৰিকাক এগৰাকী চিন্তাশীল সাহিত্যিকৰূপে এখনি সুকীয়া আসনত অধিষ্ঠিত কৰিছে। তেখেতৰ গদ্যত ব্যৱহাৰ কৰা স্বকীয় ভাষাশৈলীৰ এক সুকীয়া আকৰ্ষণ আছে।

কিন্তু মন কৰিবলগীয়া যে - তেখেতৰ এনে মূল্যৱান গদ্য-সাহিত্যসমূহৰ সঠিক মূল্যায়ন এতিয়াও হোৱা নাই। এনেয়ে সেইবোৰ এতিয়াও কাকত-আলোচনীসমূহৰ পাতে পাতে সিঁচৰতি হৈ পৰি আছে। সাম্প্ৰতিক কালৰ তথা ভৱিষ্যতৰ সমাজ সচেতন পঢ়ুৱৈ সমাজৰ সুবিধাৰ্থে ড° হাজৰিকাদেৱৰ উক্ত লিখনিসমূহ বিষয়ভেদে সংগ্ৰহ আৰু সম্পাদনা কৰি এখনি বৃহৎ সংকলন *'ভূপেন হাজৰিকা ৰচনাৱলী'* নামকৰণেৰে প্ৰকাশ কৰি উলিয়াবলৈ আমি বাণী মন্দিৰৰ তৰফৰ পৰা উদ্যোগ ল'বলৈ প্ৰয়াস কৰি ড° হাজৰিকাদেৱৰ লগত আলচ কৰোঁ। আমাৰ আগ্ৰহৰ প্ৰতি ড° হাজৰিকাদেৱে ইতিবাচক সহযোগিতাৰে সহযোগ কৰি এই কাৰ্য সম্পাদন কৰাত প্ৰথম পদক্ষেপ হিচাপে খণ্ড খণ্ডকৈ বিভিন্ন বিষয়ৰ বিষয়ভেদে একোখনকৈ গ্ৰন্থ প্ৰকাশ কৰাত পূৰ্ণ সহযোগিতা আগবঢ়ায়। ফলশ্ৰুতিত আমি এয়া ১৫

(পোন্ধৰ)খন গ্ৰন্থ - 'জ্যোতি ককাইদেউ', 'বিষ্ণু ককাইদেউ', 'ব'হাগ মাথোঁ এটি ঋতু নহয়', 'বহ্নিমান লুইতৰ পাৰে পাৰে', 'কৃষ্টিৰ পথাৰে পথাৰে', 'নন্দনতত্ত্বৰ কৰ্মীসকল', 'দিহিঙে দিপাঙে', 'বহ্নিমান ব্ৰহ্মপুত্ৰ', 'সময়ৰ পখী ঘোঁৰাত উঠি', 'মই এটি যাযাবৰ', 'গীতাৱলী', 'সৌৰবণী মোৰ বাঙলী জীৱনৰ', 'সম্পাদকীয়', 'সুন্দৰৰ সক বৰ আলিয়েদি' আৰু 'ভূপেন মামাৰ গীতে মাতে অ আ ক খ' প্ৰকাশ কৰি উলিয়াইছোঁ। আমাৰ এই প্ৰচেষ্টা সফল হোৱাত শ্ৰীৰতিমোহন নাথে অতি আন্তৰিকতাৰে আৰু অতি কষ্টেৰে ভূপেন হাজৰিকাৰ লিখনিসমূহ বিভিন্ন কাকত আলোচনীৰ পৰা সংগ্ৰহ কৰি বিষয়ভেদে ভাগ ভাগ কৰি পৃথকে পৃথকে একোখন কিতাপ প্ৰকাশৰ উপযোগীকৈ যুগুতাই দিছে।

প্ৰসঙ্গক্ৰমে উল্লেখযোগ্য যে সদ্যহতে আমি প্ৰকাশ কৰি উলিওৱা ওপৰোক্ত গ্ৰন্থসমূহত সন্নিবিষ্ট কৰা প্ৰবন্ধ-পাতিবোৰৰ বাহিৰেও কাৰোবাৰ হাতত ড° হাজৰিকাৰ অধিক লিখনি ওলাব পাৰে, তেনে লিখনিসমূহ আমালৈ পঠিয়াই দিলে, কৃতজ্ঞ সহকাৰে আমি ইয়াৰ পৰৱৰ্তী সংস্কৰণত অথবা 'ভূপেন হাজৰিকা ৰচনাৱলী' নামকৰণেৰে পৰৱৰ্তী পৰ্যায়ত ওলাবলগীয়া একত্ৰিত গ্ৰন্থত সন্নিবিষ্ট কৰি প্ৰকাশ কৰাৰ আশা ৰাখিছোঁ। এই প্ৰসঙ্গত ড° ভূপেন হাজৰিকাদেৱেও অসমৰ জনসাধাৰণলৈ আবেদন জনাইছে এইবুলি - "মোৰ গদ্য-সমগ্ৰ সংগ্ৰহ আৰু সম্পাদনা কৰি প্ৰকাশ কৰাৰ দায়িত্ব মই শ্ৰীসূৰ্য্য হাজৰিকাক দিলোঁ। কৰবাত কাৰোবাৰ হাতত যদি মোৰ গদ্য, শুভেচ্ছাবাণী, অভিমত আৰু অন্যান্য লিখনি আছে, তেন্তে তলৰ ঠিকনালৈ পঠিয়াবলৈ মই অনুৰোধ জনালোঁ, সহযোগ কৰোঁতাসকলৰ নাম কৃতজ্ঞতাৰে প্ৰকাশ কৰা হ'ব।"

এই প্ৰসঙ্গতে স্বীকাৰ কৰিবলগীয়া যে - সদ্যহতে প্ৰকাশ কৰিবলৈ লোৱা এই গ্ৰন্থখনি যুগুত কৰি দি শ্ৰীৰতিমোহন নাথে সেই ৰচনা- সমগ্ৰ প্ৰকাশৰ বাবে এটি শকত ভেটি তৈয়াৰ কৰি দিছে। শ্ৰীনাথলৈ আমাৰ ধন্যবাদ আৰু কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। পাণ্ডুলিপিসমূহ পুনৰীক্ষণ কৰি আৰ্হি-কাকত শুধৰাই এইলানি গ্ৰন্থ প্ৰকাশত বিশেষভাৱে সহযোগিতা আগবঢ়োৱা বাবে আভিধানিক শ্ৰীসুমন্ত চলিহালৈ আমাৰ কৃতজ্ঞতা প্ৰকাশ কৰিলোঁ। তাৰোপৰি এই গ্ৰন্থসমূহ নিখুঁতভাৱে ছপাবলৈ যত্ন কৰা 'চন্দ্ৰকান্ত প্ৰেছ প্ৰাইভেট লিমিটেড্' আৰু ইয়াৰ সহকৰ্মীবৃন্দ আৰু গ্ৰন্থখন জনসাধাৰণৰ মাজলৈ প্ৰসাৰত সহায় কৰা বাণী মন্দিৰ আৰু অন্যান্য বিক্ৰী প্ৰতিষ্ঠানৰ কৰ্মীবৃন্দলৈও আমাৰ আন্তৰিক ধন্যবাদ জনালোঁ।

সকলো শুভাকাংক্ষীৰ সহযোগিতা কামনাৰে -

বিনয়াৱনত

সূৰ্য্য হাজৰিকা
প্ৰকাশক

বাণী মন্দিৰ
ৰাণীবাৰী, পাণবজাৰ
গুৱাহাটী - ৭৮১ ০০১, ০১-০১-৯৩

# 'নন্দনতত্ত্বৰ কৰ্মীসকল'ৰ বিষয়ে

'সুন্দৰৰ ন দিগন্ত'ৰ সন্ধানত আজীৱন সাধনা আৰু সংগ্ৰামত ব্ৰতী হৈ থকা গন্ধৰ্ব কোঁৱৰ ভূপেন হাজৰিকাদেৱে এঠাইত লেখিছে- "জীৱনটোনো কিমান পৰ ? কেইটামান মুহূৰ্ত, কেইটামান প্ৰহৰ— । কিন্তু কি বিশাল অনিঃশেষ সৌন্দৰ্যৰ মাজেৰে সেই প্ৰহৰ আহিছে ৰূপৰ মাজেৰে, মাধুৰ্যৰ মাজেৰে- সিঁহতে যেন চিৰস্মৰণীয় হ'বলৈ ক্ষুধাৰ হাত পাতি আছে। সেই মুহূৰ্ত হয়তো আহেও শেষো হৈ যায়; কিন্তু মাধুৰ্যৰতো শেষ নাই। সেই মুহূৰ্তক নাট্যকাৰে নাটকেৰে, চিত্ৰকৰে তুলিকাৰে, গীতিকাৰে গীতেৰে, নৃত্যবিদে নৃত্য-মুদ্ৰাৰে, কবিয়ে কবিতাৰে চিৰদিনৰ বাবে সৃষ্টিত বন্দী কৰি ৰাখে। সেয়েই হয় সংস্কৃতি। গতিকে সাহিত্য আৰু সংস্কৃতি বা কবিতা আৰু গীত জানো বৰ লগা-ভগা নহয় ?" ইয়াৰ উত্তৰত 'হয়' বুলি কোৱাৰ বাহিৰে 'নহয়' বুলি কোৱাৰ কোনো যুক্তি হয়তো বিচাৰি পোৱা নাযাব।

মন কৰিবলগীয়া যে সেই অনিঃশেষ সৌন্দৰ্য আৰু মাধুৰ্যৰ মাজেৰে চিৰস্মৰণীয় হ'বলৈ ক্ষুধাৰ হাত পাতি অহা প্ৰতিটো মুহূৰ্তক একো একোটা নান্দনিক ৰূপত বন্দী কৰিবৰ বাবে যিসকলে সাহিত্য আৰু কলা-সংস্কৃতিৰ সাধনাত ব্ৰতী হৈ পৰে সেইসকলক ভূপেন হাজৰিকাদেৱে নন্দনতত্ত্বৰ বনুৱা বুলিহে অভিহিত কৰিছে। ইয়াত নন্দনতত্ত্বৰ বনুৱা বোলোঁতে কেৱল 'কলাৰ বাবে কলা' চৰ্চাৰ আদৰ্শত বিশ্বাসীসকলৰ কথা ভাবি ল'লে নিশ্চয় ভুল কৰা হ'ব। প্ৰকৃততে তেখেতৰ দৃষ্টিত নন্দনতত্ত্বৰ বনুৱা সেইসকলহে- যিসকলে কেৱল 'কলাৰ বাবে

কলা' চৰ্চা নকৰে- কৰে মানুহৰ বাবেহে। অৰ্থাৎ যিসকলে- মানুহৰ সমাজখনক সুন্দৰকৈ সজোৱাৰ প্ৰয়াসেৰে কৃষ্টিৰ কঠিয়াতলীত নিত্য নতুন সৃষ্টিৰ বীজ অংকুৰিত কৰিবলৈ সাধনা আৰু সংগ্ৰামত ব্ৰতী হৈ পৰে সেইসকলহে প্ৰকৃততে নন্দনতত্ত্বৰ বনুৱা।

এই নন্দনতত্ত্বৰ বনুৱাসকলে মানুহৰ এই সমাজখনক সুন্দৰৰ এক নতুন দিগন্তলৈ আগুৱাই নিয়াৰ প্ৰয়াসেৰে সুন্দৰৰ সৰু-বৰ আলিয়েদি বাট বুলোঁতে, প্ৰায়েই তেওঁলোকে দুষ্কৃতি বা অপ-সংস্কৃতিৰূপী পিশাচী এন্ধাৰৰ বিৰুদ্ধে সংগ্ৰামত অৱতীৰ্ণ হ'বলগীয়াও হৈছে আৰু সেই অসুন্দৰবিনাশী সংগ্ৰামত তেওঁলোকে কলা-সংস্কৃতিক অস্ত্ৰ হিচাপে লৈ যুগে যুগে সেই 'ৰণৰ অগনি সুৰেৰে নুমোৱা'ৰ ব্ৰতত ব্ৰতী হৈ আহিছে। এই সংগ্ৰামী বনুৱাসকল সততে নিৰাশাবাদী নহয়- আশাবাদীহে। সেইবাবেই, তেওঁলোকে সদায় 'আশাৰে গীত গাই গাই'- 'জীৱনৰ জেউতিৰে জ্বলোৱা দীপাৱলী'ৰ পোহৰত এখনি সুন্দৰ সমাজ গঢ়াৰ সপোন দেখি আহিছে।

উল্লেখযোগ্য যে বৰ লুইতৰ পাৰৰ গন্ধৰ্ব কোঁৱৰ ভূপেন হাজৰিকাই তেখেতৰ যাযাবৰী শিল্পী জীৱনত দেশ-বিদেশৰ যিসকল নন্দনতত্ত্বৰ মহান সাধকৰ সাহচৰ্য লাভ কৰাৰ সৌভাগ্য হৈছে- যিসকলৰ জীৱনৰ প্ৰতিটো মুহূৰ্তৰ পৰা বিন্দু বিন্দুকৈ শিক্ষা আহৰণ কৰি নিজৰ শিল্পী জীৱনটোক এনেদৰে গঢ়ি তুলিবলৈ অনুপ্ৰেৰণা লাভ কৰিছে- সেইসকল সুন্দৰ মনৰ মহৎ লোকৰ বিশাল ব্যক্তিত্ব আৰু সাধনাময় সংগ্ৰামী জীৱনাদৰ্শৰ প্ৰতি আলোকপাত কৰি কলাৰত্ন ভূপেন হাজৰিকাই বিভিন্ন সময়ত বিভিন্ন ধৰণৰ প্ৰবন্ধ লেখিছে। তেওঁ আলোকপাত কৰিছে সেই সকল লোকৰ সৃষ্টি-প্ৰতিভা আৰু মহত্ত্বপূৰ্ণ অৱদানৰ প্ৰতিও। অৱশ্যে তেখেতে নিজে লগ নোপোৱা কোনো কোনো দুই-চাৰিগৰাকী গুণী লোকৰ কথাও যে একেবাৰে লেখা নাই এনে নহয়- লেখিছে। অকল সেয়ে নহয় ভূপেন হাজৰিকাদেৱৰ সান্নিধ্য বিচাৰি দৌৰি যোৱা উদীয়মান কলা-সাধকৰ বিষয়েও তেওঁ বিভিন্ন ধৰণৰ প্ৰবন্ধ-পাতি লেখি কাকতে-পত্ৰই প্ৰকাশ কৰিছে। তেওঁ নেলেখাকৈ থকা নাই দুই-চাৰিগৰাকী সুন্দৰ মনৰ ৰাজনীতিকৰ বিষয়েও। তেখেতৰ এনে মূল্যৱান প্ৰবন্ধ-পাতিবোৰৰ প্ৰায় আটাইবোৰেই বিভিন্ন সময়ত বিভিন্ন ধৰণৰ কাকত-আলোচনীৰ পাততহে প্ৰকাশ পাইছিল আৰু আজিলৈকে সেইবোৰ সেই কাকত-আলোচনীবোৰৰ পাতে পাতে নীৰৱে পৰি আছে। সেই হেতুকেই এইখিনিতে এটি প্ৰশ্ন জাগে যে স্বনামধন্য এই গীতিকাৰগৰাকীয়ে স্বকীয় ভাষা-শৈলীৰে লেখা এনে মূল্যবান গদ্যৰাজি সংগ্ৰহ কৰাৰ জানো প্ৰয়োজন নাই? প্ৰয়োজন নাই জানো সেইবোৰ সংগ্ৰহ কৰি আনি প্ৰণালীবদ্ধভাৱে সজাই পুনৰ গ্ৰন্থাকাৰে প্ৰকাশ কৰি স্থায়ীৰূপ দিয়াৰ? প্ৰয়োজন নিশ্চয় আছে-

বিভিন্ন কাৰণত। এনে বিভিন্ন কাৰণৰ সৈতে অভিন্ন হৈ থকা প্ৰয়োজনীয়তালৈ লক্ষ্য ৰাখিয়েই ডঃ হাজৰিকাদেৱৰ এনে গদ্যৰাজি ন-পুৰণি কাকত আলোচনীবোৰৰ পৰা বুটলি আনি একেলগে থুপাই এই গ্ৰন্থখনি যুগুত কৰা হৈছে।

এই সন্দৰ্ভত এটা কথা নিশ্চয় কৈ থোৱা ভাল হ'ব যে, লেখাসমূহৰ ইয়াত ক্ৰম নিৰ্ণয় কৰিবলৈ যাওঁতে নন্দনতত্ত্বৰ বনুৰাসকলৰ যশস্যা বা প্ৰতিভাৰ প্ৰতি গুৰুত্ব আৰোপ কৰাৰ পৰিৱৰ্তে ৰচনা কাল কিম্বা প্ৰকাশ কালৰ প্ৰতিহে লক্ষ্য ৰখা হৈছে। কাৰণ ইয়াত সন্নিৱিষ্ট কৰা তেখেতৰ প্ৰতিটো লেখাৰ মূল্য বা গুৰুত্ব (যদিও প্ৰতিজন ব্যক্তিৰ মহত্ত্ব বা মৰ্যাদা একে নহয়) সমান বুলি বিবেচনা কৰিয়েই এনে কৰা হৈছে। অৱশ্যে বিশেষ কোনো কাৰণত দুই-এঠাইত এই নীতিৰ ব্যতিক্ৰমো একেবাৰে নোহোৱাকৈ থকা নাই নিশ্চয়। মুঠতে এনে এটি কাম কৰিবলৈ যাওঁতে আমাৰ নিষ্ঠা আৰু চেষ্টাত কোনো ত্ৰুটী নেথাকিলেও নিজৰ সীমিত সামৰ্থ আৰু অযোগ্যতাজনিত কাৰণতেই সংগ্ৰহ আৰু সম্পাদনাৰ ক্ষেত্ৰত কিছুমান ত্ৰুটী-বিচ্যুতি ৰৈ যাব পাৰে। সুহৃদয় পঢ়ুৱৈ সমাজে সেইবোৰলৈ আঙুলিয়াই দিয়াৰ লগতে যদি সক্ৰিয়ভাৱে সহায়-সহযোগিতা আগবঢ়ায় তেন্তে পৰৱৰ্তী সংস্কৰণত সেই ত্ৰুটী-বিচ্যুতিবোৰ নিশ্চয় সংশোধন কৰাত সুবিধা হ'ব।

## কৃতজ্ঞতা

সংকলনখনি যুগুত কৰিবলৈ কৰ্তৃত্ব দিয়াৰ বাবে আৰু সময়ে সময়ে প্ৰয়োজনীয় দিহা-পৰামৰ্শেৰে আমাক উৎসাহিত কৰাৰ বাবে কলাৰত্ন ভূপেন হাজৰিকাদেৱৰ ওচৰত চিৰকৃতজ্ঞ হৈ থাকিবই লাগিব।

আমাৰ এই বিনম্ৰ প্ৰয়াসক বাস্তৱ ৰূপ দিযাৰ বাবে 'বাণী মন্দিৰ'ৰ স্বত্বাধিকাৰী শ্ৰীসূৰ্য হাজৰিকাদেৱৰো শলাগ নলৈ নোৱাৰি।

আৱৰণি চিত্ৰ আঁকি দিয়াৰ বাবে শিল্পী অৰুণ নাথ আৰু আহিঁ কাকতবোৰ চাই চূড়ান্ত ৰূপ দিয়াৰ লগতে পুনৰীক্ষণ কৰি দিযাৰ বাবে অভিধান প্ৰণেতা শ্ৰীসুমন্ত চলিহাদেৱলৈও আমাৰ হিয়াভৰা কৃতজ্ঞতা থাকিল।

গদ্যসমূহ সংগ্ৰহ কৰাৰ সময়ত কাকত-আলোচনীৰে সহায় কৰাৰ বাবে সাহিত্যসেৱী তোৰেশ্বৰ শৰ্মা, সাহিত্যিক-সাংবাদিক অভয় বৰুৱা আৰু প্ৰদীপ কুমাৰ বৰা, সাংস্কৃতিক গোষ্ঠী কিশলয়ৰ পাপুল বৰা আৰু যতীন শইকীযাৰ নাম ল'বই লাগিব। শ্ৰীমতী প্ৰতিভা দেৱীৰ নামো উল্লেখ কৰিব লাগিব, সকলো কামতে সহায়-সহযোগ কৰাৰ বাবে।

চন্দ্ৰকান্ত প্ৰেছ প্ৰাঃ লিঃৰ সুৰেন দাস, কৃষ্ণ শৰ্মা, হৰেন বৰা, কিশোৰ মেধি আৰু চিত্ৰ সাংবাদিক বিদ্যুৎ ভূঞাৰ সক্ৰিয় সহযোগিতাৰ কথাও স্মৰণীয় হৈ ৰ'ব।

সাহিত্যৰসিক পঢ়ুৱৈ সমাজে 'নন্দনতত্ত্বৰ বনুৱাসকল'ক আদৰি লোৱা যেন পালে আমাৰ শ্ৰম আৰু উদ্দেশ্য যে সাৰ্থক হ'ব তাত সন্দেহ নাই।

ৰতি মোহন নাথ
সম্পাদক

## সূচীপত্ৰ

# বটদ্ৰৱালৈ গৈছিলোঁ

'দৰশিত সুন্দৰ গৌড় কলেৱৰ যাকেৰি নাহিকে উপাম-' তেনে মহাপুৰুষ গুৰু শঙ্কৰৰ জন্মস্থান বটদ্ৰৱা বা বৰদোৱালৈ সিদিনা (১০ নবেম্বৰ ১৯৭৪ চন) গৈ পৰম তৃপ্তি লভিলোঁ। কিছু বছৰৰ পূৰ্বে যি দেখা হৈছিল, এইবাৰ তাতোকৈ বহুগুণে উন্নতি দেখি অধিক আনন্দ পোৱা হৈছিল। বৰজাপিৰ আকাৰৰ আহ্নিক তোৰণ, সাঁচিপতীয়া চিত্ৰকলাৰ আৰ্হিৰে লৌহ গ্ৰীল নিৰ্মাণ --। এই পবিত্ৰ বটদ্ৰৱা থানক আজি অধিক গুৰুত্ব আৰোপ কৰি এই স্থানতে এখন বৈষ্ণৱ বিশ্ববিদ্যালয় স্থাপন কৰা কাৰ্যত প্ৰস্তুতি সমিতিৰ সুধীজন সদস্যবৃন্দ আগবঢ়াইছো সমগ্ৰ ভাৰতবৰ্ষৰ বাবেই এটি অতীৱ আনন্দৰ বাতৰি। — অদূৰ আৰু সুদূৰ ভৱিষ্যতত ৰবি ঠাকুৰৰ শান্তিনিকেতনসদৃশ আৰু বিশ্বৰ নানা দিশৰ গৱেষক সুধী-সমাজৰ মিলন-কেন্দ্ৰ হ'ব। শঙ্কৰী চিন্তাৰ উদাৰতাৰ প্ৰচাৰ বিশ্বৰ চুকে-কোণে বিয়পি পৰিব।

- আমাৰ মতে ভাৰতবৰ্ষৰ ক'তো কাহানিও শ্ৰীশঙ্কৰ গুৰুৰ দৰে বহুমুখী প্ৰতিভাসম্পন্ন ব্যক্তিত্বৰ পুৰুষ জন্মা নাই। মহাত্মা গান্ধীয়ে অস্পৃশ্যক 'হৰিজন' বুলিছিল। অথচ পাঁচশ বছৰ আগতে কৈৱৰ্ত জীয়ৰী ৰাধিকাৰ জ্ঞানক মৰ্যাদা দি

গৈছিল শ্ৰীশঙ্কৰে। হৰিৰ জন নুবুলি শ্ৰীশঙ্কৰৰ পিছৰ নাজিৰাৰ শিষ্য শ্ৰীৰাম আতাই টিৱাপৰ জনজাতি-নৃপক নৰৰ ভিতৰত উত্তম 'নৰোত্তম' আখ্যা দিছিল। আমাৰ মতে, 'নৰোত্তম' কথাযাৰ 'হৰিজন' শব্দতকৈ অৰ্থপূৰ্ণ। কিয়নো ব্ৰাহ্মণ, শূদ্ৰ সকলো যিহেতু হৰিৰেই জন। এইজনা পুৰুষ, যি জনাই ৰবি ঠাকুৰৰ বহু আগতে বহু বিষয়ৰ কাৰ্যসূচী থকা ৰেছিডেন্সিয়েল সত্ৰৰূপী বিশ্ববিদ্যালয় পাতি গৈছে। যিগৰাকী শিক্ষাবিদে দৰ্শন, সাহিত্য, সংস্কৃতি, সমাজ সংস্কাৰৰ সৰ্বদিশে শিক্ষা দি গৈছে, শিক্ষাৰ অভিনৱ পদ্ধতি যাচি গৈছে। যিগৰাকী গুৰুৱে তাহানিৰ সংযোগবিহীন ভাৰতৰ পূবৰ পৰা পশ্চিমলৈ আৰু দক্ষিণলৈ কষ্টেৰে ভ্ৰমণ কৰি জ্ঞান আহৰণ আৰু বিনিময় কৰিছিল, যিজনা গুৰুৰ সমাজ শিক্ষাৰ বাবে আজিও আমাৰ অসমত হিন্দু-মুছলমানৰ মাজত মৰা-মৰি, কটা-কটি হোৱা নাই, যিজনা গুৰু আজিৰ অসমীয়া জাতীয় নদীৰ গৰাখহনীয়াত একমাত্ৰ 'নৈতিক মথাউৰি'-সদৃশ তেনে এজন গুৰুৰ চিন্তা আজিৰ মডাৰ্ণ জেনেৰেশ্যনৰ বৈপ্লৱিক চিন্তাধাৰাতকৈ কোনোপধ্যে কম আধুনিক নহয়। শ্ৰীশঙ্কৰৰ সামন্ততন্ত্ৰৰ বিৰোধিতা, সমদৃষ্টি (কুকুৰ-শৃগাল-গৰ্দভৰো আত্মাৰাম), আৰ্থিক সংস্কাৰ, দৰ্শনৰ বৈজ্ঞানিক বিশ্লেষণ, সংসাৰত থাকিও সবাৰো বাবে আধ্যাত্মিক, শাৰীৰিক আৰু সামাজিক সমতা আৰু উন্নতি কামনা আৰু চিৰ সুন্দৰৰ উপাসনা- এনে নানা গুণৰ বাবেই আজিৰ আধুনিক সমাজে শ্ৰীশঙ্কৰ আৰু তেওঁৰ চিন্তাধাৰাৰ অৱহেলা নকৰে, কৰিলেও তেনে শঙ্কৰী মন্দাকিনীৰ অকণো ক্ষতি নহয়। বটদ্ৰৱা দৰ্শন কৰাৰ পাছত আনন্দাশ্ৰু ওলাব খুজিছিল। কিয় বাৰু?

# নিয়ৰসিক্ত শেৱালিৰ অঞ্জলি

"শিলৰ বেৰত মূৰ খুন্দিয়ালেও আৰু এজন ৰত্নকান্ত বৰকাকতী অসমীয়াই নেপায়।"

এইবাৰ (১৯৬৩ চনত) নগাঁৰত, নৰিয়া পাটীত থকা, নাট্যকাৰ সাৰদা বৰদলৈদেৱে মোক এইবুলি কৈ হুমুনিয়াহ্ কাঢ়িছিল।

• "আপোনাক নাজিৰাত লগ পাবলৈ দেউতাই আশা কৰিছিল। কিতাপ দুখনো দিম বুলি থৈ দিছিল নিজ হাতে।"

ৰত্নকান্তদেৱৰ পুত্ৰ শ্ৰীপঙ্কজ বৰকাকতীয়ে চকু চলচলীয়া কৰি 'ৰত্নশূন্য' ঘৰত মোক যেতিয়া ক'লে, তেতিয়া মোৰ চকুপানী জোৰকৈ ৰাখি মই তেওঁক ক'লোঁ ২০ এপ্ৰিলৰ কথা। কিমান আশা লৈ আবেলি চাৰে পাঁচ বজাত নাজিৰা পালোঁগৈ।

তেখেতৰ সৈতে মোৰ দেখা নহ'ল অসংখ্য মানুহৰ ভিৰৰ বাবে। চাৰে ছয় বজাত সাংস্কৃতিক সন্মিলনীলৈ পৌৰোহিত্য কৰিবলৈ গৈ শুনিলোঁ বৰকাকতীদেৱে নাজিৰা এৰিলেই। মই তেখেতক জীৱনত দেখা নাছিলোঁ। নাজিৰাতো দেখা নহ'ল। ভাবিলোঁ, সাহিত্য সভাৰ পিছত নগাঁৱলৈ গৈ দেখা কৰিম। পিছে

কি হ'ব? তেখেতো ইহ জগতত নাই!! ই মোৰ দুৰ্ভাগ্য। ইমান ওচৰতে পালোঁ, অথচ ইমান দূৰ!!

## নিয়ৰসিক্ত শেৱালিৰ অঞ্জলি

শেৱালি কবি ৰত্নকান্তৰ সৌৰৰণিৰ বাবে মই এটা কথা ভাবিছোঁ কেনে হয়?

তেখেতৰ মূৰৰ পৰা বুকুলৈকে শুভ্ৰ প্ৰস্তৰ মূৰ্তি এটি শান্তিনিকেতনৰ ভাস্কৰ্য বিভাগত তৈয়াৰী কৰোৱা হওক। তেখেতক শান্তিনিকেতনে ভাল পাইছিল। সেই মূৰ্তি আনি অসমৰ গুৱাহাটী মহানগৰীৰ কোনোবা এটি ধুনীয়া ঠাইত থাপনা কৰা হওক। মূৰ্তিৰ তলত 'শেৱালি'ৰ পৰা চাৰিটি শাৰী খোদাই কৰা হওক। মূৰ্তিৰ নিচেই কাষতে শেৱালি ফুলৰ পুলি এজুপি ৰোৱা হওক। ডাঙৰ হ'লে, ফুলেৰে জাতিস্কাৰ হ'লে, শেৱালি কবি ৰত্নকান্তৰ শিৰত প্ৰতি শৰতত নিয়ৰসিক্ত শেৱালিয়ে মৰম জনাব। এই কামৰ বাবে অসমৰ শিল্পীসকলে ধন তুলি দিব নোৱাৰিবনে? কিমাননো লাগিব?

# অকল শিল্প-প্ৰীতি নহয়-শিল্প-পূজা

ষ্টানিশ্লাভস্কিৰ অনুগামী অভিনেতাসকলক ভাল পাবলৈ শিকোৱা হৈছিল ঃ "শিল্পৰ মাজত থকা নিজকে নহয়, নিজৰ মাজত থকা শিল্পকহে।" এই তত্ত্বৰ পৰাই ক'ব পাৰি যে মস্কো আৰ্ট থিয়েটাৰ অকল শিল্প-প্ৰীতিৰ বাবেই নহয়, শিল্পৰ সঁচা পূজাৰ বাবে স্থাপিত হৈছিল। এই থিয়েটাৰৰ পৰিচালকসকলে দৃঢ়ভাৱে উপলব্ধি কৰি কৈছিল যে - 'তাৰকা সমন্বয়' প্ৰকৃত শিল্পৰ সম্পূৰ্ণ বিৰোধী। অভিনেতা যিমানেই প্ৰতিভাৱান নহওক লাগিলে, সৰু ভাও ল'বলৈ তেওঁ কেতিয়াও অস্বীকাৰ নকৰে; কাৰণ 'সৰু' ভাও বুলি একো নাই, 'সৰু' অভিনেতা আছে। এই কথাষাৰ আমাৰ দেশৰ 'হিৰো'সকলে মন কৰিব লাগে।

## প্ৰতিষ্ঠাতা দুজনৰ কথা শুনক

দুজন সু-পৰিচিত নাট কৰ্মীয়ে প্ৰথমৰে পৰাই এই থিয়েটাৰ পৰিচালনা কৰিবলৈ লয়। তেওঁলোক হ'ল ডেকা নাট পৰিচালক কনষ্টান্তিন ষ্টানিশ্লাভস্কি

আৰু লেখক, নাট সমালোচক ভ্লাডিমিৰ দানচেংকো। স্তানিস্লাভস্কিয়ে নেতৃত্ব কৰিলে "আৰ্ট এণ্ড লিটাৰেৰি ছ'চাইটি আৰু দানচেঙ্কোৱে পৰিচালনা কৰে ফিল্‌হাৰমনিক স্কুলৰ ডেকা এমেচাৰ অভিনেতাসকলক। এই দুয়োটি প্ৰচেষ্টা লৈয়েই মস্কো আৰ্ট থিয়েটাৰৰ প্ৰৱৰ্তন।

সংগঠিত শক্তি আৰু মস্কোৰ ৰুচিপূৰ্ণ হেজাৰ হেজাৰ দৰ্শকৰ উৎসাহতে এই আৰ্ট থিয়েটাৰৰ নিজৰা মহাসাগৰত পৰিণত হ'ল।

স্তানিস্লাভস্কি আৰু দানচেঙ্কোৱে তেওঁলোকৰ সমগ্ৰ জীৱন কটালে সুসংবদ্ধ নাট গোষ্ঠীৰ শিক্ষাদানত। এই গোষ্ঠীয়ে নাট ঘৰৰ আদৰ্শগত আৰু শিক্ষাগত তাৎপৰ্যক মনে-প্ৰাণে বুজাৰ চেষ্টা কৰিলে। অকল নাট্যাভিনয়ৰ আংগিকগত অভিনৱত্বতো এওঁলোকৰ আছিলেই। এখন নাটক মঞ্চস্থ কৰাৰ আগতে এই গোষ্ঠীয়ে দিনে নিশাই গভীৰ সৰ্বাঙ্গীণ পৰ্যালোচনা আৰম্ভ কৰে। নায়কৰ আভ্যন্তৰীণ জগতৰ সৰ্বাঙ্গীণ বিশ্লেষণ কৰাৰ চেষ্টা কৰে। সেই গভীৰতাত সোমাই বৰ স্বাভাৱিক উপায়েৰে তাকে দৰ্শকৰ সন্মুখত প্ৰকাশ কৰাটোৱেই যেন এই আৰ্ট থিয়েটাৰ গোষ্ঠীৰ সপোন আছিল। পৰিচালকসকলে এই সপোন অকল বাস্তৱত পৰিণত কৰাই নহয়- মঞ্চ পৰিচালনা সম্পৰ্কেও এটি সম্পূৰ্ণ নতুন দৃষ্টিভঙ্গী আনি দিলে।

## স্তানিস্লাভস্কিৰ নিয়ম-বিধি

এওঁ আছিল "মৰ্মানুভূতিৰ আদৰ্শ"ৰ প্ৰবক্তা। এওঁৰ বিশ্বাস আছিল- জীৱনৰ আলোড়নোদ্বেল প্ৰতিফলন। এওঁ প্ৰায়েই কৈছিল, "শিল্পী-অভিনেতাৰ নিজস্ব অনুভূতিগত অভিজ্ঞতা"ৰ দ্বাৰাহে নাট-ঘৰ সাৰ্থক হয়। জোখা জোখা অংগভংগী, অনুভূতিয়ে স্পৰ্শ নকৰা অভিনয় বা অনুকৰণ আন যিয়েই নহওক "অভিনয়" নহয়।

অভিনয়ৰ শিল্প সম্পৰ্কে স্তানিস্লাভস্কিৰ অভিজ্ঞতাপ্ৰসূত গৱেষণাৰ মূল্য পৃথিৱীৰ নাট-ঘৰত অপৰিসীম। ছোভিয়েট শাসন প্ৰতিষ্ঠিত হোৱাৰ পৰা তেওঁৰ এই গৱেষণা আৰু তেওঁৰ তত্ত্বগত সাধাৰণ সূত্ৰসমূহৰ সংকলন প্ৰকাশিত হয়। নামকৰণ কৰা হয় "স্তানিস্লাভস্কিৰ নিয়মবিধি।"

# ভাৰ্জিনা ঃ কোন গাভৰু এওঁ

— কলিকতা মহানগৰীৰ কাৰো কাৰো ঘৰত বৰ লৰালৰিকৈ অঁকা ৰাটাৰ কালাৰৰ বৰ অৰ্থপূৰ্ণ ছবি কিছুমান দেখি একেথৰে চাই এদিন ভাবিছিলোঁ, এই "ভাৰ্জিনা" (এচুকত সেয়া শিল্পীৰ চহী) বোলা গাভৰুগৰাকী ইউৰোপৰ কোনখিনিৰ ? পিছত ভাবিলোঁ ঃ ঘৰৰ গৰাকী ধনী মানুহ, বৰ দাম দি ইউৰোপৰ কোনোবা মহিলা শিল্পীৰ (মই নাম নুশুনা) চাগৈ অৰিজিনেল পেইণ্টিং কিনি আনিছে। পিছত গম পালোঁ ঃ সেই ছবি আঁকিছে কোনোবা এজন ভাৰতীয় ডেকা ছাত্ৰই। পঢ়ে কলিকতা আৰ্টছ্‌ কলেজত ! ছাত্ৰ !! ছদ্মনাম "ভাৰ্জিনা" বুলি দি তেওঁ ছবি আঁকে !! নিজৰ নামটো লুকুৱাই থয়। পেইণ্টিঙৰ গৰাকীজনক সুধিলোঁ- ভাৰতীয় ডেকাজনে কিয় ইউৰোপীয় নাম দিয়ে ? গৰাকীজনে ক'লে ঃ "মাৰ্জিত ৰুচিসম্পন্ন মানুহৰ ঘৰত এই ভাৰতীয় ডেকাজনে ৰাটাৰ কালাৰ পেইণ্টিং বেচি বেচি, সংগ্ৰাম কৰি কৰি আৰ্টছ্‌ কলেজত পঢ়িছে। ভাৰতীয় অভিজাত সম্প্ৰদায়ে ইউৰোপৰ যিকোনো বস্তুকে মহান আৰ্ট বুলি ভাবে আৰু ভাৰতীয় পেইণ্টিং আদিক কম দামী বুলি ভাবে বাবেই বোধহয় এই ডেকাজনে ইংৰাজী ছদ্ম নামটোৰে চহী কৰে। 'ভাৰ্জিনা' আৰু তাকো স্ত্ৰী লিঙ্গৰ তেতিয়াহে কিজানি

Attraction বাঢ়ে!! মই ভাবিলোঁ ছবিৰ quality ইমান ভাল।

ছবি বেচিবলৈতো দুৰ্নাম নেলাগে। ডেকাজনে আচলতে ভাৰতীয় এংলিচাইজড্ অভিজাত সম্প্ৰদায়ক বোধহয় ব্যঙ্গ কৰিছে! অদ্ভুত ডেকা!

## হঠাতে এদিন

নেফাত চীনে আক্ৰমণ কৰিছে। কলিকতাৰ ঘৰতে মই কিবা লিখি আছোঁ। বাহিৰত কলিং বেল টিপিলে। এজন ডেকা সোমাই আহিল। গাত এটি কমলা ৰঙৰ টি শ্বাৰ্ট। হাইনেক। এটি নীলা ৰৰ্কি (দাঙেৰী) ট্ৰাউজাৰ। ভৰিত এযোৰ ক'লা শু (মোজাও আছে)। কাপোৰত ইস্ত্ৰি নাই। ডেকাজনৰ বয়স ২৫ৰ ডেওনা পাৰ হওঁ হওঁ বা হ'ল, এনে অনুমান হ'ল। নাক মুখ সুন্দৰ আৰু মাৰ্জিত। কিচ্‌কিচীয়া ক'লা ভুৰু। টনা টনা। চকুকেইটা তীক্ষ্ণ অথচ কোনোবা সপোনত হেৰাই যোৱা। চুলিখিনি উজ্জ্বল ক'লা। পৰিপাটি নোহোৱা বাবেই ব্যক্তিত্ব আৰু প্ৰখৰ। হাঁতত কিছুমান ৱাটাৰ কালাৰৰ পেইণ্টিং। পশ্চিম ভাৰতৰ ডেকা যেন লাগে। মোক দেখিয়েই দেখোন অসমীয়াত ক'লেঃ "ভূপেনদা,.আপুনি মোক নিচিনে। মই এজন অসমীয়া struggling artist। পঢ়োঁ কলিকতা আৰ্টছ কলেজত। এইবাৰ মই ফাইনেল ইয়েৰত। মোৰ এই ৱাটাৰ কালাৰ,কেনভাছবোৰ বেচোঁ। মাহত যদি এখন বেচা যায়, মোৰ কলেজৰ খৰচ কিছু ওলায়। আপুনি বা এই ছবিবোৰ ভাল পায় নে নেপায়!"

কথাখিনিত কোনো Pretension নাই, salesmanship নাই। অতি স্বাভাৱিক আৰু আত্মবিশ্বাসপূৰ্ণ। বহিবলৈ কৈ মই অলপ থমকি ৰ'লোঁ।,

- ক'ৰ তুমি?

- তেজপুৰৰ।

- তেজপুৰৰ? কোনখিনিৰ?

- কেতেকীবাৰী এৰি আগবলৈ গৈ 'দাধৰা হুণ্ট' বোলা ঠাইডোখৰৰ।

- কাৰ ঘৰৰ ল'ৰা তুমি?

- সেইবোৰ আপোনাক কেলেই? মই "মই" হ'লেই যথেষ্ট নহয় জানো? মই এজন ছবি আঁকা ল'ৰা।

- অ'! (অলপ অপ্ৰস্তুত হ'লোঁ)- তোমাৰ নামটো নোকোৱাঁ কিয়?

- মোৰ নাম বীৰেন চৌধুৰী।

—ছবিবোৰ চোৱাত লাগিলোঁ। অপূৰ্ব শক্তি। তুলিৰ সাহসী dash। বিৰাট

সম্ভাৱনাপূৰ্ণ। পিন্ধি থকা কমলা ৰঙৰ টি শ্বাৰ্ট আৰু নীলা ট্ৰাউজাৰৰ ৰং দুটাৰ প্ৰেমত পৰা এই ডেকা শিল্পীজনৰ চিত্ৰবোৰত সেই ৰং দুটাৰ প্ৰাধান্য দেখিলোঁ।

বেছিভাগ ছবি আকাশৰ! লৰালৰিকৈ এখন ছবি হাতত তুলি ল'লোঁ। ৰঙা মাটিৰ পাহাৰ, বন, দিগন্ত যেন ক'ৰবাৰ অগনিয়ে পুৰি পেলাইছে।

- এইখন কিহৰ বিষয়ে ছবি বীৰেন?

- আমাৰ তেজপুৰ পাওঁ পাওঁ দেখোন। এই চীনা শুগুাইত। নেফাখন চাগে জ্বলি-পুৰি গৈছে। কলিকতাত আছোঁ। তেজপুৰলৈ লৰৰি যাবও পৰা নাই। মনটোতো জুই জ্বলিছে। সেয়েই কেনভাছত ওলাল বোধহয়। নাম চাম দিয়া নাই।

হঠাৎ আৰু এটা কথা মন কৰিলোঁ! ছবিবোৰৰ এটি চুকত চহী দিয়া আছে। ভালকৈ পঢ়ি চালোঁ। স্পষ্টকৈ লিখা আছে- "Virgina" ভাৰ্জিনা! মই হঠাৎ আচৰিত হ'লোঁ।

-বীৰেন, তোমাৰ নিজৰ ছবিত তুমি নিজৰ নাম নিদি ইংৰাজী ছোৱালীৰ নাম দিছা কিয়?

- এনেয়ে। — আচল নাম মোৰ লুকুৱাবৰ ইচ্ছা। ছবি ভাল হ'লেই হ'ল। নহয় জানো—?

## মুগ্ধ মুগ্ধ মই আকাশ দেখি

— মই তৎক্ষণাৎ বীৰেনক কামত লগালোঁ! ৰাটাৰ কালাৰ পেইণ্টিং কিছুমান কৰিবলৈ দিলোঁ, বঙ্গ চৰকাৰে মোক কৰিবলৈ দিয়া ডকুমেণ্টৰী ফিল্ম "পূৰ্ব সীমান্ত প্ৰহৰী"ত ব্যৱহাৰৰ বাবে। সুন্দৰ ছবি একোটা একোটা শক্তিশালী ৰেখাৰে আঁকা। – তাৰ পিছত মোৰ গীতৰ পুথি এখনৰ বাবে বেটুপাত আঁকালোঁ। অতি ক্ষমতা থকা, বিৰাট সম্ভাৱনা থকা শিল্পী, এই বীৰেন চৌধুৰী। ইমান কষ্ট কৰি, ইমান সংগ্ৰাম কৰি, কেতিয়াবা ভাত খাই, কেতিয়াবা কেইবাদিনো নেখাই- কলিকতা মহানগৰীত থাকি আৰ্টছ কলেজৰ Final year অত এইবাৰ। অসম চৰকাৰে হেনো এটি বৃত্তি দিছে অলপতে। পিছে অনিয়মীয়া- কেতিয়াবা নাহেই- খিলঙীয়া ৰঙা ফিতাৰ মেৰপাকত পৰি আহি পাওঁতে পাওঁতে বীৰেনৰ তুলিৰ ৰং শুকাই যায়গৈ। আকৌ ঘূৰি ঘূৰি আৰ্জি ৰং কিনিব লাগে। "দাৰিদ্ৰ্যক লৈ মই Melodrama নকৰোঁ, ভূপেনদা-। অনুকম্পাও নিবিচাৰোঁ— সংগ্ৰামৰ মজা আছে।" - মই আৰু কি ক'ম? ক'লোঁ, পেৰিচৰ 'মোমাৰ্ট' অৰ ফুটপাথত

শুই হোৱা বহুতো শিল্পীক বাইজে পিছত চিনিছে— তোমাকো চিনিব। ভালকৈ ছবি আঁকা, শিকি থাকা।

## বীৰেনৰ বিষয়ে অভিমতঃ গোপাল ঘোষৰ

- বীৰেনে তেজপুৰ চৰকাৰী হাইস্কুলত পঢ়োঁতে হেনো ৱাটাৰ কালাৰৰ সৰু বাকচ এটি কিনি লৈ 'চিনেৰী' অঁকাৰ চেষ্টা কৰিছিল। আজি তেওঁ পেস্টেল, অয়ল্ আৰু ৱাটাৰ কালাৰ পদ্ধতিত ছবি আঁকে। পিছে প্ৰথম প্ৰেম তেওঁৰ ৱাটাৰ কালাৰৰ সৈতে। গতিকে এই পদ্ধতিতহে তেওঁ পৰীক্ষামূলক (Experimental) সৃষ্টি কৰি গৈছে। এই পৰীক্ষাবোৰ সফল হৈছেনে? মই বহুৰঙী ব্লক কৰি আলোচনীত বীৰেনৰ পেইণ্টিংসমূহ যদি ছপাব পাৰিলোঁহেঁতেন (কেতিয়াবা ছপাম), তেন্তে ইমান নিলিখিলোঁহেঁতেন।

বহুৰঙী ব্লক ছপাব পৰাহেঁতেন, works themselves would have said all about him! বিদেশ-প্ৰত্যাগত দিল্লীৰ পলিটেকনিক্ শিক্ষালয়ৰ অধ্যাপক বিখ্যাত মডাৰ্ণ এবচ্‌ট্ৰেক্ট আৰ্টিষ্ট শ্ৰীযুত দেৱকুমাৰ ৰায় চৌধুৰীয়ে সিদিনা বীৰেনৰ ছবি দেখি কৈছে- "বীৰেনৰ ছবিত নিজস্ব এটি ধাৰা আছে। ৱাটাৰ কালাৰত এই experiment বহুমূলীয়া— বীৰেনৰ বৰ উন্নতি হ'ব। কোনো Break নথকাকৈ অকল আকাশ অঁকা কম সাহসৰ কথা নহয়—।"

বীৰেনে ১৯৫৯ চনত কলিকতা আৰ্টছ্ কলেজত নাম লগায়। তিনি বছৰ গাঁৱে-ভূঞে ঘূৰি মানুহ চাইছে, আকাশ চাইছে। মেঘৰ খেলা চাইছে। দাৰিদ্ৰ্য দেখিছে। তাৰ মাজতে হাঁহি দেখিছে। বীৰেনৰ ৱাটাৰ কালাৰত যেন আকাশখন জীৱন্ত হৈ উঠে। দুখৰ আকাশ, আনন্দৰ আকাশ, দূৰ আকাশ, গহীন আকাশ সকলো মূৰ্ত হৈ উঠে। বিশ্ববিখ্যাত শিল্পী গোপাল ঘোষ (এতিয়া তেওঁ আমেৰিকালৈ আমন্ত্ৰিত হৈছে) বীৰেনৰ গুৰু। ঘোষৰ একোটা ৰেখাই একোটা বিৰাট ভাব প্ৰকাশ কৰে।

বীৰেনে অঁকা লেণ্ডস্কেইপকেইখনৰ আকাশ দেখি গোপাল ঘোষে অলপতে কৈ কৈছেঃ "খিৰিকীৰে যেতিয়া আমি আকাশ দেখোঁ তেতিয়া ঘৰৰ বেৰ বুলি নিশ্চয় ভুল নকৰোঁ। আকাশ আকাশেই। তাৰ নিজস্ব সত্তা আৰু প্ৰকাশ আছে। — মই দাক্ষিণাত্যত ৰঙা মাটিত ঘূৰি ঘূৰি মাটিলৈ ইমানকৈ চালোঁ যে আকাশলৈ

চাবলৈ সময়কে নেপালোঁ। বীৰেনে মাটিৰ মানুহো চালে আৰু এই কম বয়সতে আকাশো চালে। চাই তাকে ছবিত বন্দী 'কৰিলে। মানুহ বা গছ-গছনি নিদি অকল আকাশ শক্তিশালীভাৱে অঁকা সহজ কাম নহয়। বীৰেনৰ কেনভাছৰ আকাশ জীৱন্ত। মানুহৰ স্কেচো জীৱন্ত। ইকনমি অব্ লাইন বীৰেনৰ বিশেষত্ব।"

- বীৰেনে জীৱনৰ অঙ্কৰ হিচাপ কৰাও নাই, শিকাও নাই। কেৱল দাৰিদ্র্য সাবটি আঁকি গৈছে। সুযোগ-সুবিধা পালে বীৰেন ভাৰতৰ বৰ লেখত ল'বলগীয়া শিল্পী হ'বগৈ। তেতিয়া বীৰেনৰ তেজপুৰীয়া ভাগীসকল কিয় গোটেই অসম গৌৰৱান্বিত হ'বগৈ। এতিয়াই বীৰেনৰ তুলিৰ যি ক্ষমতা—।

# আনন্দি ককাইদেউৰ চিঠিৰ উত্তৰ

"মোৰ প্ৰাণতকৈও অতি মৰমৰ বাপুটি --- সপোন দি-ঠক, দি-ঠক সপোন মই পাইছোঁ তোমাৰ দাৰ্শনিকতাত ! -- ভূপেন, মইনা চৰাই অতি উচ্চ পৰ্বতৰ টিঙৰ ওপৰৰ ওখ গছৰ ওপৰত থাকে। বসন্তৰ আগমনৰ লগে লগে মানুহৰ বাৰীৰ গছৰ ডালত উৰি পৰে, মাতে, গায়, মানুহক বলিয়া কৰে। ভূপেনক চাবলৈ, গান শুনিবলৈ হেজাৰ-বিজাৰ বুঢ়া, ডেকা, ল'ৰা-ছোৱালী ৰভাঘৰ ভৰি পৰে। -- কবিয়ে কয়, 'মোক ভাল নাপালেও মোৰ যি অৱদান তাকে মৰম কৰিলেই মই তৃপ্ত।' আমাৰ ৰায় বাহাদুৰৰ ঘৰৰ মানুহে মইনা চৰাই পোহে। এদিন খাবলৈ দিয়ে, দহ দিন নিদিয়ে। গান গাবলৈ কয়। মইনাই দুখতেই নিশা সজাৰ ভিতৰতে মৰি থাকে। --- মৰমখিনি ল'বা। শুভাকাংক্ষী - মই।"

## মোৰ উত্তৰ

মোৰ অতি শ্ৰদ্ধাৰ পাত্ৰ শ্ৰীযুত আনন্দি ককাইদেউ, আপোনাৰ পৰা চিঠি নোপোৱা প্ৰায় দুযুগ হ'ল। তাহানি সকতে মই আপোনাৰ ৰচিত আৰু সুৰ

সংযোজিত বনগীত ঃ

"লুইতৰ শুৱনী ৰূপহী মাজুলী
মৰোঁ যেন লাগে তাত।
বাঁহৰে শুৱনী আগে ঐ লেকেচি
পৰে কপৌযুৰি তাত।
মৰোঁ যেন লাগে তাত।"

বাণীবদ্ধ কৰি ধন্য হৈছিলোঁ।

আপুনি অসমীয়া বিহুগীতৰ ভেটিত থিয় হৈ আপোনাৰ বুকুত উথল-মাথল লগোৱা খাঁটি অসমীয়া সৃজনী প্ৰতিভাৰে অপূৰ্ব বনগীতৰ শৰাই অসমীয়া গীত সাহিত্যৰ বেদীলৈ আগবঢ়াই আহিছে। আপোনালৈ নমস্কাৰ। মোৰ জানো কিবা 'দাৰ্শনিকতা' আছে? আপুনি মোলৈ এখন প্ৰতীকধৰ্মী চিঠি লেখিছে যিখনৰ সোৱাদ মই পাঠকসকলৰ সৈতে ভগাই লোৱাৰ লোভ সামৰিব নোৱাৰিলোঁ।

প্ৰথমে শলাগোঁ আপোনাৰ দৰে সাহিত্য-সেৱীৰ পৰা এই নিঃকিনে পোৱা প্ৰশংসা। এনে প্ৰশংসাৰ যোগ্য জানো মই এতিয়াও হ'ব পাৰিছোঁ? এই মৰম মই আশীৰ্বাদ বুলি লৈছোঁ। তাৰ পিছত আপুনি প্ৰতীকধৰ্মী ভাষাৰেই সুন্দৰসেৱীসকলৰ আৰ্থিক দুৰৱস্থাৰ কথা সোঁৱৰাইছে। এই চিঠিৰ এইখিনি কথাই অসমৰ অসংখ্য শিল্পীৰ জীৱনৰ সমস্যাৰ কথাকে কৈছে বাবেই আপোনাৰ চিঠিৰ একাংশ উল্লেখ কৰা হৈছে। আনন্দি ককাইদেউ, আপোনাক এটি আশাবাদী কথা কওঁ। সমাজৰ বৰমূৰীয়াসকলে (যাক আপুনি এই চিঠিত 'ৰায় বাহাদুৰ' বুলিছে) মইনাক এদিন খাবলৈ দি দহদিন খাবলৈ নিদিয়াটো সঁচা কথা। পিছে অসমৰ ৰাইজ আজিকালি বহুতো সজাগ হ'ল। সাংস্কৃতিক বনুৱাই যদি ৰাইজক নিত্য নতুন সৃষ্টি দিয়ে তেন্তে ৰাইজেও 'নিত্য নতুন' মৰম দিবলৈ আগবাঢ়ি অহা দেখিছোঁ। ৰাইজৰ আগ্ৰহৰ নৈ ফেনে-ফোটোকাৰে বাঢ়ি আহিলে তথাকথিত সমাজৰ 'ৰায় বাহাদুৰ'সকলৰ বহুতে পাৰত বহি থাকিব নোৱৰাও দেখিছোঁ। এবাৰ ভৰি তিয়ালে পানীলৈ নামিও আহে।

শেষত কওঁ, মোক আপুনি সৰুতে 'বাপুটি' বুলিও মাতিছিল। 'ভূপেন মইনা' বুলিও মাতিছিল। সেয়েহে মৰমতে আপুনি মোক 'মইনা'ৰ সৈতে ৰিজাইছে চাগৈ। এনে পৱিত্ৰ আন্তৰিকতাক বহুতে ঠেকভাৱে ল'লেও উপায় নাই। মই পিছে মাটিৰ মানুহৰ মনৰ চোতালে চোতালে ৰ'দত বহি, গাই, মানুহৰ মনৰ ঘৰে ঘৰে ঘৰচিৰিকা চৰাই হোৱাৰহে সপোন দেখোঁ। পিছে কি হ'ব? বিশেষ ঘৰত যে মোৰ থিতাপি নাই!! আৰু য'তে মৰম তাতেই যে মোৰ ঘৰ। সেয়েহে

চিৰ যাযাবৰ উৰণীয়া জীৱন মোৰ কপালত কোনোবাই লিখি দিলে। ভালেই হ'ল।

আন আন বহু সাংস্কৃতিক বনুৱাক ৰাইজ ভৰি থকা ৰভাঘৰে সদায় সাবটি ধৰিলে আমি সাহ পাম। আপোনাৰ ৰচিত গীত-পদেৰে মাজে মাজে আমাক উৎসাহিত কৰিব। শ্ৰদ্ধাৰে সামৰোঁ।

# পাৰ্বতিপ্ৰসাদৰ জোনাকী মেল

"প্ৰকৃত সংস্কৃতিয়ে বিশ্বৰ সকলো কোণৰ পৰা উৎস লভে। পিছে ইয়াৰ জন্ম হয় স্বদেশতহে। ইয়াৰ ভেটি হ'ব লাগে দেশৰ ৰাইজহে। বিদেশী আৰ্হিৰ কথা একেবাৰেহে চিন্তা কৰি থকা কলা আৰু সাহিত্য নিৰ্জীৱ হৈ পৰে। এটা অসন্তোষীয়া সংকীৰ্ণতাৰ ঠেক গণ্ডীৰ সংস্কৃতিৰ দিন উকলি গৈছে। আমি সাধাৰণতে মানুহক স্বাধীনভাৱে চিন্তা কৰিব লাগিব আৰু তেওঁলোকৰ সংস্কৃতি হ'ব লাগিব অতীতৰ ভাবধাৰাৰ এটা চলন্ত আৰু উন্নত প্ৰৱাহ। সি ৰূপ দিব লাগিব তেওঁলোকৰ ন আৰু সৃষ্টিমূলক ভাবৰাশি।" এইখিনি কথা যিজন শিল্পীয়ে কৈছে, সেই শিল্পী জৱাহৰৰ চিতাভস্ম সেইদিনাও (৭ জুন ১৯৬৪) ভাৰতৰ নৈয়ে পথাৰে মিলি যোৱা নাই। এই জৱাহৰে আমাৰ সংস্কৃতিৰ পুনৰ জাগৰণত যি বিচাৰিছিল পাৰ্বতিপ্ৰসাদেও তাকে বিচাৰিছিল, যি নিবিচাৰিছিল তাকে নিবিচৰা পাৰ্বতি-প্ৰসাদেও সোণাৰিৰ সোণালীপামত চকু মুদিলে সেইদিনাই। ৮ জুন '৬৪ তাৰিখেহে বাতৰি পালোঁ। সাহিত্য সভাৰ ড° মহেশ্বৰ নেওগে আমাক ক'লে "বৰ ডাঙৰ জাতীয় ক্ষতি হ'ল।" আমি নিমাত হ'লোঁ। পাৰ্বতিপ্ৰসাদৰ কলা আদৰ্শৰ জন্ম স্বদেশতহে। বিদেশী আৰ্হিৰ কথা একেবাৰেহে চিন্তা কৰি 'নিৰ্জীৱ

আটি কৰাসকলৰ মাজত এজন পাৰ্বতিপ্ৰসাদ নাছিল। দিন উকলি যোৱা অসন্তোষীয়া সক দলৰ ঠেক গণ্ডীৰ সংস্কৃতি পাৰ্বতিপ্ৰসাদে নিবিচাৰিছিল। পাৰ্বতি-প্ৰসাদৰ সৃষ্টি অতীজৰ ভাবধাৰাৰ বোৱঁতী সুঁতি অথচ উন্নত প্ৰৱাহ, সময়োপযোগী। তেওঁৰ কলাৰ ভেটি দেশৰ বাইজৰ প্ৰকাশ। মাৰ্ মাৰ্ কাট্ কাট্, জনতাৰ জয়, এইবোৰ নিচিঞৰিও আপোন মনে, এচুকত বহি ৰাইজৰ সৌন্দৰ্যবোধৰ ছাঁ ধৰি সংস্কৃতিৰ সৃষ্টি কৰিব পাৰিব বুলি পাৰ্বতিপ্ৰসাদে ভালকৈ জানিছিল। শৰীৰে অকালতে পাৰ্বতিপ্ৰসাদক ঠগিলে। নিয়তিয়ে ককায়েক ভগৱতীপ্ৰসাদ বৰুৱাৰ অকাল মৃত্যুৰ মাজেৰেও পাৰ্বতিপ্ৰসাদক ঠগিলে। দিচাং নৈয়ে ঠগিলে সেইদিনা কাল নিশা। মটৰৰ ষ্টিয়াৰিংৰূপী কালচক্ৰ পাৰ্বতিপ্ৰসাদৰ হাততে দি দূৰৰ পৰা ৰাক্ষসৰ হাঁহি মাৰি আৰ্তনাদ কৰিলে নিয়তিয়ে। বৈষয়িক জীৱনতো পাৰ্বতিপ্ৰসাদৰ 'এটি কলি দুটি পাত'ৰ ৰাজ্যখনে বহুতো কষ্ট দিলে। গতানুগতিক চাহ ব্যৱসায়ী তেওঁ হ'ব পাৰিলেহেঁতেন। নহ'ল। পাৰ্বতিপ্ৰসাদে 'ভগা মনৰ টোকাৰী' জীৱনৰ সেউজ ৰতণ সানি সানি বজালে। নিজৰ সেউজখিনিত ৰ'দ নপৰিলেও প্ৰকৃতিৰ সেউজ ৰহণ বুজি, তুলাপাত চিৰ সেউজীয়া কৰি গৈছে পাৰ্বতিপ্ৰসাদে। যদি কান্দিবৰ মন গৈছে, যদি উচুপিবৰ মন গৈছে অকলেই উচুপিছে অংশ গ্ৰহণ কৰিবলৈ আনক টানি অনা নাছিল তেওঁ। যদি আপোন মনৰ আঁচোৰবোৰৰ প্ৰকাশ কৰিছে, তাতো এটি দুখ ভৰা মিচিকি হাঁহি সানিহে প্ৰকাশ কৰিছে।

চিৰকলীয়া জোনাকে পাৰ্বতিপ্ৰসাদৰ অসমৰ জীৱন-তৰীত পাল তৰি দি থৈ গ'ল - কোনোবা সৰগৰ জোনাকী মেললৈ তেওঁৰ নিজৰ কথা আৰু সুৰেৰে তেওঁ এতিয়া নিশ্চয় গাইছেঃ

"শাৰদী সন্ধিয়াৰ জোনাকী মেল
নিৰলা জীৱনৰ ক্ষণিক খেল।
তপনে আনে দিন জোকাৰি বাই বীণ,
কৰমী সুৰ বায় কৰমী সুৰ
জোনায়ে তৰে পাল
সিও যে লাগে ভাল।"

## বৰুৱাৰ মৃত্যু দিৱসঃ আমি পাহৰিলোঁ নেকি ?

"I like not only to be loved
But to be told that

I am loved,
The realm of silence
Is large enough
Beyond the grave." – George Eliot

মানুহে মৰম বিচাৰে, আনে যে মৰম কৰে সেইটোৰো প্ৰকাশ বিচাৰে ; মৰণৰ সিপাৰে নীৰৱতাৰ ৰাজ্যৰ আকাৰ বিশাল। জৰ্জ ইলিয়টৰ এই কথাখিনি মোৰ মনত পৰিছে বিশেষকৈ আজি ২৬ মে' (১৯৬৮ চন)ৰ দিনা। অহা ৭ জুনত শিল্পী পাৰ্বতিপ্ৰসাদ বৰুৱাৰ মৃত্যু দিৱস। আমি, অসমীয়া জাতিটোৱে পাহৰিছোঁ নেকি ? জীৱন-কালত আনক আনন্দ দিবলৈ পাৰ্বতিপ্ৰসাদে গীত ৰচিলে, গালে, সুৰাৰোপ কৰিলে, কবিতা ৰচিলে, গল্প লিখিলে, বোলছবিৰ মাধ্যমেৰে 'ৰূপহী'ক সজাই-পৰাই অসমীয়া ৰাইজৰ মন মুহিলে, শিৱসাগৰৰ নাটঘৰ সজালে, গুৱাহাটীৰ ভগৱতীপ্ৰসাদ বৰুৱা ভৱন উদাৰভাৱে দান কৰি সাহিত্য সভাক সম্মান যাচিলে, আলচ কৰাৰ অকণি Dignified স্থান দিলে। জীৱনৰ যৌৱন কালতে শৰীৰৰ স্বাভাৱিকতা হেৰুৱায়ো মনৰ সাগৰখনক পঙ্গু নকৰি, নিত্য-নতুন সুন্দৰ সৃষ্টিৰে অসমীয়া সাহিত্যৰ বেদী, খাচ অসমীয়া মাত-কথাৰে জিলিকাই তুলিলে। শিৱসাগৰৰ সোণাৰিৰ 'সোণালী পাম'ত invalid chairঅত বহি বহি অসমৰ সংস্কৃতিৰ উন্নতি চিন্তিলে। চিন্তি যেতিয়াই পাৰিলে তেতিয়াই মিঠা ৰচনাৰ সোণ চেকুৰা ৰাইজলৈ ছটিয়ালে। সেই নানামুখী গুণসম্পন্ন সুন্দৰৰ পূজাৰী, পাৰ্বতিপ্ৰসাদৰ এদিন মৃত্যু হ'ল। মৰণৰ সিপাৰে নীৰৱতাৰ বিশাল ৰাজ্যলৈ এইজন সৌম্য ব্যক্তি, এইজন দেখনিয়াৰ ব্যক্তি, এইজন সুকৰ্মী ব্যক্তি গুচি গ'লগৈ। অসম দুখীয়া হ'ল, অসমৰ সংস্কৃতিৰ পথাৰ দুখীয়া হ'ল, আমাৰ মনত থকা সাহস দুখীয়া হ'ল, আমি নীৰৱে চকুলো পেলালোঁ মৃত্যুৰ বাতৰি শুনি। তাৰ পাছতে আমি স্তব্ধ হ'লোঁ। সেইকণেই আমাৰ কৰ্তব্য নেকি ? ১৯৬২ চনত চীনা আক্ৰমণৰ সময়ত গুৱাহাটী মহানগৰীৰ ৰাজবাটত 'মধুচয়নিকা'ৰ সৌজন্যত যেতিয়া আমি ৰাইজক উদগাবলৈ গীত গাই ফুৰিছিলোঁ, কবি নৱকান্ত বৰুৱাদেৱে যেতিয়া কবিতা আবৃত্তি কৰি কঠুৱা ট্ৰাকত উঠি ফুৰিছিল, তেতিয়া দীঘলী পুখুৰীৰ পাৰত আমাৰ ট্ৰাকখন থমকি ৰৈছিল। মই সুধিলোঁ মধুচয়নিকাৰ ডেকা-গাভৰু শিল্পীসকলক ঃ গতি ৰুদ্ধ হ'ল কিয় ? উত্তৰ পালোঁ ঃ পাৰ্বতিপ্ৰসাদ বৰুৱাদেউ আহিছে – এই ট্ৰাকত উঠিব। শৰীৰৰ অৰ্ধ যাৰ জীৱন্ত নহয়, সেই পাৰ্বতিপ্ৰসাদৰ মনৰ সুস্থতা, মন – শৰীৰৰ সম্পূৰ্ণ যৌৱন দেখি তবধ মানিছিলোঁ। কেইবাজনেও আলফুলকৈ ধৰি ট্ৰাকত আমাৰ মাজত বহুৱাই দিয়াতহে পাৰ্বতিপ্ৰসাদৰ মুখত

হাঁহি বিৰিঙিছিল। পাৰিলে, তেওঁ মাইক্ৰোফোনৰ ওচৰত থিয় হৈ শতকক সতৰ্ক কৰিলেহেঁতেন, ৰাইজক নিৰ্ভীকতা দিলেহেঁতেন, অগ্নিবৰষা সুৰেৰে গীত জুৰিলেহেঁতেন। তেওঁৰ শৰীৰে সেই ফেৰা সুযোগ তেওঁক নিদিলেও, তেওঁৰ চকু দুটাৰ চাৱনিৰ প্ৰতিজ্ঞাত, তেওঁৰ মৌনতাত লুকাই থকা গৰ্জনত সকলোৱে সাহস পাইছিল। আমি সেই পাৰ্বতিপ্ৰসাদৰ মৃত্যু-বাৰ্ষিকী পাহৰিছোঁ নেকি?

এই শিল্পীগৰাকীৰ মৃত্যুৰ কিছুদিন আগতে এই লেখকক সোণালী পামলৈ মাতি নি যি মৰম যাচিছিল, সেই মৰম পাহৰিব নোৱৰা বিধৰ। মাজ নিশালৈকে তেওঁৰ সৃজনী শক্তিৰ অপূৰ্ণ ইচ্ছাসমূহৰ কথা কৈছিল, অতীতত অসমীয়া সংস্কৃতিৰ বাটত খোজ কাঢ়োঁতে তেওঁক কেনেকৈ সমালোচনাৰ কাঁইটে বিন্ধিছিল সকলো প্ৰকাশি আমাৰ মনত বল দিছিল। পকা থেকেৰাৰ দৰে গাৰ ৰং তেওঁৰ। মূৰত ফুলাম এড়ী কাপোৰৰ টুপীটো পিন্ধি যেতিয়া পঙ্গু মাচিয়াখনত বহি গীতৰ সুৰ গুণগুণাইছিল তেতিয়া মোৰ মনত পৰিছিল ডেউকা ভগা এটি কেতেকী চৰাইলৈ। সেই পাৰ্বতিপ্ৰসাদ অসমৰ আধুনিক সংস্কৃতিৰ বুৰঞ্জীৰ আকাশৰ এটি উজ্জ্বল তৰা। সোণাৰিৰ পৰা সেইবাৰ আহি ব'হাগত মোৰ 'গতি'ৰ কপৌফুল সংখ্যা উলিয়ালোঁ আৰু প্ৰায় "পাৰ্বতিপ্ৰসাদ বৰুৱা সংখ্যা" হিচাপেই প্ৰকাশ কৰিলোঁ। তেওঁৰ গীত, তেওঁৰ কবিতা, তেওঁৰ গল্প আদি সম্ভাৰেৰে সেই সংখ্যা 'গতি'য়ে মোৰ মনক বৰ শান্তি দিছিল এই কাৰণে যে মৰণৰ পিছত আমি এজন মহান শিল্পীক কি ধৰণে আদৰিলোঁ তেওঁ হয়তো নেজানিব। জীৱন কালত সেই ধৰণৰ মৰমে হয়তো তেওঁক কিঞ্চিৎ শান্তি দিছিল। পিছে, এতিয়া সেই সুন্দৰৰ পূজাৰীগৰাকীক মৰণে কাঢ়ি নিয়াৰ পিছত আমি, অসমীয়া জাতিটোৱে তেওঁৰ সোঁৱৰণিৰ বাবে কিবা কৰিছোঁনে? তেওঁ ৰচা আৰু সুৰ দিয়া গীতসমূহ পুনৰ গাই প্ৰচাৰ কৰিছোঁনে? আমি আলোচনীসমূহৰ 'পাৰ্বতিপ্ৰসাদ সংখ্যা' উলিয়াইছোঁ নে ৭ জুনত? অসম সাহিত্য সভাই কিবা কৰিছেনে, কিবা পাৰিছেনে? যদি পাৰিছে আমিতো বাতৰি নেপাওঁ। আমি খাই পাত নফলা বিধৰ মানুহ বুলি প্ৰমাণ কৰাৰ আৱশ্যকতা আছে। অকল পাৰ্বতিপ্ৰসাদৰ আত্মাৰ বাবে নহয়। সেই অমৰ আত্মা, এই সংকীৰ্ণতাৰ নিশ্চয় বহুতো উৰ্ধত। কৰ্মীয়ে কৰ্ম কৰি যায়, 'মা ফলেষু কদাচন' বুলি। আমি অসমীয়াৰ (জীৱিতসকলৰ) কৰ্তব্যবোধৰ প্ৰকাশৰ দাৰিদ্ৰ্য দেখি যাতে আনে নেহাঁহে তাৰ কথাহে সোঁৱৰাবৰ আজি মন গৈছে। কিয়নো জুন মাহৰ সাত তাৰিখ আমাৰ সম্মুখত। পাৰ্বতিপ্ৰসাদৰ ভাষা-চানেকী আৰু সুৰ-চানেকীৰ ফুলখিনিও আমাৰ সমুখত অসমীয়া ৰূপহী ৰূপহী ভাবেৰে। আমি এই সাত জুনক অন্তৰৰ পৰা নমস্কাৰ কৰোঁ। পাৰ্বতিপ্ৰসাদৰ দৰে কপৌফুল এপাহি এই সাত জুনতে নিয়তিয়ে অসমৰ সাহিত্য কাননৰ পৰা ছিঙি নিলে।

# সৰ্বোৎকৃষ্ট প্ৰতীক  চৈধ্য নবেম্বৰ

কবি ৰবীন্দ্ৰনাথে কৈছিল - " Indian peasants may be unlettered but never unlearned." ভাৰতীয় খেতিয়কে আখৰ নিচিনিব পাৰে, নিৰক্ষৰ হ'ব পাৰে, পিছে জ্ঞান চিনে। ভবা শক্তি গভীৰ। গণ সংযোগত নিৰক্ষৰ ভাৰতীয়কো যুগে যুগে সহায় কৰিছে শ্ৰব্য আৰু দৃশ্য প্ৰতীকে।

ভাৰতীয় সংস্কৃতি প্ৰতীকধৰ্মী। ভৈৰৱী শুনিলে দোকমোকালিৰ কথা মনত পৰে। ফজৰ আজান শুনিলে ৰাতিপুৱায়। তাতো ভৈৰৱীৰ পৰশ লাগি যমুনাৰ পানী কঁপি উঠে। ডম্বৰু দেখিলেই শিৱলৈ মনত পৰে। শিলত কটা মূৰ্তিৰ হাতৰ পতাক মুদ্ৰাৰ মহিমা দ্বাৰকাৰ পৰা মণিপুৰলৈকে জনসাধাৰণে উপলব্ধি কৰে। আমাৰ চিত্ৰ ভাগৱতত থকা বৰষুণৰ প্ৰতীকত বিন্দু নাই। একা-বেঁকা শুভ্ৰ ৰেখা আকাশৰ পৰা মাটিলৈ নামি অহা দেখিয়েই ৰাইজে বুজে - এযা বৰষুণ। গাঁৱৰ নাট-জগতত মুখা দেখিয়েই বুজে এযা বেযা। নিশ্চয় ৰাবণৰ মুখ। শুধ শুভ্ৰ বস্ত্ৰ পৰিহিতা সৰস্বতীৰ বাহন শুভ্ৰ ৰাজহংসহে। আন ৰঙৰ নহয়। জ্ঞান যে নিৰ্মল। এৰা, ভাৰতখন প্ৰতীকেৰে ভৰপূৰ। পিছে এই শতাব্দীৰ ভাৰতত অতীত সৌন্দৰ্য, বৰ্তমানৰ সমস্যা আৰু ভৱিষ্যতৰ সপোন সাঙোৰা জীৱন্ত প্ৰতীক আছিল

এজন dynamic ব্যক্তি। তেওঁ মাৰ্জিত ৰুচিৰ লোক। মাৰ্জিত ৰুচিৰ সৈতে আৰ্টৰ সম্বন্ধ আছে। সেই জীৱন্ত প্ৰতীকজন সমাজ শিল্পী। নাম জৱাহৰ। তেওঁ সিদিনা চন্দন কাঠৰ শিখা বাই বাই গ'লগৈ। আমালৈ ৰাখি গ'ল ১৪ নবেম্বৰ। মহাপ্ৰতীকৰূপে। ময়ে লিখিছিলোঁ

"দৰ্শন প্ৰয়াগত
তুমি স্নান কৰিলা
আমালৈ ছটিয়ালা পানী।"

সেই জীৱন্ত প্ৰতীক নেহৰুৱে ছটিওৱা পানী কাইৰণ, খাদিবালা, বীৰেন মিত্ৰ, খাদ্য ৰাক্ষস, ক'লা বজাৰী আদিৰ গাত পৰি পিছলি গ'ল বোধকৰোঁ। আন সহস্ৰ ভাৰতীয়ৰ যেন গাত সেই পৱিত্ৰ পানী লাগি থাকে। যেনেকৈ ৰঙা গোলাপৰ কলিত ৰাতিপুৱা নিয়ৰৰ টোপাল লাগি থাকে ———।

## ৰঙাকৈ গোলাপৰ কলি হীৰালালে কাৰ বুকুত সজায়ে দিব ——

যাৰ বুকুত গোলাপৰ কলি আজি হীৰালালে সজাই দিব নোৱাৰে সেইজন লোকৰ গাৰ ৰহণ গুলপীয়া। সেইজন লোকৰ ৰঙচুৱা কলিজাত অগণন হীৰালালৰূপী সক সক মানুহৰ ছবি। সেইজন লোক মহা সুৰকাৰ, যাৰ মানস জগত ঐকতানবাদনৰ সদায়েই মহা উৎস।

সেই মহা সমাজ সুৰকাৰৰ ছত্ৰ-ছায়াত থকা ভাৰতৰ এজন নগণ্য ক্ষুদ্ৰ সুৰকাৰৰূপে বাণীবদ্ধ কৰিবৰ বাবে মদাৰৰূপী মানুহৰ গীত গাই আছোঁ ; আখৰা কৰি আছোঁ, সিদিনা দুপৰীয়া এটি কলিকতীয়া বাণীবদ্ধ প্ৰতিধ্বনিৰ আখৰা কোঠাত। লগত আছে বহুতো যন্ত্ৰশিল্পী'

গীতৰ শাৰী : "সঁচা সক মানুহ যদি ৰঙা মদাৰ হয়, মদাৰৰে শিখা যদি হাতে হাতে লয়, তেতিয়াহে সমাজ আকাশ জ্যোতিৰে ভৰিব, সেই জ্যোতি লাগে এন্ধাৰকে নাশ কৰিবলৈ।" গীতৰ আখৰা উন্নত শিখৰত উঠিছে। এনেতে এজনে লৰৰি আহি ক'লেহি - জৱাহৰ নাই।

- কাৰো মুখত অকণো শব্দ নাই ——
- থমথমীয়া বতাহ ——
- চকুৰ পানীৰ বোৱঁতী সুঁতি ——

- পৃথিৱীৰ মহা সঙ্গীতৰ মহাবীণাৰ গুৰুত্বপূৰ্ণ তাঁৰ ছিগি ঝন্‌ঝনাই গ'ল। সকলো নিস্তব্ধ। কাপ ওচৰতে আছিল। লগতে অকণমান কাকত।

জেঠৰে তেৰৰে বুধৰ দুপৰীয়া
তেৰশ এসত্তৰ চন।
বাতৰি আহিলে 'জৱাহৰ নাই।'
অবিশ্বাস কৰিবৰ মন।।

তথাপি জৱাহৰৰ কিঞ্চিৎ মিঠা হাঁহিৰে দেহটি আছে। নিশাটো থাকিব। কাইলৈ এক বজাতহে ত্ৰিমূৰ্তি ভৱনৰ পৰা তেওঁ যাবগৈ—

সেই দিনটোও আহিল। বতাহত ভাহি আহিল বাতৰি। সঞ্জয়ে মুখাগ্নি কৰিলে। জ্যোতি আৰু চন্দনৰ মহা আলিঙ্গন।

'চন্দন জ্যোতিৰে শিখা বাই বাই
যিদিনা জৱাহৰ গ'ল।
জৱাহৰৰ মানৱী দেহা নেপাইহে
আমাৰো বিশ্বাস হ'ল।।'

পিছ মুহূৰ্ততে মনে ভাবিলেঃ

জৱাহৰ নোহোৱা হ'বনো পাৰেনে
এনুৱা কথা যে ফাঁকি।
সিদিনা জৱাহৰে নিজেই নকৈছিলে
জীৱনকাল বহুতো বাকী।।

তুমি ভাল ফাঁকি দিলা আমাক!

তুমি ৰং মিলাব জানা -

জৱাহৰ, তুমি মোৰ মনত এজন মহান শিল্পী। তোমাৰ ৰঙৰ বাছনিৰ তুলনা নাই। তুমি সমাজৰ পটত ক'ৰ পৰা কি ৰং আনি সানিব লাগে জানা।

'দখিনৰ সাগৰৰ নীলাৰে মিলালা
পূবৰে ৰঙাকৈ ৰবি।
উত্তৰৰ শুভ্ৰত পছিমৰ হেঙুল লৈ আঁকিলা সমাজৰ ছবি।।'

ৰাম, ৰহিম, টমাছ তোমাৰ মানত একে। তুমি এক জীৱন-গীতিকাৰ। ধৰ্ম নিৰপেক্ষতাৰ আন এটি নাম মানৱতাবাদ। তুমি মানুহৰ মঙ্গলৰ গীত ৰচিলা। সুৰৰ আভাস ল'লা মহান সুৰকাৰ মহাত্মাৰ। নোৱাখালিত মানুহ পশু হ'ল। তাত যেয়ে যি নকৰক। সেই বুলি আমিও কৰিম নে? পাটনা চহৰত কোনোবা 'মহম্মদ'ক বধ কৰিবলৈ যোৱা কোনোবা বলিয়া 'ৰাম'ক হাতত ধৰি তুমিয়ে

ভয়াৰহ কটাৰি কাঢ়ি লোৱা নাছিলা জানো ?

'মানুহে পশু হৈ মানুহক বধিলে
হ'ল হেনো ধৰমৰ অন্ধ।
বাপুজীৰ সুৰেৰে তুমি গীত গালাঁ
মানুহহে মানুহৰ বান্ধ॥'

শ্বেখ আব্দুল্লা আৰু পাকিস্তানৰ নাগৰিকে সেয়েহে তোমাৰ অবিহনে উচুপে।

১৯৪৯ চন। নিউয়ৰ্ক মহানগৰী। এগৰাকী নিগ্ৰো বৃদ্ধা। বয়স চাৰি কুৰিৰ ওপৰ যেন লাগিল। মোৰ হাতখনত ধৰি কপালতে চুমা এটা খালে। Sonny, do me a favour, will you ? বোপাই, মোৰ এটা উপকাৰ কৰ অ'। মই সুধিলোঁ ঃ কি কথা আইতা ? বৃদ্ধাই ক'লে ঃ তই ভাৰতীয় ছাত্ৰ। তইতৰ নেহৰু আজি আহিছে আমাৰ দেশলৈ। এবাৰ লগ পোৱাই দিব পাৰিবিনে, বোপাই ? - মোৰ চকু চলচলীয়া হ'ল। মই দুখেৰে জনালোঁ ঃ হয় আইতা, পিছে নেহৰু আহিল। আজিয়েই নিউয়ৰ্কৰ পৰা গ'লগৈ কালিফৰ্নিয়াৰ পিনে। মোৰ বিশেষ কাম আছিল। ইউনিভাৰ্ছিটিলৈ গুচি গ'লোঁ। দূৰৰ ফুটপাথৰ পৰা এবাৰ চাই পঠিয়ালোঁ। সেই নিগ্ৰো বৃদ্ধাগৰাকী তেতিয়াও জঠৰ হৈ সেই একে ঠাইতে ৰৈ থাকিল। জৱাহৰ, তুমি দুখীয়া মানব জগতৰ সকলোৰে darling আছিলাঁ।

'এহাতে ভাৰতৰ ৰাজহাড় পোনালাঁ
দেখুৱাই ন ন সপোন।
আনটি হাতেৰে বিশ্বমানৱৰ
দুখকো কৰিলাঁ আপোন॥'

সেয়েহে, নিগ্ৰো বৃদ্ধাগৰাকীৰ তোমাক চাবলৈ ইমান হেঁপাহ। সেই বৃদ্ধাগৰাকী এতিয়া হয়তো বাচি থকা নাই। জৱাহৰ, তুমি এতিয়া ক'ৰবাত তেওঁক লগ পালে তেওঁক দেখা দিবা। সেই আইতাগৰাকীয়ে তোমাৰ কপালতো অজস্ৰ চুমা খাব। মই জানো।

## প্ৰতি সৰু ক্ষণৰ তুমি ৰস পান কৰিব জানা ঃ নম্ৰ উদাহৰণ -----

জৱাহৰ, তোমাক ১৯৫৮ চনত ৰাষ্ট্ৰপতি ভৱনত অশান্ত দেখিছিলোঁ। এই ক্ষুদ্ৰ লেখকৰ, ক্ষুদ্ৰ মাউতৰ জীৱনৰ বোলছবি এখন চাবলৈ আহি সাতোটাকৈ চিগাৰেট খাই যেতিয়া সকলো পাহৰি যোৱা দেখিছিলোঁ তেতিয়া মনত পৰিছিল

শ্ৰীঅনিলচন্দ্ৰ দেৱে মোক কোৱা কথা, "পণ্ডিতজী হয়তো পাঁচ মিনিট থাকিব। তদুপৰি ৰাষ্ট্ৰপতি ৰাজেন (ৰাজেন্দ্ৰপ্ৰসাদ) বাবুৰ ছয় মিনিট পলম হোৱা বাবেও তেওঁ অশান্ত। দেশ-বিদেশৰ সমস্যাৰ চিন্তাতো আছেই!!"

পিছে ক'তা? তুমিতো সেই ছবি চোৱা মুহূৰ্তত হাতী-মাউতৰ সুখ-দুখৰ জীৱনৰ সৈতে মিলি গ'লা। "এয়া গোৱালপাৰাৰ হাবি নেকি?" "তোমাৰ কেঁচা ফিল্ম 'কোডাক' আছিল নে 'আগ্‌ফা' আছিল?" "গীতবোৰৰ সুৰবোৰ স্থানীয় নিশ্চয়" - "ফিল্মৰ গতি (speed) কিমান আছিল" - "হাতী ধৰা দৃশ্যবোৰ টেলিফটো লেন্সেৰে লৈছিলা নেকি?" "টেইপ ৰেকৰ্ডাৰ নিছিলা যদিও শব্দবোৰ পিছত ডাব কৰিছিলা নেকি?" আদিৰ দৰে বোলছবি নিৰ্মাণৰ যান্ত্ৰিক সমস্যাবোৰৰ প্ৰশ্ন তুমি আমাক কৰিছিলা। আমি তবধ মানিছিলোঁ। তুমি হাতী ধৰা দৃশ্যত আনন্দিত হৈ শিশুসুলভ হাঁহিৰে কৈছিলা: "I see, you had fun taking this picture. You are a sportsman !"এই ছবি তোলোঁতে বৰ মজা হৈছিল চাগৈ, তুমি দেখিছোঁ এক খেলোৱাৰ। তাৰ পিছতেই তুমি গম্ভীৰ হৈ কৈছিলা: "এই উৰাজাহাজ মটৰৰ যুগত হাতী-মাউতসকল লাহে লাহে হেৰাই যাবগৈ। ভাল কৰিছা, মাউতৰ জীৱন ছবিৰে ধৰি ৰাখি। — অসমৰ জনজাতীয়সকলৰ জীৱন বৰ ৰঙীণ। তেওঁলোকৰ বিষয়ে ছবি কৰা। মোৰ বৰ ভাল লাগে অসমখন।" বাৰ হেজাৰ ফুটৰ ছবিখন তুমি চালা। ক'তা পাঁচ মিনিট থকাৰ কথাহে আছিল! তাৰ পিছত আমাৰ প্ৰতি তোমাৰ মৰমৰ প্ৰকাশ: 'এই সুমথিৰা টেঙাটো খোৱা। মিঠা।' তুমিও বৰ আগ্ৰহেৰে আন এটি সুমথিৰা খালী ট্ৰেৰ পৰা লৈ। অলপ পিছতে আহিল আমাক ধন দি ছবি কৰোৱা পৰিবেশক গোয়েঙ্কা। তেওঁ তোমাক সুধিলে: 'পণ্ডিতজী, য়ে পিক্‌চাৰ আপকো কেয়চা লাগা?' তুমি তৎক্ষণাৎ মোক কান্ধত ধৰি মোৰ ফালে দেখুৱাই তেওঁক কৈছিলা: "I have already told the creator - মই স্ৰষ্টাজনক কৈছোৱেই।"

মোৰ তেতিয়া কৃতজ্ঞতাত মূৰ দোঁ খাই গৈছিল। সফল হওক অসফল হওক, তুমি নতুন কিবা কৰিব খোজা লোকক সদায়েই উদগাই দিছিলা। Creative urge তোমাৰ জীৱনৰ লগৰী আছিল। তুমি জীৱনৰ প্ৰত্যেক মুহূৰ্তক ভাল পাইছিলা। তুমি ছবিখন চাওঁতে তোমাৰ মনপ্ৰাণ ছবিত। সুমথিৰাবাটি খাওঁতে সুমথিৰাবাটিৰ মিঠাখিনিয়ে তোমাৰ মন আকৰ্ষণ কৰে। তুমি মিঠা ৰসখিনি পান কৰা। তাক প্ৰকাশো কৰা। সেই মিঠাখিনি আনে অংশগ্ৰহণ কৰাটোও বিচাৰা। পিছ মুহূৰ্তত তুমি এজন মাউতৰ জীৱনৰ কথা ভাবি গোটেই মাউত শ্ৰেণীৰ অৰ্থনৈতিক দুখলগা ভৱিষ্যতৰ কথা ভাবা। তুমি (Particular) বিশেষৰ পৰা

(general) সাৰ্বজনীনলৈ যোৱাঁ। এয়াহে নেতা। আমাৰ পৰা বিদায় লৈ তুমি যেতিয়া তোমাৰ 'হিন্দুস্থান' গাড়ীখনত বহাঁ - তেতিয়া কিন্তু তোমাৰ মানস দৃষ্টি আমাৰ পৰা বহু আঁতৰত। মই মন কৰিলোঁ। তুমি তেতিয়া হয়তো মাউতৰ ৰাজ্যত নাই। কোডাক-আগফাৰ ৰাজ্যত নাই -। তুমি তেতিয়া কেৰালাত, তুমি তেতিয়া দালাই লামাৰ সৈতে তিব্বতত। তুমি তেতিয়া নাচেৰৰ সৈতে মধ্যপ্ৰাচ্যত। তুমি তেতিয়া নিউয়ৰ্কৰ সম্মিলিত জাতিসংঘত, সকু সৰু দেশৰ সমস্যাৰ মাজত মনেৰে বিচৰণ কৰিছিলাঁ। এযাহে মানৱী জীবনৰ মৰ্ম বুজিব পৰা ব্যক্তি। জৱাহৰ, তোমাৰ জীৱন-লালসা সুন্দৰ, positive! তুমি সাধাৰণ পৃথিৱীৰ সকলো জানা। জীৱনত আনন্দ কৰিবও জানা- জীৱন সাগৰত জোবোৰা মাৰি। আৰু সুদূৰৰ পৰাও সমানে অংশ গ্ৰহণ কৰিব পাৰা। এজন ইছলাম পন্থী উৰ্দু কবিয়ে এনেযে কয় নে তোমাৰ কথা ঃ

"মিচল-ই-খুৰশীদ-ই চাহাব
ফিকৰ কি তাৰানি মে'
শ্বমা-ই-মেহফিল কি তৰাহ,
চকচে জুদা, চবকা ৰফি।"

তোমাৰ জ্ঞানৰ জ্যোতিৰে উজ্জ্বল তুমি, তুমি পুবাৰ সূৰুযৰ দৰে তুমি উৎসৱ-উজ্জ্বল প্ৰদীপৰ দৰে। সেই প্ৰদীপে উৎসৱৰ সকলোকে জ্যোতি বিলায পিছে উৎসৱৰ সকলোৰে পৰা দূৰত থাকে। জৱাহৰ, তুমিও সেই শ্বমা-ই মেহফিল, উৎসৱৰ (মেহফিল) জ্যোতি (শ্বমা)।

## অশান্ত জৱাহৰ

কি দৰ্কাৰ তোমাৰ পাহাৰ বগাবলৈ এই বয়সত? কি দৰ্কাৰ তুমি দিনে নিশাই আনৰ কথা ভাবিবৰ? কি দৰ্কাৰ তোমাৰ দেহলৈ চকু নিদি ঢপলিযাই ফুৰিবৰ? জানো - তোমাৰ বয়সৰ আন এটি নাম চিৰ-যৌৱন। অশান্ত যৌবন।

"ভাৰতী আয়ে দঢ়াই নকৈছিলে,
'অকণমান জিৰণি লোৱাঁ'।
তুমি নুশুনিলাঁ অশান্ত জৱাহৰ;
জিৰণি আঁতৰাই থোৱাঁ!!"

তোমাক আমিয়েই মাৰিলোঁ। প্ৰায় সোতৰ বছৰ আগতে ঢোলে-ডগৰে উৎসৱ কৰি তোমাক ৰামচন্দ্ৰ পাতিলোঁ। আকবৰ পাতিলোঁ। অশোক পাতিলোঁ। তাৰ

বিনিময়ত তুমি ভাৰতৰ নাওখনৰ গুৰি ধৰিলা। ভালকৈ নুশুলাও। 'ক্ষণিক মৌন পৰ' নিজৰ বাবে নেৰাখিলাও। নৈতিকতাৰ আদৰ্শ কৈ থকা এক কথা। পাৰত থাকি কেনেকৈ নাও চলাব লাগে তেনে উপদেশ দিয়া এক কথা। আৰু নাওখনত উঠি সমাজ নীতিৰ উত্তাল তৰঙ্গত ডকা চাকনৈয়াৰ মাজেৰে কোটি কোটি জনতা যাত্ৰীক পাৰ কৰাও এক কথা। তুমি যাত্ৰীৰ গালি-শপনিও খাইছা। আমি কোনোৱে তোমাক ঠাট্টা কৰিলোঁ Lotus eater বুলি। কোনো কোনো তথাকথিত প্ৰগতিবাদীয়ে ক'লোঁ - তুমি কেৰেনস্কি। কোনো কোনো হিন্দুৱে চিএঞৰিলোঁ - তুমি অহিন্দু। কোনো কোনো মুছলমানে চিএঞৰিলোঁ, তুমি খাচ ব্ৰাহ্মণ। কোনো কোনো হৰিজনে চিএঞৰিলোঁ - তুমি চকু মুদি থাকাঁ। কোনো কোনো দুখীয়াই চিএঞৰিলোঁ - তুমি ধনীৰ বন্ধু। কোনো কোনো ধনীয়ে চিএঞৰিলোঁ - তুমি ধনীৰ "দুখৰ" পিনে দেখিও নেদেখা ভাও জোৰাঁ। তোমাৰ non-alignment বা আন্তৰ্জাতিক নিৰপেক্ষ নীতিক দুৰ্বলতাৰ প্ৰতীক বুলিলোঁ। নতুন চীনক সমাজ নীতিৰ ক্ষেত্ৰত এক মহা পৰীক্ষা বুলি 'ভাই' বোলোঁতে আমি মানিলোঁ। চীনে পিছ পিনৰ পৰা শেল হানিলে। তেতিয়া আমিয়েই তোমাক উপলুঙা কৰি চিএঞৰিলোঁ, কেনে মজা! বৰ ভাই ভাই কৰিছিলা নহয়। আমি গুজৰাটীয়ে ক'লোঁ - মহাৰাষ্ট্ৰক ভাল পোৱাঁ। মহাৰাষ্ট্ৰীয়ে ক'লোঁ - তুমি গুজৰাটক ভাল পোৱাঁ। অসমীয়াই ক'লোঁ - বঙালীক ভাল পোৱাঁ। বঙালীয়ে ক'লোঁ - অসমীয়াক তুমি বেছি ভাল পোৱাঁ। তুমি এতিয়া কি কৰিবা? তুমি নাৱৰ গুৰি বঠালৈ মন কৰিলা। গালি-গালাজ শুনিও সকলোৰে মঙ্গলৰ বাবে নুশুনিলাহে যেন। তোমাৰ কৰ্তব্যত তুমি ধীৰ-স্থিৰ। তুমি এনে এখন নাৱত গালি পৰাৰ স্বাধীনতা দিলা। তুমি জানা সেয়ে তোমাৰ গণতান্ত্ৰিক তথ্য। তুমি আন একনায়কত্ববাদত বিশ্বাসী দেশৰ দৰে বিৰোধী দল এটিকো 'অবৈধ' নকৰিলা, Ban নকৰিলা। প্ৰকাশৰ শৰৰ শয্যা নিজেই পাতি ল'লা। সেয়েহে মোৰ গীত ঃ

'মৰম মুকুট পিন্ধাই অভিষেক পাতিলোঁ,
আজীৱন মন্ত্ৰণা দিলা।
আমাৰ কাৰণেই নিজ সুখ নেওচি
নিজেই শৰশয্যাত শুলা।।'

## বাঘে ছাগলীয়ে একেটা ঘাটতে

তুমি এক মহা ভাস্কৰ্য শিল্পী। পৃথিৱীৰ মূৰতি সাজিলা নৰৰূপে। নানা দেশৰ

নানা মহিমা। কোনো অসহায়। কোনো মাজ পথৰ। কোনো ক্ষমতা, অহংকাৰী। তোমাৰ পৃথিৱীৰ পিছে ভাস্কর্য বেলেগ -

'বাঘে ছাগলীয়ে একেটা ঘাটতে
পানী যাতে পিব পাৰে।
তেনে পৃথিৱীৰে মূৰতি সাজিবলৈ
বুজালা মহিমা তাৰে।।'

হিৰোশিমাত কাজিয়া হয়। কঙ্গোত কাজিয়া হয়। লাওচত কাজিয়া হয়। কোৰিয়াত ৩৮ নম্বৰ সমান্তৰালত কাজিয়া হয়। মালয়-এছিয়াত কাজিয়া হয়। কিউবাত কাজিয়া হয়। চুয়েজত কাজিয়া হয়। কাশ্মীৰত কাজিয়া হয়। লাডাখত কাজিয়া হয়। পৃথিৱীৰ দেশবোৰ গোষ্ঠীত পৰিণত হয়। মাৰণাস্ত্ৰ নিক্ষেপ কৰে এখন দেশে আন এখন দেশলৈ। আৰু তাৰ ফল পৰেহি সাধাৰণ মানুহৰ মূৰত। সেয়েহে মোৰ গীত ঃ

'দুটি ম'হৰ যুঁজত খাগৰিৰ মৰণ হয় -
খাগৰিৰ কাষলৈ গ'লা।
দুটি ম'হৰ মাজৰে, মানুহ খাগৰিৰ
তুমিয়ে সাৰথি হ'লা।।'

এয়ে তোমাৰ সহ-অৱস্থান নীতিৰ সৰল ব্যাখ্যা।

'ৰণ মতলীয়া বলিয়া ম'হবো
শিঙতে ধৰিলা তুমি।
মহিষাসুৰকো চিঞৰি ক'লাগৈ ঃ
পৃথিৱী শান্তি ভূমি।।'

তোমাৰ মানস পৃথিৱী ৰণবলিয়াৰ বাবে নহয়। শান্তিৰ বাবে। সৃষ্টিৰ বাবে। তুমি এক মহা ভাস্কৰ।

## বুকু ডাঠ কৰি তোমাক কথা দিলোঁ

জৱাহৰ, তুমি বিলাতত ছাত্ৰাৱস্থাত হেনো গেৰিবল্ডিৰ জীৱনী এখন পুৰস্কাৰ পাইছিলা। তুমি আব্ৰাহাম লিংকনৰ জীৱনী ভাল পাইছিলা। তুমি টলষ্টয়ক ভাল পাইছিলা। মাৰ্ক্সৰ মূল উদ্দেশ্যৰ প্ৰেমত পৰিছিলা। খান-ইয়েৎ-ছানক ভাল পাইছিলা। অশোক-আকবৰৰ সমন্বয় ভাল পাইছিলা। আইনষ্টাইনৰ মহিমা বুজিছিলা। বাৰ্ট্ৰেণ্ড ৰাছেলক ভাল পাইছিলা। পল ৰ'বছনৰ বন্ধু আছিলা। খ'ক

(বাৰ্ণাৰ্ড শ্ব') সম্মান কৰিছিলা। শ্ব'ই তোমাক এছিয়াৰ লেনিন বুলিলে। মহাত্মা গান্ধীৰ তুমি চৰণ সেবা কৰিছিলা। পৃথিৱীৰ মনীষীসকলৰ বক্তব্য অধ্যয়ন কৰি এটা মূল কথা উপলব্ধি কৰিছিলা শেষত। সেইটো হ'ল- সৰু সৰু মানুহৰ মুখত হাঁহি বিৰিঙিওৱাটোবেই সবাতোকৈ ডাঙৰ দৰ্শন। তুমি সমাজবাদৰ নীতি ন ধৰণে বুজিছিলা। বুজাব খুজিছিলা।

'সমাজৰ ধন-ধান সৰু বৰ সবাকে
সমানে ভগাওঁ বুলি,
প্ৰতিষ্ঠা কৰোঁতেই লৈ গ'ল ক'ৰবাৰ
ঈশ্বৰে কোলালৈ তুলি !!'

সঁচাকৈয়ে এইজন 'ক'ৰবাৰ' ঈশ্বৰ। নেজানো এওঁ ক'ত থাকে। "My life time is not ending so soon" বোলা জৱাহৰক, হে 'ক'ৰবাৰ' ঈশ্বৰ, তুমি হঠাতে কিয় কাঢ়ি নিলা- আমাৰ মাজৰ পৰা? তুমি স্বাৰ্থপৰ। তুমি বোধহয় সৰু সৰু মানুহক ভাল নোপোৱাঁ !! নহ'লে এই অন্যায় ফেৰা নকৰিলাহেঁতেন !!!

ভাৰতবৰ্ষ মহা মহা মনীষীৰ দেশ। পিছে পুৰণি সভ্যতাৰ কিছু আজিৰ যুগত নেখাটে। সেইবোৰ বাছি বাছি ভালখিনি লৈ তাৰে সৈতে বুল-ড'জাৰ, ট্ৰেক্টৰ, এটমিক এনাৰ্জী, জেট্‌প্লেইন, ইণ্ডাষ্ট্ৰিয়েলাইজেশ্যান, বিজুলীশক্তি মিলালা। যন্ত্ৰৰ মহিমা বুজালা। তাতে ঢালিলা মানৱ নীতি। অৰ্থাৎ যন্ত্ৰহে মানুহৰ দাস। মানুহ যন্ত্ৰৰ দাস হ'ব নোৱাৰে। সেয়ে ন প্ৰগতিৰ ৰূপ।

'পুৰণি ঐতিহ্যৰ গুণেৰে মিলালা
ন বিজ্ঞানৰে গতি।
মানৱ নীতিৰে প্ৰগতি চিনিবলৈ
সলালা আমাৰো মতি।।'

জৱাহৰ, তোমাৰ ঘৰ এলাহাবাদত। তোমাৰ ঘৰৰ পৰাই তুমি প্ৰয়াগ দেখিছিলা। সেয়েহে তুমি মানৱ সভ্যতাৰ সুদীৰ্ঘ বুৰঞ্জীৰ উজ্জ্বল অনুজ্জ্বল হৈ থকা নানা দৰ্শনৰ সাগৰ সঙ্গমত সাঁতুৰিছিলা। সেই নানা দৰ্শনৰ সঙ্গমৰ পৰা আমালৈকো অকমান কিন্তু পানী ছটিয়াইছিলা। আমি তোমাক কথা দিব পাৰোঁ বুকু ফুলাই -

'দৰ্শন প্ৰয়াগত তুমি স্নান কৰিলা
আমালৈয়ো ছটিয়ালা পানী
বুকু ডাঠ কৰি তোমাক কথা দিলোঁ,
আগুৱাম তোমাক মানি।'

**সঁচাকৈয়ে কণ্ঠৰ শপত। কথা দিলোঁ, জৱাহৰ।**

## এতিয়া কি কৰোঁঃ মূৰৰ চুলি ছিঙি মৰোঁ

১৯৫৫ চন। বুকু ফুলাই লেনিনগ্ৰাড এৰোড্ৰমত বৈ আছোঁ ভাৰতীয় সাংস্কৃতিক দল। নেতা আমাৰ বিজ্ঞানী ডঃ মেঘনাথ সাহা। আধা ঘণ্টা পিছতে পণ্ডিত নেহৰুৰ আগমন। আমাক কোনে পায়? আমিও বৰ ডাঙৰ মানুহ হৈ গ'লোঁ। ৰাছিয়ানসকলৰ মনত। আমি যে নেহৰুৰ দেশৰ মানুহ!! হিটলাৰৰ আক্ৰমণাত্মক অহঙ্কাৰেও নিঃশেষ কৰিব নোৱাৰা। গান্ধীপ্ৰেমী মনীষী টলষ্টয়ৰ কাৰ্যক্ষেত্ৰ লেনিনগ্ৰাডৰ ৰাজপথৰ পুলিচে যানবাহনৰ গতিৰ শাসন পাহৰি আনন্দত আত্মহাৰা হৈ লগতে লৈ অহা বাদ্যযন্ত্ৰ একৰ্ডিয়ান বজাই গীত গোৱা আমি নিজ চকুৰে দেখিছোঁ। পুলিচজনক সুধিছিলোঁ - তোমাক ভূতে পাইছে নেকি? তেওঁ হাঁহি হাঁহি ক'লে, "জহন্নামে যাবলৈ দিয়ক যান-বাহন। আমাৰ নেহৰু আমাৰ দেশত যে!" মই জানো, সেই ৰাছিয়ান পুলিচজনেও আজি কান্দিছে। ক্ৰুশ্চেভেও সিদিনা কেনেডীক হেৰুৱাই, আজি নেহৰুক হেৰুৱাই, ক্ৰেমলিনত বেচ অকলশৰীয়া অনুভৱ কৰিছে। ইফালে দিল্লীৰ ত্ৰিমূৰ্তি ভৱনত হীৰালালে অসহায় অনুভৱ কৰিছে। আনহাতে, সমগ্ৰ বিশ্বৰ অৱহেলিত মানবৰ বিবেকে অসহায় অনুভৱ কৰিছেঃ

"ৰঙাকৈ গোলাপৰ কলি হীৰালালে
কাৰ বুকুত সজায়ে দিব?
পৃথিৱীৰ বিবেক অসহায় হ'লেই
কাৰ পিনে লৰৰি যাব?"

"এতিয়া কৰোঁ কি? কান্দো নে হাঁহো
নে মূৰৰ চুলি ছিঙি মৰোঁ
নে অৰ্দ্ধ শতিকাৰ জৱাহৰ-যুগটোক
চিৰ যুগমীয়া কৰোঁ।।"

আমি জৱাহৰ-যুগৰ লোক। জৱাহৰৰ চিতাভস্ময়ো ভাৰতৰ পথাৰ সাৰুৱা কৰি যায় ———।

আকৌ বুকু ডাঠ কৰি কথা দিলোঁ জৱাহৰ - আমি নগণ্য শিল্পীৰূপে শেষটোহে বাছি ল'ম। হাতেৰে, কামেৰে, মনেৰে, প্ৰাণেৰে, কণ্ঠেৰে, কাপেৰে, অৰ্ধ শতিকাৰ

জৱাহৰ যুগটোক, সময়ৰ পৰিৱৰ্তনৰ তথ্যেৰে, আগুৱাবলৈ আপ্ৰাণ চেষ্টা কৰি যাম। মূৰৰ চুলি ছিঙি নমৰোঁ। নেকান্দো। বলিয়াৰ দৰে নেহাঁহো। কাম কৰি যাম। তুমি কৰ্মযোগী জৱাহৰ। তুমি কামহে ভাল পোৱা। তুমি মৃত্যুৰ আগদিনা শিশুৰ পৰা ডেৰাদুনত ফুল গ্ৰহণ কৰিছিলা। তুমি সমাজতো ফুলাৰ মন্ত্ৰহে ভাল পাইছিলা, অশান্ত জৱাহৰ।

# ৰাধাগোবিন্দ বৰুৱা ঃ এটি সাধুকথা

এটি দিন। ১৯৩৯ চনৰ। এই লেখক তেতিয়া ক্লাছ টেনৰ ছাত্ৰ। জ্ঞানদাভিৰাম বৰুৱা, বাৰ এট ল, জ্যোতিপ্ৰসাদৰ ওচৰত বহি আছে। স্থান কলিকতাৰ কেলকাটা হোটেলৰ এটি কক্ষ। উদ্দেশ্য ঃ 'ইন্দ্ৰমালতী' কথাছবিৰ দৃশ্য গ্ৰহণ। এজন সুপুৰুষ সোমালহি। লগত এজন কিশোৰ। দুয়ো যোৱাৰ পাছত মই জ্যোতি ককাইদেউক সুধিলোঁ- এখেতসকল কোন? ক'লে- 'মানুহজন শ্ৰীৰাধাগোবিন্দ বৰুৱা, লগৰজন তেওঁৰ পুত্ৰ, তুলসী।' সুধিলোঁ, কলিকতালৈ কেলৈ আহিছে। ক'লে, 'আছাম ট্ৰিবিউন' বোলা কাকত এখন উলিয়াব। কলিকতালৈ কাগজ কিনিবলৈ আহিছে।

- ১৯৬৫ চনৰ এটি দিন। ১৩ এপ্ৰিল। কলিকতাতো আমাৰ বিহু বিহু লাগিছে গাত। নিমন্ত্ৰণ পাই কলিকতাৰ গ্ৰেণ্ড হোটেলৰ বিৰাট সুসজ্জিত হ'ল এটিত দেখিলোঁ কলিকতাৰ সাংবাদিক, সম্পাদক আদিৰ উপৰিও আছে [illegible]ৰ মুখ্যমন্ত্ৰী প্ৰফুল্ল সেন, অতুল্য ঘোষ, তুষাৰকান্তি ঘোষ, অসমৰ শিক্ষা[illegible] দেৱকান্ত বৰুৱাদেউ। ভোজমেলৰ উদ্দেশ্য ঃ আছাম ট্ৰিবিউনৰ ৰূপালী জয়ন্তী [illegible]লিকতাত

অসমীয়া হিচাপে আমাৰ বুকু গৌৰৱত ফুলি উঠিল। সেন, ঘোষ আৰু অমৃত বাজাৰ পত্ৰিকাৰ সম্পাদক তুষাৰ বাবুৱে, প্ৰতিষ্ঠাতা ৰাধাগোবিন্দ বৰুৱা আৰু তেখেতৰ সহযোগীসকলক আন্তৰিক অভিনন্দন জনালে। দেৱকান্ত বৰুৱাদেৱে তেখেতৰ ভাষণত ক'লে- "Radhagovinda Baruah is not an individual, he is an institution"– ৰাধাগোবিন্দ বৰুৱা এজন ব্যক্তি নহয়, এটি অনুষ্ঠানহে। এই কথা অসমৰ প্ৰত্যেক নাগৰিকে মানি লোৱা কথা।

অসমৰ সাংবাদিকতাৰ বুৰঞ্জী (অৰুণোদয়ৰ পৰা আজিলৈকে) এক কথাত ক'বলৈ হ'লে অকাল মৃত্যুৰ বুৰঞ্জী। মৰি মৰি জীয়াই থকাৰ বুৰঞ্জী। ৰাধাগোবিন্দ বৰুৱাদেৱৰ অধ্যৱসায়, শ্ৰম আৰু দৃঢ়তাক সহায় কৰাকেইজনৰ ভিতৰত প্ৰথমতে নাম ল'ব লাগিব, সাহিত্যিক আৰু অভিজ্ঞ সাংবাদিক লক্ষ্মীনাথ ফুকনদেৱৰ। অসমৰ ৰাজনৈতিক, সামাজিক, সাংস্কৃতিক জীৱনত আছাম ট্ৰিবিউনৰ বৰঙণি প্ৰত্যেক অসমীয়াই পাহৰিব নোৱাৰে। আৰ জি বি। এই তিনিটা আখৰৰ মানুহজনে য'তে হাত দিয়ে ত'তে সাফল্য। 'আছাম ট্ৰিবিউন'ক মূৰ দঙাই ৰাখিয়েই তেখেত ক্ষান্ত থকা নাই। 'অসম বাণী' উলিয়ালে। উলিয়ালে 'দৈনিক অসম'। অসম সঙ্গীত সম্মিলনী আৰু অসমৰ খেল-ধেমালিৰ জগতখনতো আৰ জি বিৰ বৰঙণিৰ কথা সাধু কথাৰ দৰে। গুৱাহাটী ষ্টেডিয়াম আৰ জি বিৰ শ্ৰমৰ কীৰ্তি। অসমত আৰু দহজন আৰ জি বি হোৱাহেঁতেন।

# প্ৰতিভাৱান অভিনেতা ঃ চেৰকাচোভ

সৌৱা কোন ? লেনিনগ্ৰাদৰ ৰাজপথেদি কাৰ মৃতদেহ যায় ? যানবাহন বন্ধ কিয় ? লক্ষ লক্ষ বাটৰুৱাই শাৰী পাতি শ্ৰদ্ধাৰে মূৰ দোঁৱাই চকু পানী মচিছে কিয় ? 'এয়াতো এজন অকল অভিনেতাৰ মৃত্যু নহয় ? ৰাইজৰ সবাতোকৈ প্ৰিয় শিল্পীজনৰ মৃত্যু' বুলি কৈ উঠিছে ৰাছিয়াৰ লেনিন প্ৰাইজ বিজেতা শিল্পী কজিণ্টচেভে। তেওঁৰ বুকুৰ বান্ধৈ মহান নাট শিল্পী চেৰকাচোভৰ সিদিনা জীৱনাৱসান হ'ল। শিল্পীৰ পৃথিৱী ম্ৰিয়মান হ'ল।

- সামান্য এজন ৰেল বনুৱাৰ ল'ৰা হৈ জন্মিলে ১৯৩৩ চনত। হ'লগৈ ডাক্তৰ। পিছত চালিয়াপিন নামৰ বিখ্যাত অপেৰা থিয়েটাৰৰ গায়ক। অভিনেতাক দেখি অনুপ্ৰাণিত হৈ চেৰকাচোভে অভিনয় আৰম্ভ কৰিলে। প্ৰথমে তেওঁ আছিল লাহী, ওখ, খুহুতীয়া ধৰণৰ এজন 'এক্সট্ৰা'। 'ডা ইভিল্ ফ'ৰ্চ' অপেৰাত এজন বহুৱাৰহে ভাও পালে। এবাৰ চালিয়াপিনে এৰেম্‌কাৰ ভাও দি থাকোঁতে দৰ্শকে বেছিকৈ মন দিলে সেই বহুৱাজনলৈ। তাকে দেখি চালিয়াপিনে চিঞৰি উঠি চেৰকাচোভক নাটঘৰৰ পৰা ওলাই যাবলৈ ক'লে ! চেৰকাচোভৰ বাবে ই অলপ

অপমানসূচক আছিল যদিও তেওঁ সেই বিখ্যাত শিল্পীজনৰ প্ৰতি শ্ৰদ্ধা নেৰিলে। কিয়নো তেৱেঁই চেৰকাচোভক অভিনয়ৰ প্ৰকৃত শিক্ষা দিছিল। অপেৰাত অভিনয় কৰি চেৰকাচোভে লাহে লাহে গম্ভীৰ অভিনয়ৰ পিনে আহিল। ইন্‌ষ্টিটিউট অব্ থিয়েটাৰ আৰ্টছত যোগ দিলে- ইন্‌ষ্টিটিউট অব্ চিনেমা আৰ্টত। বেছিকৈ মনোযোগ দিলে নাটঘৰৰ অভিনয়তহে। চাৰি বছৰ থাকিল লেনিনগ্ৰাদৰ থিয়েটাৰ অব্ ইয়ং স্পেকটেটৰ্ছত আৰু পিছত পুস্কীন একেডেমিক থিয়েটাৰত। -জুল ভাৰ্ণেৰ কমিক চৰিত্ৰ পাগানেলেৰ পৰা জৰথি আৰু হাইফিট্‌জৰ পৰিচালনাৰ ভব্যগব্য চৰিত্ৰ প্ৰফেছৰ পলেজায়েভৰ ৰূপায়ণলৈকে চেৰকাচোভে সকলো দৰ্শকক আচৰিত কৰিলে। ৭০ বছৰীয়া এই চৰিত্ৰটিৰ ৰূপ দিওঁতে চেৰকাচোভৰ বয়স আছিল মাথোঁ ৩২। সেয়ে একে সময়তে 'পিটাৰ ডা ফাৰ্ষ্ট' নাটকত পিটাৰৰ পুতেকৰ ভাও দি ৰাছিয়াৰ নাটঘৰত চেৰকাচোভে থিতাপি ল'লে। তেওঁ ভোটাতৰা হ'ল নাটঘৰৰ। বোলছবিৰ অভিনয়তো চেৰকাচোভৰ তুলনা নাই। 'লেনিন ইন্ নাইনটিন্ এইটিন্' বোলছবিত তেওঁ অভিনয় কৰিলে মেক্সিম গৰ্কীৰ চৰিত্ৰটি। মানুহ আচৰিত হ'ল। পৃথিৱীৰ সৰ্বশ্ৰেষ্ঠ বোলছবি পৰিচালক আইজেনষ্টাইনৰ ছবি 'আলেকজেণ্ডাৰ নেভস্কী' আৰু 'আইভান ডা টেৰিবল'অত নাম ভূমিকাত কৰা চেৰকাচোভৰ অভিনয় দেখাৰ আমাৰ সুযোগ হৈছিল। এবাৰ দেখিলে, পৃথিৱীৰ কোনেও সেই অভিনয় পাহৰিব নোৱাৰে। ৰাষ্ট্ৰৰ উচ্চতম্ সন্মানৰ অধিকাৰী চেৰকাচোভক ৰাইজে মাতিছিল 'এন্ এক্টৰ অব্ থাউজেন্দ মাস্কছ' বুলি। হেজাৰ মুখা পিছে তেওঁ নিপিন্ধিছিল। মুখৰ অভিব্যক্তিৰেই তেওঁ সহস্ৰ বেলেগ মানুহৰ চৰিত্ৰ ৰূপায়িত কৰাৰ ক্ষমতা পাইছিল- সাধনাৰ যোগেদি।

তেওঁক পৰিচালনা কৰা সকলৰ এজন আছিল কজিণ্টচেভ। তেওঁৰ মতেঃ 'চেৰকাচোভে যেতিয়া Don Quixote অৰ অভিনয় কৰিলে স্পেইনৰ San Sebastian চহৰৰ নাগৰিকে তেওঁক বাস্তৱ চৰিত্ৰ বুলি ধৰি আনন্দত প্ৰায় বলিয়া হৈ গৈছিল।

## আমাৰ সৈতে চেৰকাচোভ

চেৰকাচোভে পৃথিৱীৰ নানা দেশ ফুৰিছে। য'লৈকে গৈছে তাতে তেওঁক ৰাইজে আপোন কৰি লৈছে। মূল কাৰণ? তেওঁৰ অভিনয় প্ৰাণ-পৰশা আছিল। মানুহ হিচাপেও তেওঁৰ অন্তৰ খোলা। ভাৰতলৈ তেওঁ এবাৰ ১৯৫১ চনত

আহিছিল, বিখ্যাত বোলছবি পৰিচালক পুডভকিনৰ সৈতে। চেৰকাচোভে ভাৰতক কিমান ভাল পাইছিল- তাৰ প্ৰমাণ আমি ব্যক্তিগতভাৱে পাইছোঁ। ১৯৫৬ চনত যেতিয়া ভাৰতীয় শিল্পী প্ৰতিনিধি হৈ ৰাছিয়ালৈ যাওঁ, তেতিয়া এখন ভোজ মেলত চেৰকাচোভে এফালৰ পৰা আমাক কৈ গৈছিল ভাৰতৰ সংস্কৃত নাট্যশাস্ত্ৰৰ পৰা শিশিৰ ভাদুড়ীলৈকে থকা মহান ঐতিহ্যৰ কথা। লেবেডেফৰ কথা। ভাৰতীয় বোলছবি জগতৰ বলৰাজ সাহনীৰ অভিনয়ৰ শক্তিৰ কথা। আন ভাৰতীয় নাট কৰ্মীসকলৰ সৈতে তেওঁৰ বন্ধুত্বৰ কথা। সকলো বৰ্ণাই শেষত এষাৰ কথা কৈছিল যি আমাৰ অন্তৰ বৰকৈ পৰশিছিল। চেৰকাচোভে গম্ভীৰ হৈ কৈছিল, 'ভাৰতক আমি কি অভিনয় শিকাম? গ্ৰীক-সকলক আমি কি অভিনয় শিকাম? এনে প্ৰাচীন পৰম্পৰাৰ সমুখত আমাৰ নাট বুৰঞ্জী শিশু!'- এই কথাষাৰিত পুৰণি ঐতিহ্যৰ প্ৰতি গভীৰ সন্মানৰ লগতে তেওঁৰ নম্ৰতাও ফুটি উঠিছিল।

## চেৰকাচোভৰ হাস্যৰস

সেই সন্ধিয়াৰ ভোজমেলত আমাৰ দলত আছিল সাংবাদিক বিবেকানন্দ মুখোপাধ্যায়, নাট্যকাৰ শচীন সেনগুপ্ত, মুলকৰাজ আনন্দ আৰু ভাৰতৰ সৰ্বশ্ৰেষ্ঠ বুলি পৰিগণিত হোৱা মডাৰ্ণ চিত্ৰ শিল্পী এম, এফ, হুছেইন। চেৰকাচোভে ভাষণ দি থাকোঁতে হুছেইনে কি কৰি আছিল আমি মন কৰা নাছিলোঁ। ভাষণ শেষ হোৱাৰ পিছত হুছেইনে ভোজৰ মেজৰ নেপকিন্ এখন উপহাৰ দিলে চেৰকাচোভক। চেৰকাচোভে স্বভাৱসুলভ হাস্যৰসেৰে ক'লে- 'ৰাছিয়াৰ কমাল দেখোন ৰাছিয়াক দিলে!' হুছেইনে ক'লে, 'মেলি চাওকচোন'! চেৰকাচোভে নেপকিনখন মেলি চাই দেখে যে তাত চেৰকাচোভৰ মুখখন অঁকা আছে। সকলো বৰ আচৰিত হ'ল। হুছেইনক খাবলৈ দিয়া প্ৰায় বিধ খাদ্যেৰে সেই ছবিখন অঁকা। আঁকিছে কাটা চামুচ আৰু কটাৰিৰে। ৰং কি? মাখন, টমেটো চচ্, হালধীয়া তৰকাৰী আৰু কেঁচা জলকীয়াৰ সেউজীয়া ৰসেৰে হুচেইনে চেৰকাচোভৰ মুখখন আঁকি থৈছে!-

চেৰকাচোভে হাঁহি হাঁহি হুছেইনৰ গুণ বখানিলে! পিছত ক'লে, "হুছেইনে ভদ্‌কা খোৱা নাই বাবেই ইমান মনোযোগেৰে মোৰ ছবি আঁকিব পাৰিলে'। হুছেইনে ক'লে, 'আপোনাৰ ব্যক্তিত্বৰ এনে প্ৰখৰতা আছে যে আপুনি কথা কৈ থকা চালে ভদ্‌কা নোখোৱাকৈ নিচা হৈ যায়'। কথাটোত আমি সকলোৱে হাত

চাপৰি বজালোঁ শলাগি। চেৰকাচোভে ৰগৰ কৰি এটি মজাৰ কথা ক'লে "ৰ'ব, নিচাৰ কথা কওঁতে আপোনালোকৰ দেশৰ এটি কথা মনত পৰিল। ক'লে বেয়া নেপায় যদি কওঁ।" আমি সকলোৱে চিঞৰিলোঁ- 'কওক কওক কৈ পেলাওক।' বিশ্ববিখ্যাত চেৰকাচোভে কৈ গ'ল- "আপোনালোকৰ ভাৰতত সকলো ভাল। পিছে এটা কথা অলপ আপদীয়া। সেইটো হ'ল শ্ৰীমোৰাৰজী দেশাইৰ বোম্বে চহৰত থকা 'প্ৰহিবিশ্যন্'! ময়ে পুডভকিনে গৈ যেতিয়া বোম্বে বিমান কোঠ পাওঁ তেতিয়া বোম্বেৰ কাছটম্‌ছ পুলিচে মোৰ বাকচত থকা ভদকা বটল এটি দেখি ক'লে- 'ক্ষমা কৰিব। সুৰা আমি বোম্বে মহানগৰীত প্ৰবেশ কৰিবলৈ অনুমতি দিব নোৱাৰোঁ।' মই মহা বিপাঙত পৰিলোঁ। এনে হেন সুন্দৰ ভদ্‌কাৰ বটলটিৰ সঙ্গ হেৰুৱাম কেনেকৈ? মোৰ ৰগৰ দেখি পুডৰ্ভকিনৰ কিন্তু বিৰক্তি মুখত ফুটি উঠিছে। এনেতে মোৰ এটি ভাব হ'ল। মই কাছটম্‌ছ পুলিচজনক অকমান দূৰলৈ মাতি আনি মনে মনে সুধিলোঁ, 'আপুনি সুৰা পান কৰে নেকি?' তেওঁ আকাৰে ইঙ্গিতে লাজ কৰি কৰি 'খাওঁ মাজে মাজে' বুলি ক'লে। তেতিয়া মোক পায় কোনে? মই ক'লোঁ, 'পুলিচ চাহাব, এটা কাম কৰোঁ। বোম্বে মহানগৰী সোমোৱাৰ আগতে যদি এই বটলটিৰ সুৰাখিনিৰ আধা আপোনাৰ পেটত আৰু আধা মোৰ পেটত প্ৰৱেশ কৰে তেতিয়া ৰাজ্যৰ আইনৰো লঙ্ঘন নহ'ব- আৰু এজন ভাৰতীয় আৰু এজন ৰাছিয়ানৰ মাজত বন্ধুত্বও ভদ্‌কাৰ দৰে প্ৰখৰ হ'ব।' বোম্বেৰ কাছটম্‌ছ পুলিচজনে কথাটোত বৰ স্ফূৰ্তি পালে। যেনে প্ৰস্তাৱ তেনে কাম! দুয়ো সুৰাখিনি খোৱাৰ পিছত, মই শুদা বটলটো দলিয়াই দি কলোঁ- "যাঃ সুৰাৰ বটল, তই বোম্বে মহানগৰীত সোমাব নোৱাৰ!"

ভোজ খাবলৈ এৰি আমি হাঁহি হাঁহি উশাহ নোপোৱা হ'লোঁ। চেৰকাচোভে বৰ্ণনা কৰা প্ৰকাশ ভঙ্গী ইমান সুন্দৰ আছিল যে আমি তেওঁৰ বিখ্যাত কমেডি অভিনয়ৰ আভাস তাত পাইছিলোঁ। আৰু ভাবিছিলোঁ এনে মজাৰ হাস্যৰস পূৰ্ণ এই মানুহজনেই কেনেকৈ লেনিন, মেক্সিম গৰ্কী, নেভস্কী আৰু আইভানৰ দৰে গম্ভীৰ চৰিত্ৰ ইমান বাস্তৱতা সানি ৰূপায়িত কৰিব পাৰে? সঁচাকৈয়ে চেৰকাচোভ was an 'actor with thousand masks'-। চেৰকাচোভৰ দৰে অভিনেতাক ইংলণ্ডৰ চাৰ লৰেন্স অলিভিয়েৰ, আমেৰিকাৰ হোজে ফেৰাৰ আদিয়েও পৰাজয় কৰিব নোৱাৰে বুলি পৃথিৱীৰ সমালোচকসকল একমত আছিল। এনে এজন মহান অভিনেতাৰ মৃত্যুত নাটশিল্পীৰ পৃথিৱী বৰ দুখীয়া হ'ল। তেওঁৰ আত্মাই শান্তি পাওক। এয়ে আমাৰ অন্তৰৰ কামনা।

# আকুল পথিক থুপিতৰা হ'ল

১৯১১ চন।

শিৱসাগৰ হাইস্কুলৰ হাতেলিখা আলোচনীৰ সম্পাদকজন নিচেই সক ল'ৰা। এওঁ কমাৰফদীয়া গাঁৱত ওপজা আমাৰ ডিম্বেশ্বৰ নহয়নে?

পোন্ধৰ বছৰ হ'বলৈহে পালে ল'ৰাই কবিতা গীত লিখা আৰম্ভ কৰিলেই -

সেই যে ল'ৰাই কাপ হাতত ল'লে, ক্লান্তি নাই, ক্ষণিকৰ বিৰাম নাই, লিখা, লিখা আৰু লিখা।

উন্মত্ত যৌৱন আহিল। '**পথিক আকুল**' হ'ল। বয়সৰ সুৰে বনৰীয়া কৰা গৰখীয়াৰ চিঞৰক নিকা কৰি কাকতত বন্দী কৰিলে। অসমীয়াৰ জনজীৱনৰ প্ৰকাশক দিলে স্থায়ীৰূপ। 'মালিকা', 'সঁফুৰা', 'থুপিতৰা', 'ভোগজৰা', 'অসমা' শুৱনি কৰিলে। 'মেঘদূত', 'শ্বহীদ কাৰবালা', 'শ্বিৰি ফৰহাদ', 'বিচিত্ৰা'ৰ বিচিত্ৰ তৰাৰে কাব্যাকাশ উজ্জ্বলতৰ কৰিলে। সাহিত্য সৃষ্টি কৰি কৰি উপলব্ধি কৰিলে অসমীয়া সাহিত্যৰ বুৰঞ্জীৰ আৱশ্যকতা। পাঁচোখনকৈ সাহিত্যৰ বুৰঞ্জী-বিষয়ক পুথি যুগুত কৰি সাহিত্য বিশ্লেষণৰ বাটেৰে আগুৱালে। গভীৰ দৰ্শনৰ সাগৰত ডুব দি চুফী মতবাদক আমাৰ সমুখত পৰিবেশন কৰিলে। অনা-অসমীয়াক

অসমীয়া সাহিত্যৰ ঐতিহ্য জনাবই লাগিব বুলিয়েই ইংৰাজী ভাষাত বহুমূলীয়া পুথি লিখি থৈ গ'ল। ভাৰতৰ জ্ঞানী মণ্ডলে শলাগিলে।

জীৱন-সগৰী আজলীতৰাও তেওঁক এৰি কোনোবা তৰাৰ 'দশলৈ গুচি গ'লগৈ। ক্ষীণ দেহাৰ ভিতৰৰ হাড়ত সেয়া কিহৰ বিষ? কেন্সাৰ!

তথাপি যেন বিৰাম নাই লিখাৰ। চকু মুদিবলৈ আৰু মাথোঁ একুৰি চাৰিটা দিন বাকী। সেই দিনাও আকাশবাণীৰ কবি সন্মিলনীত নতুন কবিতা নিজেই পঢ়ি গ'ল। আত্মজীৱনীখনো যুগুত কৰি আছিল শেহতীয়াভাবে।

একাধাৰে পণ্ডিত, সাহিত্য সমালোচক আৰু কবি ডিম্বেশ্বৰ নেওগৰ মৃত্যুৱে অসমৰ সাহিত্যক দুখীয়া কৰিলে। আজিৰ অসমৰ পাবত গজা সাহিত্যিকৰ সংখ্যা বাঢ়িল। মোৰেভিয়াৰ দুখন কিতাপ পঢ়ি তাকে অনুকৰণ কৰি এখন বা দুখন অসুস্থ যৌন জীবনৰ উপন্যাস লিখা 'সাহিত্যিক' আৰু নাক টিপিলে পাঠ্যপুথিৰ পাতনি ওলোবা 'বুদ্ধিজীবী' অসমৰ সাহিত্যবনত জামেনী-বন গজাদি গজিছে। এনে দিনত অসমৰ মাটিত, অসমৰ ঐতিহ্যত দ-শিপা থকা, গবেষণাৰ শক্তিশালী গুৰি থকা, উচ্চতা আৰু ফলে-ফুলে জাতিষ্কাৰ বৃহৎ বৃক্ষৰূপী সাহিত্যিক আছিল আমাৰ নেওগ ডাঙৰীয়া। তেনে এজন প্ৰথিতযশা সাহিত্য-স্ৰষ্টাক পাবলৈ অসমীয়া জাতিয়ে পুনৰ যুগ যুগ সাধনা কৰিব লাগিব। শ্ৰদ্ধেয় নেওগে আজীবন গভীৰ সাধনা কৰি, পাৰ্যোনিয়াৰ হৈ অক্লান্ত শ্ৰম কৰি কেন্সাৰ ৰাক্ষসৰ হাতত প্ৰাণ দিছে। পিছে বৰ্তমান অসমৰ সাহিত্য জগতত সাধনা আৰু গাম্ভীৰ্যবিহীনতাৰ কেন্সাৰক নেওগ ডাঙৰীয়াই সুন্দৰ আৰু নিৰ্ভীক মনেৰে টেঁটুত টিপা মাৰি জয়লাভ কৰি গৈছে।

নেওগদেৱৰ মনৰ দুটা অংশ। এটি অংশই পাণ্ডিত্যপূৰ্ণ বিতৰ্কমূলক লিখা লিখিলে, আনটো অংশই সুন্দৰ কাব্যক সৃষ্টি কৰিলে। এটি অংশই আন অংশক পূৰ্ণ সমৰ্থন আৰু বিনা দ্বিধাৰে আহিলা-পাতি যোগালে। দুয়োটি অংশৰ মাজত এনে সহযোগিতা সঁচাকৈয়ে বিস্ময়কৰ। এইবাৰৰ ডিবৰুৰ সাহিত্য সভাৰ সন্মিলনীৰ নাটঘৰত দীঘল গাৰু লৈ বহা 'সাহিত্যিক' হয়তো বহুতকে আমি দেখিম। পিছে নেওগ ডাঙৰীয়াৰ দৰে কৃতবিদ্য, Scholarly হৈও creativityৰ গৰাকীৰ আসনখন বৰ দুখ লগাকৈ শূন্য হৈ থাকিব। ই আমাৰ অসমৰ সাহিত্যৰ বৰ ডাঙৰ ট্ৰেজেডী। সতকাই পূৰাব নোবৰা বিধৰ শোকাবহ দুৰ্ঘটনা। আকুল পথিক সময়-আকাশত থুপিতৰা হ'ল। আমি কিন্তু দৰিদ্ৰ হৈ গ'লোঁ।

# অসমকেশৰী ঃ অম্বিকাগিৰী ঃ ডেকাগিৰী

অগা-পিছাকৈ আমাৰ জাতীয় জীৱনত কেবাজনো কৃতী পুৰুষ হেৰুৱাব লগা হোৱাত আমাৰ সামাজিক জীবনত যি নিদাৰুণ আঘাত পৰিছে সেই কথা দোহৰাটো নিৰাবশ্যক। ইংৰাজী নতুন বছৰৰ (১৯৬৭ চনৰ) আগমনিতে আমি হেৰুবাব লগা হ'লোঁ অসমকেশৰী অম্বিকাগিৰী ৰায়চৌধুৰীদেৱক। অম্বিকাগিৰীৰ অন্তৰ্দ্ধানৰ লগে লগে পুৰণি চামৰ বিদায়ৰ কথাটো বেছি ঘনীভূত হৈ উঠিছে।

আমাৰ সাহিত্য, সংস্কৃতি আৰু সামাজিক জীবনত অম্বিকাগিৰীয়ে যি দান দি গ'ল সেই কথা অতুলনীয়। তেওঁৰ দানসমূহলৈ আমি লক্ষ্য কৰিলে পাওঁ- তেওঁৰ দান অকৃত্ৰিম, নিৰ্মল স্ফটিক ধাৰাৰ দৰে আছিল তেওঁৰ মনৰ ভালপোৱা আৰু সেই ভালপোৱাই প্ৰকাশ পাইছিল ভীষ্ম পুৰুষৰ প্ৰতিজ্ঞাৰ দৰে - অগ্নিস্ফুলিঙ্গৰ দৰে। অসম আৰু অসমীয়াৰ প্ৰতি ভালপোৱা আৰু সেই অকৃত্ৰিম ভালপোৱাৰ এনাজৰীৰে বান্ধ খুৱাই গঢ়া বিশাল ভাৰতবৰ্ষৰ নিৰ্মল আৰু উন্নত ৰূপৰ আকাংক্ষাই আছিল ৰায়চৌধুৰীৰ সামাজিক জীৱনৰ দৰ্শন।

ৰায়চৌধুৰীৰ প্ৰতিভা বহুমুখী। অসমীয়া কাব্য আৰু গদ্য সাহিত্যত তেওঁৰ বলিষ্ঠ পদক্ষেপে কেৱল বৰ্তমান পুৰুষকেই নহয় উত্তৰ পুৰুষকো অনুপ্ৰাণিত

কৰিব। সাহিত্যৰ ক্ষেত্ৰত তেওঁৰ দান-ক্ষমতাৰ অপূৰ্ব শক্তি উপলব্ধি কৰি ড° কাকতিয়ে (বাণীকান্ত কাকতি) এবাৰ উক্তি কৰিছিল ৰায়চৌধুৰীৰ ৰাজনৈতিক জীৱনে সাহিত্যিক ৰায়চৌধুৰীক আঘাত কৰা বুলি। সেয়া সঁচা হ'লেও সত্য-সুন্দৰৰ পূজাৰী সাহিত্যিকে সত্যৰ প্ৰতিষ্ঠাৰ কাৰণে নিৰ্বিকাৰ হৈ থাকিব নোৱাৰে। সেয়েহে অম্বিকাগিৰীয়ে জীৱনৰ আৰম্ভণিৰ পৰা সামৰণিলৈকে সত্য সুন্দৰৰ পূজাৰ কাৰণে কেৱল সংগ্ৰাম কৰিয়ে গ'ল। দাৰিদ্ৰ্যৰ আৱেষ্টনিত থাকিও বিদুৰৰ মনেৰে সত্য-সুন্দৰৰ আৰাধনা কৰা এই সংগ্ৰামীৰ জীৱন সেয়েহে আমাৰ জাতীয় জীৱনৰ আগন্তুক কালতো আদৰ্শনীয় হৈ থাকিব।

ডেকাগিৰী ৰায়চৌধুৰীৰ আদৰ্শ চিৰঞ্জীৱী হওক।

# অনাৰেবল স্পিকাৰঃ হৰেশ্বৰ গোস্বামী

আমি সেই বছৰ কটন কলেজৰ প্ৰথম বাৰ্ষিকত কলাৰ ছাত্ৰ। অধ্যাপক পি চি ৰায়, ড° বাণীকান্ত কাকতি, অধ্যাপক লক্ষ্মী চাটাৰ্জী আদিয়ে ছুডমাৰ্চন হলত এজন ডেকাৰ বিষয়ে বখানিছে। আমি ডিঙি মেলি মেলি ডেকাজনক মঞ্চত চাইছোঁ। বৰ তীক্ষ্ণ মস্তিষ্কৰ প্ৰমাণ দি বিলাতৰ পৰা উভতি আহিছে। সুন্দৰ নিপোটল ডেকা। বক্তৃতাত ২য় মহাসমৰৰ প্ৰস্তুতি ইউৰোপৰ মাজেৰে আহোঁতে কি দেখিলে শুনিলে সুন্দৰকৈ বৰ্ণাইছে। সেইজন আছিল হৰেশ্বৰ গোস্বামী। তাৰ পাছত সেই ডেকাজন স্বাধীনতা আন্দোলনত জঁপিয়াই পৰিল। তাৰ পাছত অসমত সমাজবাদী চিন্তাধাৰাৰ প্ৰৱৰ্তকৰূপে কংগ্ৰেছৰ পৰা ওলাল। তাৰ পাছত অসমৰ বিধান সভাত হ'লহি বিৰোধী পক্ষৰ নেতা। যোৱা বছৰ (১৯৬৭ চনত) তেওঁ পুনৰ কংগ্ৰেছক ভিতৰৰ পৰা শুধৰাবলৈকে হওক কিম্বা তেওঁৰ প্ৰজা ছ'চিয়েলিষ্ট দলৰ নেতা কেইগৰাকীমানে বিভিন্নভাৱে পথ সলোৱাৰ বাবেই হওক, কংগ্ৰেছ পক্ষৰ হৈ ছয়গাঁও সমষ্টিৰ পৰা জয়লাভ কৰি অসম বিধানসভাত হ'লহি স্পিকাৰ।

১৯৬৭ চনৰ মাৰ্চ মাহত যেতিয়া চলিহাদেৱে (বিমলাপ্ৰসাদ চলিহা) হাতত ধৰি স্পিকাৰৰ আসনত তেওঁক বহুৱাই দিলে, আমি সসম্মানে থিয় হ'লোঁ।

কংগ্ৰেছ পক্ষই তেওঁৰ গুণ বখানিলে। বিৰোধীয়ে গুণ বখানিলে যদিও তেওঁক সৌৰৱাই দিয়া হ'ল যে অসম বিধান সভাই ৰূপ সলালে। বিৰোধী পক্ষৰ সদস্যৰ সংখ্যা ৫২ জন এইবাৰ হ'লগৈ। 'স্পিকাৰ ছাৰে' যাতে সংসদী ভাৰসাম্য ৰাখে।'
- পিছে যোৱা এবছৰে আমি দেখিলোঁ যে 'সংসদী ভাৰসাম্য' গোস্বামীদেৱে ভাৰতৰ বহুতো অধ্যক্ষক শিকাই দিব পাৰে। তীক্ষ্ণ বুদ্ধি, মুহূৰ্তৰ সিদ্ধান্ত, আত্মবিশ্বাসপূৰ্ণ প্ৰকাশ, নিমিষতে অপ্ৰত্যাশিত সমস্যাৰ আয়ত্ত, অতীত অভিজ্ঞতাৰ ব্যৱহাৰ, এই সকলো কেইটি গুণ একেলগে গোস্বামীদেৱৰ ব্যক্তিত্বত দেখি তবধ মানিলোঁ। কংগ্ৰেছত থাকিলেও অধ্যক্ষৰ নিৰপেক্ষতা ৰাখি বিৰোধী পক্ষক সময় দান কৰাত তেওঁ আছিল সম্পূৰ্ণ গণতান্ত্ৰিক। নতুন সদস্যই সংসদী নিয়ম-কানুন নেজানিলে হাঁহি হাঁহি, অপমান নকৰাকৈ ভাতৃসম ব্যৱহাৰেৰে শিকাই দিয়াত, কিম্বা মন্ত্ৰীসকলৰ 'ভুল'ত তেওঁ ৰগৰ পাই তাকে তেওঁ সদনত প্ৰকাশ কৰাত, কিম্বা বিৰোধী পক্ষৰ দ্বাৰা হোৱা সমালোচনাত কোনো মন্ত্ৰীৰ দুৰ্বলতা প্ৰমাণিত হ'লে, অধ্যক্ষৰূপে মন্ত্ৰীজনকো সতৰ্ক কৰি দিয়াত গোস্বামীদেৱ আছিল পোনপটীয়া।

– মানুহ হিচাপে বৰ ডাঙৰ মনৰ মানুহ এজন অসম তথা ভাৰতে হেৰুৱালোঁ। সংস্কৃতিৰ পূজাৰীৰূপেও গোস্বামীদেউৰ মাজত বৰ সৰস লোক এজন পাইছিলোঁ। হাস্যৰসতো তেওঁৰ তুলনা নাই। যোৱা মাৰ্চ মাহত (১৯৬৮ চনৰ) ৰাজ্যপাল বিষ্ণু সহায়দেৱৰ বিদায় সভাত আমাৰ অনুৰোধত গোস্বামীদেৱে এটি ভাটিয়ালী গীত জুৰি ক'লে, "মই লণ্ডনলৈ যাওঁতে ভূমধ্য সাগৰৰ মাজত জাহাজত অকলশৰীয়া অনুভৱ কৰি এই ভাটিয়ালী গাইছিলোঁ। এনে গীত মানুহে গায় নদীত, মই গাইছিলোঁ সাগৰত।"

সঁচাকৈয়ে, আমাৰ অতি মৰমৰ 'স্পিকাৰ ছাৰ'ক আমি সময়ৰ অনন্ত সাগৰত চিৰজ্যোতিষ্মান হৈ ফুলি থকা শতদলৰূপে সদায়েই সুঁৱৰিম। আজিও মনত আছে, গোস্বামীদেৱে মই অলপতে ৰচা গীত এটিক বৰ মৰম কৰি গুণগুণাইছিল—

'জীৱনৰে আন এটি নাম
পদুম পাতৰ পানী
প্ৰভাতে যে নেজানে
কাল সন্ধিয়াৰ আঁচনি '

আমিও কালৰ আঁচনি নেজানিলোঁ। কালে আমাক বৰকৈ ঠগিলে। কাপুৰুষৰ দৰে নিয়তিয়ে আমাৰ স্পিকাৰ ছাৰক লৈ গ'ল। এই মৃত্যু অতীৱ শোকাৱহ।

# উজ্জ্বল মনৰ এজন কৃষ্ণকায় লোক

১৯৫৫ চন। ডিচেম্বৰ মাহ। আলাবামা ৰাজ্যৰ মণ্টগোমেৰী চহৰৰ এগৰাকী নিগ্ৰো মহিলাক ৰাজহুৱা বাছ এখনত বহিবলৈ নিদি শ্বেতকায় নাগৰিক-কেইজনমানে উলিয়াই দিবলৈ উদ্যত হ'ল। মহিলাগৰাকী মান্তি নহৈ বাছত তেওঁৰ বহি থকাৰ নাগৰিক অধিকাৰৰ কথা ঘোষণা কৰিলে। মহিলাক গ্ৰেপ্তাৰ কৰা হ'ল। মাৰ্টিন লুথাৰ কিং নামৰ এজন শুদ্ধ মনৰ গান্ধীবাদী নিগ্ৰো যাজকৰ নেতৃত্বত সেই চহৰত আন্দোলন হ'ল বাছ বৰ্জন। কিঙে ঘোষণা কৰিলে, 'এই আইন অন্যায় বুলি ভাবোঁ কাৰণেই এই আইন নসলালে বাছত আমি নুঠোঁ।' এই সামান্য কথাটোৱে এক অসাধাৰণ আন্দোলনৰ সূত্ৰপাত কৰিলে। পিছৰ ৩৮২ দিনত যুক্তৰাষ্ট্ৰৰ দক্ষিণাঞ্চলত থকা এজন অখ্যাত ধৰ্মযাজক কিং পৃথিৱী-বিখ্যাত হৈ উঠিল। আমেৰিকাৰ চুপ্ৰীম কোৰ্টে ৰায় দিলে বাছত বেলেগ ৰঙৰ মানুহৰ বাবে বেলেগ আসন সংবিধানবিৰুদ্ধ। বিশাল জনতাক কিঙে ক'লে, কাইলৈৰ পৰা আমি বাছত উঠিম। কিন্তু নম্ৰভাৱে। অহঙ্কাৰ নকৰোঁ। আমাক যিসকলে ভাল নেপায়, আমি তেওঁলোকক ভাল পাব লাগিব। অস্ত্ৰৰ কাম ই নহয়। সংগ্ৰাম অহিংস হ'ব লাগিব। বিদ্বেষশূন্য হ'ব লাগিব।' ইয়াৰ পিছত কিঙৰ

ঘৰত বোমা পৰিছে। শ্বেতকায় লোক গৰ্জি উঠিছে। নিগ্ৰোক অপমান কৰিছে। কিঙে কিন্তু ক'লে, 'হিংসাৰ সলনি হিংসা নহয় যাতে।' ১৯৫৪ ৰ পৰা ১৯৬৫ চনলৈ তেওঁ কৰিলে নিগ্ৰোৰ নাগৰিক অধিকাৰ আদায় আন্দোলন। 'এচামে ক'লে অহিংসাৰে এই সংগ্ৰাম সফল নহয়। ১৯৬৩ ত নিগ্ৰোপ্ৰেমী কেনেডি নিহত হ'ল। সিদিনা নিহত হ'ল গান্ধীবাদী মাৰ্টিন লুথাৰ কিং। ড° মাৰ্টিন লুথাৰ কিং বিভেদকামী নাছিল। তেওঁ বিচৰা নাছিল যে মাৰ্কিন দেশৰ ২ কোটি নিগ্ৰোৱে বাকী ১৮ কোটি শ্বেতকায় আৰু হালধীয়া লোকৰ পৰা পৃথক হৈ যাওক। কিঙৰ সপোনৰ আমেৰিকা আছিল এনে, য'ত বগা ক'লা সকলোৱে ওচৰা-উচৰিকৈ সম্প্ৰীতিৰে বাস কৰিব। এজনে আন এজনৰ বৰ্ণক শ্ৰদ্ধা কৰিব। আমেৰিকাৰ আইন হ'ব বৰ্ণান্ধ। কিং আজি নাই। তেওঁৰ অপ্ৰত্যাশিত মৃত্যুও শোকাবহ ঘটনা। তেওঁৰ মৃত্যুৱে পৃথিৱীৰ জনসাধাৰণক দি গৈছে আত্ম অনুসন্ধানৰ প্ৰেৰণা।

# প্ৰথম অসমীয়া মহিলা শিল্পী

## পৃথিৱী ভ্ৰমণ কৰি গৌৰৱ অনা নৃত্য শিল্পী পুষ্পা ভূঞা

অসমৰ বৰ ডাঙৰ ডাঙৰ বেঙ্ক বেলেঞ্চ থকা লোকৰ গুণী জীয়াৰীসকলে ভাৰতৰ ডাঙৰ ডাঙৰ নৃত্যানুষ্ঠানত কলা শিকি, ডাঙৰ ডাঙৰ চহৰত নিজৰ অভিভাৱকৰ ধনেৰে চিল্ক স্ক্ৰিনৰ দামী পোষ্টাৰ ছপাই, প্ৰেছ মেলত ধনী কক্‌টেইল পাৰ্টি দি, বৰ ডাঙৰ ডাঙৰ নাটঘৰ ভাৰা কৰি স্ব স্ব গুণ প্ৰদৰ্শন কৰি অসমৰ বাবে গৌৰব অনা কথাটো অসমীয়া ৰাইজৰ চকুত পৰিছে। ই সুখৰ কথা। আনহাতে, অসমৰ সত্ৰসমূহত পৰি থকা সত্ৰীয়া নৃত্যৰ কঠিন ব্যাকৰণ জনা গ্ৰাম্য গাভৰু শিল্পীসকল পাহৰণিৰ গৰ্ভত সোমাই থকাও ৰাইজৰ চকুত পৰিছে। এবিধ শিল্পী আছে যি গুণী, কিন্তু ধনী অভিভাৱক নাই। তেনে এগৰাকী শিল্পী হ'ল পুষ্পা ভূঞা। পুষ্পাৰ কৈশোৰৰ পৰা মই সদৌ অসম সংগীত সম্মিলনী-সমূহত লগ পাইছোঁ। পুষ্পাই ভাল তবলা বজাই সকলোকে তবধ মনাইছিল। ছোৱালীগৰাকীৰ স্বৰ্গীয় দেউতাক সাধাৰণ মানুহ হ'লেও কন্যাৰ বাবে নানা

স্বাৰ্থত্যাগ কৰি, আৰ্থিক দুৰৱস্থা সত্ত্বেও মাদ্ৰাজৰ কলাক্ষেত্ৰত নৃত্য শিকোৱা হৈছিল। শেষ পৰীক্ষা ধনৰ অভাৱতে দিয়াব নোৱৰা হোৱা কথাও মই জানো। মোৰ 'শকুন্তলা' বোলছবিত 'ময়ূৰী নৃত্য'টি দিবলৈ মই তেতিয়াই আহ্বান জনাইছিলোঁ। তেতিয়া পুষ্পা আছিল পুষ্পা বৰা। তাৰ পাছত তেওঁ বিবাহ পাশত আবদ্ধা হ'ল স্বৰ্গীয় চন্দ্ৰকমল ভূঞাদেৱৰ গুণী পুত্ৰ শ্ৰীনৰকমল ভূঞাৰ সৈতে। দুয়ো কৰ্তব্যৰ খাতিৰত থাকিবলৈ ল'লে মাদ্ৰাজত। ভাৰতৰ সুন্দৰসেৰী ৰাইজৰ সম্মুখত পুষ্পাই দিলে কঠোৰ পৰীক্ষা। বিভিন্ন ঠাইত পুষ্পাই পালে বিৰাট প্ৰশংসা। স্বামী নৰকমলে দিলে উদগনি। নৰকমল এটি অনুষ্ঠানৰ উচ্চ কৰ্মচাৰী।

সিদিনা পুষ্পাৰ পৰা অপ্ৰত্যাশিতভাৱে এখন চিঠি পালোঁ। পেৰিচ মহানগৰীৰ পৰা। তাৰ পাছত বাতৰি পালোঁ ভাৰতৰ বিভিন্ন বাতৰি কাকতত। পুষ্পাৰ নৃত্য-গুণক সৰ্বভাৰতে সম্মান কৰিয়েই ক্ষান্ত থকা নাই।

World Students and Youth Festival আৰু National Council of Youth in India ৰ তৰফৰ পৰা আমাৰ পুষ্পাক নিমন্ত্ৰণ জনালে পৃথিৱীৰ বিভিন্ন ঠাইত নৃত্য প্ৰদৰ্শন কৰিবলৈ। যোৱা ২৬ এপ্ৰিলত (১৯৬৮ চনৰ) পুষ্পাই ৰাওনা কৰিছে। আমেৰিকা যুক্তৰাষ্ট্ৰ, কানাডা, জাপান, পোলেণ্ড আদি ঠাইত নৃত্য প্ৰদৰ্শন কৰিব। ফৰাচী দেশৰ নেনচি আৰু পেৰিচত, বেলজিয়ামৰ ব্ৰুছেল্‌ছত, মন্ট্ৰিঅলত, উইনিপেগত, ৰাৰ্শ্ব আৰু টোকিঅ'ত অসমীয়া গাভৰু পুষ্পাই নিজৰ গুণ সগৌৰৱে প্ৰমাণ কৰিব। পুষ্পাই অসমত শিকা সত্ৰীয়া আৰু মণিপুৰী, লক্ষ্ণৌত শিকা কথক আৰু মাদ্ৰাজত বিভিন্ন গুৰুৰ তলত শিকা ভাৰত নাট্যম আগবঢ়াইছে আৰু আগবঢ়াব। বিভিন্ন দেশত পুষ্পাৰ এই সুন্দৰ অভিযানৰ বিষয়ে বিদেশী কাকতসমূহৰ মতামত খুজি পঠাইছোঁ। আহিলেই ছপাম। National Council of Youth in India হ'ল পুষ্পাৰ Sponsor। এই প্ৰতিষ্ঠানৰ সভাপতি হ'ল শ্ৰীৰাম স্বামী মুডালিয়াৰ আৰু প্ৰধান পৃষ্ঠপোষক হ'ল ভাৰতৰ উপ-ৰাষ্ট্ৰপতি ভি ভি গিৰি। মাদ্ৰাজ ভাৰত নাট্যমৰ দেশ। তাৰ পৰা অসমীয়া গাভৰু এগৰাকীক ভাৰত নাট্যম নাচিবলৈ বিশ্বলৈ পঠোৱাত নিশ্চয় পুষ্পাৰ নৃত্য ব্যাকৰণৰ গুণৰ কথা চিন্তা কৰা হৈছিল। প্ৰচাৰ বা দয়াই নিশ্চয় এই কাম কৰা নাই। পুষ্পা অসমত থাকোঁতে পুষ্পাৰ পৰিয়ালৰ আৰ্থিক দাৰিদ্ৰ্যৰ সুযোগ লৈ কোনো কোনো বৰ মানুহে উপলুঙা কৰাৰ কথাও মই মন কৰিছিলোঁ। এতিয়া? এতিয়া পুষ্পা আমাৰ অকল অসমৰ গৌৰৱ নহয়, সমগ্ৰ ভাৰতৰো। মাদ্ৰাজৰ অহঙ্কাৰী বাতৰি কাকত 'Hindu'এ পুষ্পাক প্ৰচুৰ প্ৰশংসা কৰিছে। বিখ্যাত তামিল বাতৰি কাকত 'সুদেশ মিত্ৰ'ই লিখিছে- "ভাৰত নাট্যম আৰু কথক

নৃত্য-পদ্ধতি দুয়োটাতে সমানে আৰু উচ্চভাৱে ব্যুৎপত্তি থকা সকলৰ ভিতৰত শ্ৰীমতী পুষ্পা ভূঞাৰ স্থান আগশাৰীত।" ভাৰতৰ ক্ৰিকেট কন্ট্ৰোল বৰ্ডৰ সভাপতি শ্ৰীইৰানিযে এটি বক্তৃতা প্ৰসংগত এই বুলি কৈছে, "দেশে-বিদেশে প্ৰধান প্ৰধান শিল্পীবিলাকৰ নাচ দৰ্শন কৰা মোৰ এটি চখ। আজি শ্ৰীমতী পুষ্পা ভূঞাৰ কথক নৃত্য চাই মই যিমান সন্তোষ পালোঁ, সেই সন্তোষ অকল সিতাৰা বা গোপীকৃষ্ণৰ কথক নৃত্য চাইহে পাইছিলোঁ।" এনে প্ৰশংসা ভাৰতৰ বহু Art Critic অৰ পৰা পুষ্পাই পাইছে।

পেৰিচৰ পৰা সিদিনা পুষ্পাই পঠোৱা চিঠিখনত সহজ-সৰল সক ছোৱালীৰ দৰে লিখিছে- "ভূপেনদা, এতিয়াও বহুতো ভ্ৰমণ বাকী আছে। মোৰ সহায়ৰূপে লগ লাগিছেহি মাদ্ৰাজৰ আৰু দুগৰাকী নৃত্য শিল্পী। হেজাৰ হেজাৰ বিদেশী দৰ্শক আৰু কাকতৰ সমালোচকৰ মৰম পাই চকুপানী ওলাব খোজে। সত্ৰীয়া নাচ যিখিনি জানো দেখুৱাই বৰ ভাল লাগিছে। অসমী আইৰ সংস্কৃতিৰ প্ৰচাৰ নম্ৰভাবে কৰিছোঁ। - অ' ভূপেনদা, ভাৰত নাট্যম, মণিপুৰী, কথকৰ লগতে আমাৰ মিজোসকলৰ বাঁহৰ নৃত্যটোকো improvise কৰি দেখুওৱাত দৰ্শকে বৰ ৰগৰ পাইছে। মিজো কাপোৰ পিন্ধি লওঁ সেই নাচ নাচোঁতে। মণিপুৰী কাপোৰযোৰ দৰ্শকে বেকষ্টেজলৈ আহি পিটিকি পিটিকি চায়। — মই দুই এদিনতে লণ্ডন হৈ নিউৰ্য়কলৈ যামগৈ। ঘৰলৈ বৰকৈ মনত পৰিছে। বিশেষকৈ আজীৱন কষ্ট কৰা মোৰ দেউতালৈ।" - মৰমৰ পুষ্পালৈ আমাৰ অন্তৰ-ভৰা অভিনন্দন। পুষ্পাই সাফল্যৰ পৰা সাফল্যলৈ আগুৱাওক - এয়ে আমাৰ কামনা। পুষ্পাৰ স্বামী শ্ৰীনবকমল ভূঞাই পুষ্পাক দিয়া উদগনিৰ বাবেও অসমৰ সৌন্দৰ্যসেৱী ৰাইজে নিশ্চয় ধন্যবাদ দিব।

# পৃথিৱী স্তব্ধ হ'ল

তেৰশ চৌন্নৰ
মাঘৰে মাহৰে
ষোলৰে বিয়লি বেলা - - -

## ৱীৰ সময় স্তব্ধ হ'ল!

আকাশে বতাহে চন্দন কাঠৰ ধোঁৱা উৰিল- নাথুৰামৰ জয় হ'ল বুলি কুখ্যাত হিন্দু নাথুৰামে নিজে নিজেই ভাবিলে। নাথুৰামে ভাবিলে, এজন মহা-হিন্দুৱে হিন্দুস্তানৰ কোটি কোটি হিন্দুক 'হিন্দুবিৰোধী গান্ধী'ৰ হাতৰ পৰা 'ৰক্ষা' কৰিলে। হায়ৰে হিন্দু নাথুৰাম, তুমি হিন্দুত্বকে বুজিব নোৱাৰিলা দেখোন!!

নাথুৰাম বা নাথুৰামপন্থী লোক আজিও আমাৰ সমাজত আছে। তাৰ মহিমা, তাৰ প্ৰকাশ, এই গান্ধী শতবাৰ্ষিকীৰ দিনতো আমি পাই আহিছোঁ। উগ্ৰ হিন্দুৱে আজিও উগ্ৰ মুছলমানৰ সৃষ্টি কৰিয়েই আছে। উগ্ৰ ব্ৰাহ্মণৰ ব্ৰাহ্মণত্বই আজিও

অনুসূচিত জাতিৰ সহস্ৰ লোকৰ মনৰ উগ্ৰতা বঢ়োৱাত উগ্ৰ ইন্ধন যোগাইছে। দুখন মহাসমৰ দেখিও আমি আজিও 'inevitability of war' ত বিশ্বাস কৰি নানা ৰহণৰ মাৰণাস্ত্ৰৰ সৃষ্টিও কৰিছোঁ, তাৰে ভঁড়ালো ভৰাইছোঁ দেশে দেশে। ভাৰতৰ বাহিৰৰ অন্যান্য দেশতো গান্ধীবাদক মানৱাধিকাৰৰ সংগ্ৰামত ব্যৱহাৰ কৰাৰ লোকক গুলীৰে স্তব্ধ কৰা হৈছে। মাৰ্টিন লুথাৰ কিঙৰ সিদিনা জীৱন নাশেই তাৰ প্ৰমাণ।

পিছে শান্তিক জানো অশান্তিয়ে সদায়ে পৰাস্ত কৰিব পাৰিছে? এই কাৰণবোৰেই গান্ধী শতবাৰ্ষিকীক এই বছৰত, অধিক অৰ্থপূৰ্ণ কৰি তুলিছে। আমাৰ যিসকলে মানব সমাজৰ সমস্যা সমাধানৰ পন্থাৰূপে গান্ধীবাদত সম্পূৰ্ণ বিশ্বাস নকৰে, তেওঁলোকেও এটা কথা বিশ্বাস কৰে যে এই শতিকাই মানবৰ চিন্তা-জগতত এজন নতুন যীশুক জন্ম দিছে, সেয়ে হ'ল গান্ধী। শৰশয্যাত শোৱা এজন নতুন ভীষ্মক জন্ম দিছে- সেয়ে হ'ল গান্ধী। শোষণ, উপনিৱেশবাদ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে এজন আধ্যাত্মিক যোদ্ধা দিছে, সেযে হ'ল গান্ধী। এজন নতুন ধৰণৰ 'মানুহ' দিছে, সেযে হ'ল গান্ধী। এজন বস্তু সত্যৰ প্ৰতি সজাগ চিন্তা বিশ্লেষক দিছে- যিজনে কৈছিল

'এখন দেশৰ ব্যৱস্থাৰ মানদণ্ড, সেই দেশত কিমান লক্ষপতি আছে তাৰ ওপৰত নিৰ্ভৰ নকৰে। ই নিৰ্ভৰ কৰে অসংখ্য জনতাৰ কিমান কম লোকে ক্ষুধাত মৃত্যুবৰণ কৰে তাৰ ওপৰতহে।" সেয়ে হ'ল গান্ধী। এই গান্ধীৰ তত্ত্বক সম্পূৰ্ণ বস্তুবাদীসকলেও একেবাৰে দলিয়াই পেলাব পাৰিবনে? যদি আমি গান্ধীবাদক একেবাৰে নেমানিছিলোঁ তেন্তে সেই 'বাদ'ৰ স্ৰষ্টা মোহন দাস কৰমচান্দেতো বন্দুক টোঁৱাই আমাক কোৱা নাছিল," মোৰ বাণী তোমালোকে মানিবই লাগিব নহ'লে —।"

মোহনদাস কৰমচান্দে মাথোঁ কৈছিল, "মোৰ কোনো বাণী নাই।" মোৰ জীবনেই মোৰ বাণী' বোলা তেওঁৰ এই সাধাৰণ কথা কিমান দূৰ সঁচা তেওঁৰ জীৱনপঞ্জীত এবাৰ চকু ফুৰাই চায়েই বুজিব পৰা যায়। — গান্ধীৰ জীৱনটো আছিল এখন মেলি থোৱা কিতাপ।'

## শতবাৰ্ষিকীত —— হৰিৰ জন

অলপতে, যুক্তপ্ৰদেশৰ বান্দা জিলাৰ বেহাৰু গাঁৱত পুলিচ থানালৈ গপ্‌গপাই সোমাই গ'ল এজন 'ঠাকুৰ'। উদ্দেশ্য ঃ তাত বিচাৰাধীন হৰিজন কিশোৰ এজনক

আক্ৰমণ কৰিব। পুলিচ থানাত পুলিচ নাছিল জানো? আছিল। গতিকে কেনেকৈ আক্ৰমণ কৰিব পাৰে বিচাৰাধীন হৈ থকা ল'ৰা এজনক? কৰিলে। সেই 'ঠাকুৰ'জন অকল থানালৈ সোমাযেই ক্ষান্ত নাথাকিল। পুলিচৰ আগতে সেই মানুহৰূপী ৰাক্ষসে সেই হৰিজন ল'ৰাটিৰ চকু এটা ঘুকি উলিয়াই পেলালে আৰু বন্দুক এটাৰে ল'ৰাটোক গুলীয়াই মাৰিলে। এৰা, পুলিচ ষ্টেশ্যনৰ ভিতৰত। ল'ৰাজন গান্ধীজীয়ে নাম দিয়া হৰিৰ জন আছিল!

হিমাচল প্ৰদেশৰ মণ্ডী গাঁৱৰ কোনো হৰিজনে কোনো উচ্চ হিন্দুৰ ঘৰ স্পৰ্শ কৰিব নোৱাৰে। তেনে 'দোষ' কৰিলে এটা পঠা (পুৰুষ ছাগলী) জৰিমনাৰূপে দিব লাগে। এয়া ছাগলী খোৱা নৰ-ৰাক্ষস।

যুক্ত প্ৰদেশৰ উচ্চ হিন্দুৰ বেহাৰু গাঁৱৰ মাজেদি কলেজত পঢ়া হৰিজন ছাত্ৰ এজনক চাইকেল চলাবলৈ দিয়া নহয়। ৮ মাইল বাট ডেকাজনে খোজকাঢ়ি চাইকেল ঠেলি নিব লাগে। এই কথাবোৰ সঁচা বুলি সেই প্ৰদেশৰ মন্ত্ৰীয়ে সাক্ষী দিছে। ১৯৬৯ চনত প্ৰকাশিত ভাৰত চৰকাৰৰ ৰিপোৰ্টত [1969 report of the Committee on untouchability, economic and educational development of scheduled castes] এই কথাবোৰ স্পষ্টভাৱে দিয়া হৈছে।

অসমৰ গুৱাহাটী মহানগৰীত যোৱা বাইশ বছৰে হৰিজনৰ ঘৰ সাজিবলৈ যিমান টকা দিয়া হৈছে, সেই টকা সদব্যবহাৰ কৰা হ'লে এটি বিৰাট অট্টালিকা হ'লহেঁতেন। ক'তা? গুৱাহাটীৰ হৰিজনসকলৰ বাসস্থানলৈ গৈ চাবচোন।

কেঁচুৱাৰ কাজিয়াৰ সূত্ৰ ধৰি গোৱালপাৰাত অনুসূচিত জাতিৰ সৰু ছোৱালী এজনীক অসমৰ মাননীয় মেজিষ্ট্ৰেট এজনে স্কুলত প্ৰবেশ কৰি চৰিযাই থৈ, জাতত ধৰি গালি-গালাজ কৰি আহিছে। আইন ৰক্ষা কৰা মেজিষ্ট্ৰেটে। তেওঁৰ বিচাৰ হৈয়েই আছে। তেওঁ যি ধৰ্মৰেই নহওক কিয সেই ধৰ্মলৈ সম্মান ৰাখিও তেওঁৰ মানৱতালৈ সন্দেহ আমাৰ মনত হ'বই। ঠিক একে ধৰণৰ দোষ কৰি ক্ষমা খোজাৰ পিছতো এজন অনুসূচিত জাতিৰ আণ্ডাৰ ছেক্ৰেটাৰী উচ্চ বিষযাক তৎক্ষণাৎ অসমৰ চীফ ছেক্ৰেটাৰীয়ে 'ছাছপেণ্ড' কৰাত মগজুৰ বিকৃতি হৈ তেজপুৰৰ পগলা ফাটেকত দিন গণিছে। আইন বেলেগ বেলেগ লোকৰ কাৰণে বেলেগ বেলেগকৈ ব্যৱহাৰ কৰাৰ কথা গান্ধীজীয়ে নিশ্চয কল্পনা কৰা নাছিল। ই 'এপাৰ্থিড' নহয় জানো?

নিখিল ভাৰত হৰিজন ফেডাৰেশ্যনৰ সম্পাদকে যোৱা নভেম্বৰৰ তিনি তাৰিখে (১৯৬৯ চনত) ঘোষণা কৰিছে যে অস্পৃশ্যতা দূৰীকৰণৰ বাবে গৃহমন্ত্ৰীয়ে কৰা নিযম সম্পূৰ্ণভাৱে মনা নহয় আজিও। পুনৰ্বাসন কমিটি ভাঙি পেলাব লাগে। শ্ৰীমতী গান্ধীয়ে সভানেত্ৰিত্ব কৰা জাতীয় ঐক্য কাউন্সিলৰ সভা যোজনা ভৱনত

বহি থকা কালত বহুতো হৰিজনে বিক্ষোভ প্ৰদৰ্শন কৰিছে। যোৱা ৩ তাৰিখে। ই স্বাভাৱিক।

শংকৰদেৱৰ অসমতো ভিতৰ গাঁওসমূহত অস্পৃশ্যতাৰ বীজ নিৰ্মূল নোহোৱা আমাৰ চকুত পৰিছে। আমি উগ্ৰ সাম্প্ৰদায়িকতাৰে এইবোৰ কথা কোৱা নাই। আমি আঘাত পাইহে এইবোৰ কথা কৈছোঁ। স্বৰ্গীয় শ্ৰীশ্ৰীপীতাম্বৰ দেৱগোস্বামীৰ দৰে উদাৰপন্থী গোসাঁইৰ অসমতেই জন্ম হৈছিল। গতিকে আমাৰ অসমে শংকৰ, গান্ধী আৰু পীতাম্বৰৰ অসমতে অস্পৃশ্যতাৰ প্ৰকাশ সমূলি নিৰ্মূল কৰি ভাৰতত আদৰ্শ প্ৰদেশ হ'ব নোৱাৰিব কিয়?

গাঁৱৰ কথা বেলেগ। বিখ্যাত উপযুক্ত উচ্চশিক্ষিত শিক্ষাবিদেও (অনুসূচিত জাতিৰ) অসমৰ শিক্ষা বিভাগ, পাব্লিক ছাৰ্ভিচ কমিশ্যনৰ পৰা অন্যায় পোৱা কেইবাটাও ভয়াৱহ উদাহৰণ কাকতে-পত্ৰে ওলাইছেই।

বিধানসভাত সোমাই এটা কথা জানিব পাৰিছোঁ। চৰকাৰৰ নীতি, চৰকাৰৰ সিদ্ধান্ত, চৰকাৰৰ আদেশ তলৰ কৰ্মচাৰীসকলে পাকে-প্ৰকাৰে কাৰ্যত পৰিণত হ'বলৈ নিদিয়ে। সেই কৰ্মচাৰীসকলক শাস্তি দিয়া আমি নেদেখিলোঁ।

চিডিউল্ড কাষ্ট এডভাইজৰী বোৰ্ডৰ সভ্যৰূপে আমি অলপতে বাৰ হেজাৰ টকা সদৌ অসম অনুসূচিত জাতি সংঘৰ নামত মঞ্জুৰ কৰিবলৈ পৰামৰ্শ দিছোঁহক। এই সংঘলৈ আমাৰ সতৰ্কবাণী এটা আছে। এই টকা সম্পাদকজনৰ নামত দিয়া হৈছে নিষ্পেষিত, পিছপৰা লোকৰ মংগল সাধিবলৈ। সেই কথা যেন মনত ৰখা হয়। এইখিনি টকা নিচেই কম। তথাপি চৰকাৰী দুৰ্নীতিক পৰাজয় কৰিবলৈ এই বে-চৰকাৰী সংঘই এই কম টকাকে ভালকৈ ব্যৱহাৰ কৰি তুলনামূলক গুণ দেখুওৱাটোকে আমি বিচাৰিছোঁ।

১৩ জন অনুসূচিত জাতিৰ শিশুক ১৭ অক্টোবৰৰ পৰা ১৪ নবেম্বৰলৈ (১৯৫৯ চনৰ)নিউ দিল্লীত বহা আন্তৰ্জাতিক মেলা দেখুৱাবলৈ অসম চৰকাৰে শ্ৰীযুতা অময়া চলিহাক এহেজাৰ নশ পঞ্চাশ টকা মঞ্জুৰ কৰিছে। তেখেত ভাৰতীয় শিশু কল্যাণ কাউন্সিলৰ অসম শাখাৰ সম্মানিতা সভানেত্ৰী। অনুসূচিত শিশুসকলক বহল দিগন্ত দিয়াত ই নিশ্চয় সহায় কৰিব। কিন্তু অসমৰ সংকীৰ্ণমনা পূৰ্ণবয়স্ক বহু লোকৰ মনৰ দিগন্ত বহল কৰিবলৈ কি কাৰ্যকৰী ব্যৱস্থা লোৱা হ'ব তাকে চাবলৈ বাট চাই আছোঁ। বহল মনৰ শিশুসকলে বহু সময়ত ঠেক মনৰ ডাঙৰ মানুহক শিক্ষা দিব পাৰে বুলি ৰাছিয়ান লিখক 'চেখভ'এ কিন্তু কৈ গৈছে।

## শতবাৰ্ষিকীত 'ঈশ্বৰ আল্লা তেৰে নাম'

ক'তা? তেন্তে সবৰমতীৰ কাষৰ আহমেদাবাদত হিন্দু-মুছলিমৰ সংঘৰ্ষ লাগে

কিয়? তাকে দেখি সুদূৰ ৰাবাতত জনাব ফখৰুদ্দিন চাহাব (অৰ্থাৎ আনুষ্ঠানিকভাৱে ভাৰত চৰ্কাৰ!) অপমানিত হ'বলৈ পায় কিয়? আজিৰ (৬-১১-৬৯) কাকতত প্ৰকাশ হোৱা মতে সীমান্ত গান্ধী গফৰ খাঁ চাহাবে ৱাৰ্ধাত কৈ দিছে যে আহমেদাবাদেহে ৰাবাতৰ কুব্যৱহাৰৰ জন্ম দিলে। ঠিক কথা। কলিকতাৰ মাৰ্ক্সিষ্ট যুক্তফ্ৰণ্টৰ চৰ্কাৰৰ অধীনতো জগদ্দলৰ সংঘৰ্ষ হয় কিয়? আমি 'পাকিস্থানী' বুলি 'ৰাষ্ট্ৰদ্ৰোহী' বুলি ভাৰতৰ যিকোনো মুছলমান নাগৰিককে নিমিষতে দোষ দিয়াৰ এটি ব্যাধি হৈছেগৈ। সঁচা দোষীক ধৰিব নোৱাৰোঁ। যাৰে তাৰে 'কেৰেক্টাৰ এছেছিনেচন' কৰাতহে আমি ব্যস্ত। অসমৰ স্বনামধন্য ছৈয়দ আব্দুল মালিক চাহাবৰ কথাকে কওঁ। তেখেতে কেতিয়াও লুকুওৱা নাই যে স্বাধীনতাৰ আগতে তেওঁৰ ডেকা বয়সত মুছলিম লীগৰ তথ্যত মোহ গৈছিল। যোৱা সপ্তাহৰ 'জনমভূমি'ত চাওক - তেওঁৰ চিঠি। স্বাধীনতাৰ আগতে কংগ্ৰেছ আৰু লীগ এই দুয়োটাৰে মাজতে ভাৰতীয়ৰ মন বিভক্ত হৈছিল। বহুতো অনুসূচিত জাতিৰ নেতায়ো উচ্চ হিন্দুৰ সংকীৰ্ণতাৰ পৰা ৰক্ষা পাবলৈ মুছলিম লীগৰ সঙ্গ লৈছিলগৈ। ই ইতিহাসৰ কথা। তেনে অনুসূচিত নেতাৰ এজনেই পিছত স্বাধীন ভাৰতৰ সংবিধান ৰচনা কৰিছিল দেখোন। কথা হ'ল আজি স্বাধীনতাৰ ২২ বছৰৰ মাজত ভাৰতীয় নাগৰিক হৈও কোনোবাই দেশদ্ৰোহিতা কৰিলে নে নাই তাৰহে হিচাপ ল'ব লাগে। স্বাধীনতাৰ আগতে বা ১৯৪৮ চনতে পাকিস্তানৰ পৰা আহি ভাৰতত P.R.C. পোৱা লোককো যদি আমি আনুষ্ঠানিকভাৱে ভাৰতীয় নাগৰিক বুলি মানি লৈছোঁ তেন্তে তেনে সংখ্যালঘুক আমি মহাত্মাই বিচৰা নিৰাপত্তা দিবই লাগিব। নহ'লে অহিংস পুৰুষ সীমান্ত গান্ধীৰ অনুভূতি অৰ্থাৎ মহাত্মাৰ আদৰ্শক আমি ভাৰততে দুখ দি পুনৰ 'হত্যা' কৰিব লাগিব। ভাৰতৰ ইমান সহস্ৰ মুছলিমক ঠেলা মাৰি ঢাকা বা কৰাচীলৈ পঠোৱা সপোন দেখাসকলৰ নিশ্চয় মস্তিষ্ক বিকাৰ হৈছে। - 'ঈশ্বৰ আল্লা তেৰে নাম, সবকো সদ্‌মতি দে ভগৱান' এটি অকল ভজন নাছিল, ই আছিল স্বাধীন ভাৰতৰ উন্নতিৰ মেৰুদণ্ড। সেই মেৰুদণ্ড ভাঙি ইমান বিশাল ভাৰতী দেশমাতৃক সেৱা কৰিব পাৰি জানো? ভাষা, ধৰ্ম, ৰীতি-নীতি নিৰ্বিশেষে সকলো সংখ্যালঘুকে নিৰাপত্তা দিব নোৱাৰোঁ, কোনো পৰিকল্পনাকো আমি সম্মান নকৰোঁ ? সেই নিৰাপত্তাৰ বাবে সংগ্ৰাম কৰিব লাগিব আৰু আৱশ্যাক হ'লে 'ৰাষ্ট্ৰদ্ৰোহী' দেখিলে আঙুলিয়াই দিবলৈকো কুণ্ঠাবোধ নকৰিব।

# জন ষ্টাইনবেক আৰু বিষ্ণু ৰাভা

## এজন চিন্তাশীল লিখকৰ মৃত্যু
## আনজনৰ নিৰ্ভীক জীৱন বিশ্লেষণ

এজন কথকি ককাদেউতাই এদিন কৈছিল -

"তেওঁ জীয়াই আছিল, সেইটোৱেই সত্য।
তেওঁ ঢুকাল, সেইটো ডাঙৰ কথা নহয়।

এটা কবিতাত কোনোবা এজন কবিয়ে কৈছিল -

"যেয়ে বাচি থাকে সেয়ে পৱিত্ৰ, বৰ পৱিত্ৰ।"

কোন ককাদেউতাই ওপৰৰ কথাখিনি কৈছিল? যুগজয়ী উপন্যাস 'গ্ৰেইপচ্ অব্ ৰথ'ৰ এটি চৰিত্ৰ গ্ৰেণ্ডপা জ'ড হ'ল সেই ককাদেউতা। সেই চৰিত্ৰ সৃষ্টি কৰিছিল এজন চিন্তাশীল লেখকে। নাম তেওঁৰ - জন ষ্টাইনবেক।

জন ষ্টাইনবেক সাহিত্যেৰে জীয়াই আছিল। সেইটো পৰম সত্য। সিদিনা ষ্টাইনবেক ঢুকাল, মানৱী দেহা নোহোৱা হ'ল, সেইটো ডাঙৰ কথা নহয়। জন

ষ্টাইনবেক সাহিত্যৰ ইতিহাসত পৰিত্ৰ হৈ, সদা জীৱন্ত হৈ থাকিব। আমি তেওঁক সেয়ে ইয়াত সুঁৱৰিছোঁ। মই ব্যক্তিগতভাৱে জন ষ্টাইনবেকক আমেৰিকাত এবাৰ দেখিছিলোঁ।

১৯৬১ চনত জনে পালে ন'বেল প্ৰাইজ। কিতাপখন: The winter of our discontent.। ৩১১ পৃষ্ঠাৰ এই উপন্যাসত জনে নিউইয়কৰ লং আয়লেণ্ড অঞ্চলত নৈতিক বিশ্বাসত ভেজাল উপাদান সোমোৱাৰ এটি সুন্দৰ বিশ্লেষণ কৰিছে।

এজনে জনক সুধিলে - ন'বেল প্ৰাইজৰ তেওঁ যোগ্য নে? তেওঁ উত্তৰ দিছিল, 'এই কিতাপখনৰ বাবে নহওঁ।' এয়া তেওঁৰ নম্ৰতা। তেওঁৰ মতে সেই উপন্যাসতকৈ অধিক শক্তিশালী উপন্যাস তেওঁৰ আছিল। কথাটো আংশিকভাৱে সঁচা।

চিনক্লেয়াৰ লুইচ, পাৰ্ল এছ্ বাক্, উইলিয়াম্ ফকনাৰ্, ইউজিন অ'নিল, আৰ্ণেষ্ট হেমিংৱে - তাৰ পাছত ১৯৬২ চনত ষষ্ঠ আমেৰিকান সাহিত্যিক জন ষ্টাইনবেকে ন'বেল পুৰস্কাৰ পোৱাতকৈ জন ষ্টাইনবেকৰ মহত্ব আছিল - 'A distinctively harmonious and pacific view of Life'। এয়া আলফ্ৰেড কাজিনৰ মত।

আমেৰিকাৰ এই শতিকাৰ তৃতীয় দশকত আহিছিল অৰ্থনৈতিক ডিপ্ৰেশ্যন। সেই ডিপ্ৰেশ্যনত আন আমেৰিকান সাহিত্যিকে যেতিয়া আমেৰিকাৰ সমগ্ৰ জীৱনটোকে চিকাগোৰ কছাইখানা বা পাশৱিক আড্ডাৰূপে দেখিছিল তেতিয়া জন ষ্টাইনবেকে বুটলি লৈছিল - "refreshing belief in human fellowship and courage He had learned to accept the rhythm of Life." জীৱনৰ ছন্দক চিনি তেওঁ সাহস আৰু মানৱতাৰ পৰা উদ্ভৱ হোৱা নিকা বিশ্বাসত বিশ্বাস কৰিছিল।

ষ্টাইনবেকে এৰি গৈছে ১৬ খন উপন্যাস, কেইবাখনো নাটক, গল্পাৱলী আৰু বৰ ডাইনামিক কেইখনমান বোলছবিৰ বাবে চিত্ৰনাট্য। জনে বোলছবিৰ মাধ্যমক সাহিত্য পৰিবেশনৰ সুন্দৰ মাধ্যম বুলি মানি লৈছিল। তেওঁৰ ১৬খন নভেলৰ ভিতৰত 'গ্ৰেইপছ অব্ ৰথ' সবাতোকৈ শক্তিশালী। ফিল্ম হিচাপেও কিন্তু 'গ্ৰেইপছ অব্ ৰথ'ৰ চিত্ৰনাট্য ক্লাছিক হৈ ৰ'ল। তেওঁৰ 'ইষ্ট অব্ এডেন'ৰ চিত্ৰনাট্যৰ বিষয়েও একে কথা।

১৯৩৫ চনত 'টৰ্টিলা ফ্লেট'অব পাতনিত লিখিছিল: "এটি পৰিবেশ, যাৰ অংশ হ'ল মানুহ। সেই পৰিবেশত মানুহৰ মিঠা ভাবৰ প্ৰকাশ, দুখ প্ৰকাশ, আনন্দ প্ৰকাশ, দানৱ উদাৰতা প্ৰকাশ আৰু শেষত এটি আশা প্ৰকাশৰ স্বাধীনতা

লিপিবদ্ধ কৰাই তেওঁৰ উদ্দেশ্য।

এনে প্ৰকাশত জন ষ্টাইনবেক অমৰ হৈ ৰ'ল। ১৯২৯ চনত 'কাপ অব্ গ'ল্ড' নামৰ উপন্যাস ৰচি সাহিত্যিকৰ জীৱন আৰম্ভ কৰি চাৰি দশক নিজৰ জ্যোতি বিলাই ১৯৬৮ চনৰ শেষ ভাগত হৃদযন্ত্ৰৰ ক্ৰিয়া বন্ধ হৈ জনে এই ধৰাৰ পৰা বিদায় মাগিলে।

নৰমান টমাছ আৰু আপটন চিনক্লেয়াৰৰ দৰেই জন ষ্টাইনবেকে মানুহৰ প্ৰতি মানুহৰ অবিচাৰৰ বিৰুদ্ধে বিপ্লৱ ঘোষণা কৰিছিল।

ন'বেল প্ৰাইজ পোৱা উপন্যাস 'The winter of discontent'অৰ বিষয়ে লিখিবলৈ গৈ তেওঁৰ নিষ্ঠুৰ সমালোচক এডমাণ্ড উইলছনেও ক'বলৈ বাধ্য হৈছিল - জন ষ্টাইনবেক, 'is a mind which does seem first rate in its unpanicky scrutiny of Life.'

নিৰ্ভীক জীৱন বিশ্লেষণৰ বাবে প্ৰথম শ্ৰেণীৰ মনৰ গৰাকী আছিল জন ষ্টাইনবেক।

এনে এজন সাহিত্যিকৰ আত্মাই যেন শান্তি লভে।

# নিৰ্ভীক জীৱন বিশ্লেষণ

জন ষ্টাইনবেকৰ নিৰ্ভীক জীৱন বিশ্লেষণঃ

সেই নিৰ্ভীকতা লৈ

বিষ্ণু ৰাভা বিজয়ী হৈ আহিছে।

জন ষ্টাইনবেকে জীৱন বিশ্লেষণ কৰিছিল নিৰ্ভীকভাৱে -

কিন্তু, বিষ্ণু ৰাভাদেৱে নিৰ্ভীকভাৱে সিদিনা মোৰ আগত বিশ্লেষণ কৰিলে মৃত্যুক।

সৰস্বতী পূজাৰ আগদিনা অৰ্থাৎ বসন্ত চতুৰ্থীৰ দিনা (১৯৬৯ চনত) কলিকতাত থকা সৰবৰহী প্ৰকাশক অম্বিকাপদ চৌধুৰীদেৱৰ পৰা ফোন পাই লৰবি গ'লোঁ বিষ্ণুদাক দেখা কৰিবলৈ। তেওঁ বোম্বেৰ টাটা ইন্সটিটিউট অব্ কেন্সাৰত চিকিৎসা গ্ৰহণ কৰি উভতি আহিছে। কলিকতাত এৰাতি থাকিব। পিছদিনা পুৱাই অসমলৈ উৰিব।

মই তেওঁৰ কোঠাত সোমোৱাৰ আগতে চিঞৰিছোঁ, 'বিষ্ণুদা, বিষ্ণুদা। বিষ্ণুদায়ো চিঞৰিছে, 'এই ভূপেন, আহাঁ।' মোৰ মন খুদুৱাইছে। বিষ্ণুদা বা দেখিবলৈ কেনে হৈছে? ক্ষীণ হৈ যোৱা নাইতো? কোঠাৰ ভিতৰ সোমাই যি

দেখিছোঁ মই বিশ্বাস কৰিব পৰা নাই।

বিষ্ণুদা খাট এখনৰ ওপৰত বহি আছে। আগতে দেখা স্বাস্থ্যৱান বিষ্ণুদা। ওচৰত আছে অম্বিকাপদ চৌধুৰীৰ ভাতৃ নিশিপদ চৌধুৰী। তেওঁ ছাঁৰ দৰে বিষ্ণুদাক বোম্বেৰ পৰা অনুসৰণ কৰিছে।

বিষ্ণুদাক মই সাবটি ধৰিলোঁ। তেওঁ মোক সাবটি ওচৰতে বহুৱাই ল'লে। বিষ্ণুদাক সম্মান জনাবলৈ মোৰ সৈতে গৈছিল নৱাগতা শিল্পী ভাৰতী দাস, মীৰা দাস (ডিবৰুৰ)। চেনাই আচাও (শিৱসাগৰৰ) আৰু তেজপুৰৰ কৃষ্ণা দাস (শকুন্তলা, প্ৰতিধ্বনি খ্যাত)। তেওঁলোক সকলোৱে বিষ্ণুদাৰ চৰণৰ ধূলি ল'লে। তেখেতে সাবটি ধৰিলে। মই হাস্য ৰসেৰে সুধিলোঁ, কি খবৰ কওক।

বিষ্ণুদাই হাঁহি হাঁহি কৈ গ'ল -

"ভূপেন, ডা° পেমাষ্টৰে বোম্বেত মোক বৰ মৰম কৰিলে। তেওঁ মুখ্যমন্ত্ৰী আন্নাডুৰাইকো চিকিৎসা কৰিছে। জগদ্বিখ্যাত ডাক্তৰ। মোক ক'লে, মই ভাল হৈছোঁ। তেজপুৰলৈ যাব পাৰোঁ। পিছে এমাহ পাছত আকৌ পৰীক্ষাৰ বাবে বোম্বেলৈ যাব লাগিব।"

মই সুধিলোঁঃ কোনখিনিত ৰোগটো হৈছিলনো?

বিষ্ণুদাই নিৰ্ভীকভাৱে কাগজ এখন লৈ আঁকি গ'ল হাঁহি হাঁহি। কৈ গ'ল, 'এইখিনিতে ভূপেন, খাদ্যনলী আৰু কণ্ঠনলীৰ ওচৰত আঢৈ ইঞ্চি আৰু এই খাদ্য নলীত তিনি ইঞ্চি ডেমেজদ হৈছিল। তাত ক'বাল্ট ৰে দিলে। মই গ্ৰহণ কৰিলোঁ। এতিয়া উভতি আহিলোঁ।'

ছবিখন নিজে ফাউণ্টেন পেনেৰে কাগজত আঁকি পেনৰ নিবেৰে যেতিয়া নিজৰ খাদ্যনলীৰ ছবি দেখুৱাইছে তেতিয়া এনে লাগিছিল যেন সেইখন খাদ্যনলীৰ ছবি নহয় - এখন পেইণ্টিং, য'ত শিল্পী বিষ্ণুদাই দেখুৱাইছে - এইখিনিতে ৰঙা ৰং দিব লাগিব, সেইখিনি ক'লা পৰি গৈছে। বিষ্ণুদাৰ মুখত অকণো ভয় নাই, সংকোচ নাই। যেন আনৰ বেমাৰৰ কথাহে বৰ্ণাইছে।

সেই সময়তো বিষ্ণুদাৰ চিৰাচৰিত হাস্যৰসৰ নমুনা শুনক। তেওঁ ক'লেঃ 'ভূপেন, ডা° পেমাষ্টৰহে আচল শিল্পী। বোম্বেত মই ওচৰৰ ৰোগীসকলক দেখিলোঁ। এজন জিভা কটা। দাঁত কাটি পেলাইছে। ৰোগাক্ৰান্ত অংশবোৰ কাটি পেলাই ডা° পেমাষ্টৰে সুন্দৰকৈ আকৌ চাৰ্জেৰি কৰি নতুন মঙহ লগাই দিছে। সেয়াহে জীৱন-স্থপতি। আমি কি শিল্পী। জীৱন্ত মানুহেই তেওঁলোকৰ বাবে কুমাৰৰ মাটি। ডা° পেমাষ্টৰক মই এবাৰ বগৰ কৰি কৈছিলোঁ -

মই কিন্তু আন্নাডুৰাই নহওঁ, মোক আপুনিয়েই সুস্থ কৰি লাগিব।'

তেওঁ সাবটি ধৰি হেনো ৰাভাদেৱক ক'লে, 'আপুনি আম্লাডুৰাই নহয়, আপুনি ৰাভা। তথাপিও মোৰ বাবে একে।'

বিষ্ণুদাৰ দেখিলোঁ এই বিশ্ববিখ্যাত ডাক্তৰজনৰ প্ৰতি গভীৰ বিশ্বাস। 'মই যি চিকিৎসা কৰাওঁ, এই ডাক্তৰ পেমাষ্টৰৰ দ্বাৰাই কৰাম। মোৰ আৰু এওঁৰ মনৰ প্ৰাণৰ মিল হৈ গৈছে।'

শেষত বিষ্ণুদাই যিখিনি কথা ক'লে- জীৱনক ভাল পোৱা, জীৱনৰ প্ৰতি মোহ থকা সকলোৱে মনপুতি শুনিব ঃ

'ভূপেন, কেন্সাৰ ইন্সটিটিউটত কিছু ৰোগীক কাটোঁতে কাটোঁতে টুকুৰা হিচাপেহে বাচি আছে। মোৰো যদি আক্ৰান্ত ঠাইবোৰ কাটি কুটি পেলায়, তথাপি মই সৰু টুকুৰা হৈও বাচি থাকিম কিন্তু!'

তাৰ পাছত আমাৰ সৈতে যোৱা ছোৱালীহঁতৰ পিনে চাই বিষ্ণুদাই ৰৰকৈ হাঁহি ক'লে- 'মীৰা, ভাৰতী, কৃষ্ণা, চেনাই, ধৰা মই মটৰেৰে গৈ আছোঁ। মটৰখন বৈ গ'ল তোমালোকক দেখি। মটৰৰ ভিতৰৰ পৰা হঠাতে শুনিলা ঃ এই মীৰা, কৃষ্ণা! তেতিয়া তোমালোকে আচৰিত হৈ চাবা যে মটৰত দেখোন কোনো নাই। ক'ৰ পৰা বিষ্ণুদাই মাতিলে আমাক?

পিছত বিচাৰি দেখিবা, মই সৰু টুকুৰা হৈ মটৰত হাঁহি আছোঁ। ময়ে মাতিছোঁ তোমালোকক।'

হাস্যৰস দেখি ছোৱালীহঁতে হাঁহি দিলে। দোঁ খাই গ'ল আমাৰ শিৰ, বিষ্ণুদাৰ জীৱন লালসাৰ প্ৰতি। ভাবিলোঁ, বিষ্ণুদাক কোনে মাৰে? তেওঁ যে জীৱনক এটি জীৱন্ত মোহ বুলি কৈছে নিজেই। ই বৰ মোহনীয়।

শেষত তেওঁৰ আৰোগ্য কামনা আৰু সাহায্য কৰা অসমৰ ৰাইজৰ প্ৰতি সম্মান জনাই নিজ হাতেৰে যিখিনি লিখি দিলে সেইখিনি পঢ়িযেই ----

বিষ্ণুদাই ৰাইজক ধন্যবাদ দি ক'লে, 'ৰাইজৰ মৰমেই মৰণ ৰাজ্যৰ পৰা মোক জীৱন ৰাজ্যলৈ ওভোতাই আনিছে।

বিষ্ণুদা নিজেই যেন উচ্ছ্বল চিৰযৌৱন - এই যৌৱনৰ শেষ নাই।

এই যৌবন আৰু এই সাহস আদৰ্শনীয়। প্ৰত্যেক মানুহৰ বাবে, প্ৰত্যেক সংগ্ৰামীৰ বাবে, প্ৰত্যেক শিল্পীৰ বাবে।

ব্ৰেভ' বিষ্ণুদা। তুমি সঁচাকৈয়ে জীৱন মৰণৰ unpanicky scrutiny কৰা জীৱন-শিল্পী।

# গীতিকাৰ লক্ষ্মীনাথ

জোনাকী যুগৰ অসমীয়া যুগমানস আৰু সংস্কৃতি সাধনা যদি কোনো এগৰাকী ব্যক্তিৰ একক প্রতিভাৰে প্রতিভাত হৈ থাকে তেনেহ'লে তেৱেঁই হ'ল লক্ষ্মীনাথ বেজবৰুৱা। অসমীয়া সাহিত্যৰ এনে এটি শাখা নাই, যি বেজবৰুৱাৰ স্বকীয় মৌলিক প্রতিভাৰ পৰশত সঞ্জীৱিত হৈ উঠা নাই। যাৰ বাবে বাণীকান্ত কাকতিয়ে কৈছেঃ 'জাগ্রত স্বদেশানুৰাগ, অপূর্ব ৰচনা পদ্ধতি আৰু হাস্যৰস — এই তিনিওটা উপাদান লৈ বেজবৰুৱাৰ প্রতিভাই আধুনিক সাহিত্যৰ সকলো বিভাগতেই বিকাশ লাভ কৰিছে।' যাৰ কথা, জ্যোতিপ্রসাদেও কৈছেঃ 'তোমাক কোনে পাহৰিব পাৰে কোৱাঁ! স্মৰণ কৰিব, নিতৌ তোমাক স্মৰণ কৰিব পুৱা, গধূলি, ৰাতি, দুপৰীয়া ভৱিষ্যতৰ বহু যুগ যুগান্তৰৰ অসমীয়াই। নবীন অসমীয়া চামে তোমাৰ ঝঙ্কাৰময়ী, দীপ্তিময়ী, উৎসাহময়ী, শক্তিময়ী, অমৃতময়ী লেখাৰ শব্দ-পদ্মৰ পাহিবোৰ তোমাৰ চাৰিওকাষে প্রস্ফুটিত হ'ব —— তুমি থাকিবা আমাৰ সাহিত্যৰ ভিতৰ-বাহিৰ সকলোতে, তুমি থাকিবা অসমীয়াৰ জীৱনৰ শ্বাস-প্রশ্বাসত। তুমি থাকিবা, থাকিবা, থাকিবা।'

অসমীয়া ভাষা আৰু সাহিত্যক নিখুঁত ৰূপদানৰ প্রয়াসত কি গদ্য, কি পদ্য,

কি নাটক, কি গান সকলো ক্ষেত্ৰতেই বেজবৰুৱাৰ দান অপৰিসীম। এই অপৰিসীম দানৰ গুণগত বিচাৰৰ আজি হয়তো প্ৰয়োজন হৈছে, হয়তো আজি প্ৰয়োজন হৈছে বেজবৰুৱাৰ সমস্ত সৃষ্টিৰ পক্ষপাতিত্বহীন, তুলনামূলক নতুন বিচাৰ বিশ্লেষণৰ—যাৰ ফলত ভৱিষ্যতৰ কাৰণে বেজবৰুৱাৰ নাম অকল পথিকৃৎ সাহিত্যিক ৰূপেই স্মৰণীয় হৈ নেথাকি প্ৰকৃত সৃষ্টিশীল মৌলিক প্ৰতিভাসম্পন্ন লেখকৰূপে স্বীকৃতি পাব।

আগতেই কোৱা হৈছে, লক্ষ্মীনাথ বহুমুখী প্ৰতিভাসম্পন্ন ব্যক্তি। আৰু এই বহুমুখী প্ৰতিভাৰ পৰিচয় বেজবৰুৱাৰ বৃহৎ সাহিত্যৰাজিৰ মাজতেই নিহিত হৈ আছে। সাহিত্যৰ সকলো বিভাগতেই লক্ষ্মীনাথে হাত দিছিল – এনেকি গীতি-সাহিত্য ৰচনাতো। যদিও লক্ষ্মীনাথে গীত ৰচনা বৰ বিশেষভাৱে কৰা নাছিল, তথাপি তেওঁৰ কবিতাৰ একমাত্ৰ কিতাপ 'কদমকলি'ত কুৰিটা গীতৰ সন্নিৱেশ কৰাটো উল্লেখযোগ্য। 'কদমকলি'ৰ কবিৰ দ্বাৰা গীত বুলি চিহ্নিত কুৰিটা গীতৰ বাহিৰেও বেজবৰুৱাৰ ঐতিহাসিক নাটক 'বেলিমাৰ', 'চক্ৰধ্বজ সিংহ' আৰু 'জয়মতী'ৰ কিছু নাটকীয় গীতো লক্ষণীয়। নাটকৰ গীতবোৰ নাটকীয় ঘটনাৰ পটভূমিত ৰচিত ; এই জাতীয় বিশেষ দুই-এটা গীতৰ বাহিৰে আনবোৰৰ গীত হিচাপে মূল্য বা প্ৰয়োজনীয়তা হয়তো বিশেষ নাই।

## প্ৰায়বোৰ গীততেই 'কৃপাবৰ'এ এভুমুকি মাৰে

ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাৰ দুটা সত্তা। দুটা ব্যক্তিত্ব। এজন লক্ষ্মীনাথ, আনজন লক্ষ্মীনাথৰ ভিতৰৰ কৃপাবৰ। দুয়োজনেই গীত ৰচিবলৈ চেষ্টা কৰে। কিন্তু লক্ষ্মীনাথে কেতিয়াবা অতি গম্ভীৰ হৈ কোনো এটা বিষয়ত গীত লিখিবলৈ ল'লেই ভিতৰৰ কৃপাবৰজনে মূৰ দাঙি উঠে। 'কদমকলি' কিতাপখনত 'তিলকা' নামেৰে এটি বৰ্ণনামূলক গীত লিখিছে লক্ষ্মীনাথে। ভূমিকাত লিখিছেঃ 'তিলকাৰ বয়স দহ বছৰ। স্বামীৰ মুখ দেখা পোৱাৰ আগতেই তাই বিধৱা হ'ল। তিলকাৰ মাক-দেউতাক, ভাই-ককাই কোনো নাই; আছিল মাত্ৰ বুঢ়ী আইতাক ৰাঙলী। ৰাঙলীয়ে চাই-চিতি খুৱাই-পিন্ধাই পোহপাল দিছিল। এদিন ৰাঙলীও মৰি থাকিল। তিলকাই আইতাকৰ মৰাশটো আগত লৈ বহি এনেকৈয়ে ইনাই-বিনাই কান্দিছিল' ——— কাহিনীটো বৰ দুঃখজনক। কিন্তু তেওঁৰ কৃপাবৰে দুষ্টামি কৰিলে। সেই বৰ্ণনাত লেখা কান্দোনৰ দুটামান শাৰী তলত দিলোঁ -

'তিলকা হেনো তোৰ তামোলৰ ডাবি
বুকুৰে তিলকাক বুকুতে থবি।

আজি পৰি ৰ'ল তিলকা তোৰ
এৰি গ'ল আইতা ৰাঙ্গলী মোৰ।
কোনেনো ৰাইকহঁৰ সাধুটি ক'ব
বাঁৰী দুখুনীৰ দুখ কোনে পতিয়াব।
ৰাঙ্গলী আইতা মোৰ ক'লৈনো গ'লি
চেনেহৰ তিলকাক কাৰ বুকুত থলি।'

'তিলকা' গীতটোত লক্ষ্মীনাথে যেনেকৈ দুখুনী বিধৱাৰ কথা বৰ্ণনা কৰিছে তেনেকৈ আন এটি গীতত বৰ্ণনা কৰিছে এজন সাধাৰণ ডাক পিয়নৰ কথা, তেওঁৰ জোলোঙাত নানান জনৰ মন-সাগৰৰ নানান গতিৰ কথা। বাংলাদেশত সৌ সিদিনা মাত্ৰ দুটা দশকৰ আগতে প্ৰগতিবাদী কবি সুকান্ত ভট্টাচাৰ্যৰ 'ৰাণাৰ' নামৰ কবিতাটোৱে চাঞ্চল্যৰ সৃষ্টি কৰিছিল। তাৰ পাছত আন আন ভাষাতো সেই 'ৰাণাৰ'ৰ (কেতিয়াবা সক্ষম কেতিয়াবা অক্ষম) অনুকৰণ যে হোৱা নাই সেইটো নহয়। কিন্তু ১৮৩১ শকাব্দৰ মাঘ মাহৰ হাওড়াত বহি লক্ষ্মীনাথে ভাবিবলৈ চেষ্টা কৰিছিল ডাকোৱালে তেওঁৰ জোলোঙাত কি কি ধৰণৰ বাতৰি আনিছেঃ

'ক'ত যোৱা ডাকোৱাল খোজ কিয় কোবাল?
জুনুক জুনুক কিনো বাজে?
পিতৃৰ সন্দেহ বাৰ্তা মাতৃৰ ভাবনা চিন্তা
বন্ধুৰ সাদৰ সম্ভাষণ
হতাশাৰ আশা বল আতুৰৰ চকু-জল
শোকাৰ্তৰ মধুৰ সান্ত্বনা'

এটা কথা মই প্ৰথমেই কৈ থ'বলৈ বিচাৰোঁ, লক্ষ্মীনাথৰ গীতি-সাহিত্যৰ ভিতৰলৈ প্ৰৱেশ কৰি মোৰ ধাৰণা হৈছে, তেওঁ ছিৰিয়াছ অৰ্থত কোনোদিনেই গীতিকাৰ হ'বলৈ বিচৰা নাছিল। লক্ষ্মীনাথৰ একমাত্ৰ কাব্যসৃষ্টি 'কদমকলি'ৰ আটাইবোৰ কবিতাকেই যেনেকৈ কবিতা বুলি সমালোচকসকলে মানিব নোখোজে, লক্ষ্মীনাথৰ গীতি-সাহিত্যৰো সৰহভাগকেই গীত বুলিব নোৱাৰি। তেওঁ ৰসৰাজ; তেওঁৰ মনৰ কোষে কোষে ৰসৰ সম্ভাৰ। সেয়ে সেউজীয়া অসমৰ লোকজীৱনৰ কথাত, গীতত তেওঁৰ মনৰ সূক্ষ্ম অনুভূতি পুলকিত হৈ

উঠাৰ দৰেই কলিকতা, সম্বলপুৰৰ (উৰিষ্যা) বিভিন্ন সাংস্কৃতিক পৰিবেশত তেওঁ পুলকিত হৈছিল আৰু তাৰেই বিভিন্ন ৰূপৰ, বহু বৰ্ণ বৈচিত্ৰ্যৰ প্ৰকাশ লক্ষ্মীনাথৰ গীতি-সাহিত্য। এটি অস্থায়ী, দুটি অন্তৰা আৰু সঞ্চাৰী থাকিলেই সকলো ৰচনা গীত নহয়। সেয়ে ৰবীন্দ্ৰনাথ যি অৰ্থত গীতিকাৰ, কাজী নজৰুল যি অৰ্থত গীতিকাৰ, লক্ষ্মীনাথ সেই অৰ্থত গীতিকাৰ নহয়। অথচ গীতৰ নামত লক্ষ্মীনাথে লঘু বৈঠকী কবিতাৰ ৰীতিৰে গীত লিখিছে, অসমীয়া বিহুগীত, বনগীত, অসমীয়া নাম প্ৰসংগৰ সুৰত গীত লিখিছে, আকৌ ৰামপ্ৰসাদী সুৰ, ভৈৰৱী, বেহাগ, বাগেশ্ৰী সুৰ-সম্বলিত টীকা নিৰ্দেশসহ বহুতো গীত ৰচনা কৰিছে। ইয়াৰ কিছুমান গীত লক্ষ্মীনাথৰ আধ্যাত্মিক চিন্তাৰ উচ্চতম প্ৰকাশ, কিছু গীত অসমৰ নৈসৰ্গিক সৌন্দৰ্যৰ অপৰূপ প্ৰকাশ, কিছু গীত অসমৰ জাতীয় জীৱনৰ বিভিন্ন গৌৰৱোজ্জ্বল ঐতিহ্যৰ ৰাণিং কমেণ্টৰী।

কিন্তু অধিকাংশ গীততেই ছিৰিয়াছ মানুহ লক্ষ্মীনাথৰ মাজত কৃপাবৰ লক্ষ্মীনাথে ভুমুকি মাৰে। ফলতঃ লঘু শব্দৰ প্ৰয়োগ, বক্ৰোক্তি আৰু ব্যঙ্গাত্মক ৰচনা ৰীতিৰ হস্তক্ষেপ ঘঁটে আৰু গীতৰ কাব্যময়, ছন্দোময়, সুৰ-সম্বলিত পৰিবেশ নষ্ট হৈ যায়। হয়তো ই দোষ নহয়, গীতৰ অন্য এটা ৰূপ মাথোন - কৃপাবৰীয় গীতৰ ৰূপ। কেৱল এই গীতবোৰক গীতিসাহিত্য হিচাপে মূল্য দিব পৰা নেযায়।

অথচ যিবোৰ গীতত লক্ষ্মীনাথ হিচাপে অক্ষুণ্ণ হৈ আছে - সেইবোৰ গীতত বৰ্ণনাৰ চমৎকাৰিত্বত, শব্দৰ বৈচিত্ৰ্যত, উপমাৰ ব্যৱহাৰত কি যে মধুৰ ৰূপ গ্ৰহণ কৰিছে, লক্ষ্য কৰি চাওক। এইটো 'জয়মতী' নাটকৰ গীত -

সখীহে কি ক'ম এ
দুখৰে কথা
অমৃত মথোঁতে বিহ উপজিলে
মিঠা মৌ হ'ল তিতা॥
মালতীৰে চাকি খোপাতে পিন্ধিলোঁ
তাৰে গ'ল এপাহি সৰি
সোণৰে সজাটিত পখীটি ৰাখিলোঁ
সিও গুচি গ'ল এৰি।
সাঁজতে ফুলিলে তগৰ ফুল এপাহি
সন্ধিয়াৰে বা পাই
কোনেও নেদেখোঁতে কোনেও নুশুঙোতে
সিও যে লেৰেলি যায়।

নিখুঁত অসমীয়া সুৰৰ সংযোজনত এনে ধৰণৰ গীতৰ মূলভাব অত্যন্ত সুন্দৰভাৱে ফুটি উঠিছে। জয়মতী নাটকৰেই আন এটি গীত, ডালিমীৰ কণ্ঠত ঃ

লʼৰা বুঢ়া কাক কয়
ডালিমী নুবুজে তাক
পৰ্বতে হাঁহে নৈয়ে নাচে
উৰিছে পখিলাৰ জাক।

এইটো নাটকৰ গীত। ডালিমী এটি নাটকৰ চৰিত্ৰ। কিন্তু কবি নাট্যকাৰে গীতৰ মাজেদি ডালিমী নামৰ নগা ছোৱালীজনীক এনেভাৱে প্ৰকাশ কৰিছে, যি বয়সৰ পাৰ্থক্য নুবুজে, সময়ৰ জ্ঞান যাৰ নাই, যি খোপাত বিজুলীৰ ফুল, কাণত পদুমৰ কেৰু আৰু ডিঙিত সোণৰ সাতসৰী পিন্ধিবলৈ বিচাৰে, যি ডাৱৰক ধৰিবলৈ যায়, যাৰ মন চিৰ-নবীন, যি লʼৰা বুঢ়া কাক কয় নুবুজে। যি খেল-ধেমালিৰ চলতে প্ৰজাপতিৰ (পখিলা) পিছে পিছে দৌৰি ফুৰাৰ সময়তো গদাপাণিক বিপদৰ পৰা ৰক্ষা কৰাৰ কথা পাহৰি নেযায়, চাৰিওফালে তীক্ষ্ণ দৃষ্টি ৰাখে। নাটকীয় চৰিত্ৰৰ জীৱন দৰ্শনক এইদৰে এটি গীতৰ মাজেদি ৰূপায়িত কৰা -হেজ নহয়। এইবোৰ গীতৰ শব্দ-সংযোজন মন কৰিবলগীয়া। এই গীতক জ্যোতিপ্ৰসাদৰ সুৰে অমৰ কৰি ৰাখিছে। আজি কালি অসমীয়া গীতি-সাহিত্যৰ পয়োভৰ - সুৰকাৰো অসংখ্য। কিন্তু বিষয়বস্তুৰ মৰ্মলৈ এনেভাৱে প্ৰৱেশ কৰি গীত ৰচনা আৰু সুৰ সংযোজনাৰ প্ৰচেষ্টাইবা কʼত ?

অসমৰ জাতীয় সংগীত হিচাপে পৰিচিত গীতটোও লক্ষ্মীনাথৰ জাগ্ৰত স্বদেশপ্ৰেমৰ উজ্জ্বল নিদৰ্শন। স্বদেশৰ মহান স্বৰূপ লক্ষ্মীনাথে বৰ্ণনা কৰিছে ঃ

অʼ মোৰ আপোনাৰ দেশ
অʼ মোৰ চিকুণী দেশ
এনেখন সুজলা
এনেখন সুফলা
এনেখন মৰমৰ দেশ

## উপযুক্ত পৰিবেশ

ইয়াত এটা কথা কৈ থোৱা উচিত যে লক্ষ্মীনাথে সক কালৰে পৰাই গীত ৰচনাৰ উপযুক্ত পৰিবেশ পাইছিল। লক্ষ্মীনাথৰ নিজৰ ৰচনাতেই দেখা যায়- কিদৰে বেজবৰুৱা পৰিয়ালত গীত 'ভটিমা' ইত্যাদি গোৱাৰ প্ৰথা প্ৰচলিত

আছিল। শংখ, ঘন্টা, কাঁহ, খোল প্রভৃতি বাদ্যৰ দীৰ্ঘ সুৰধ্বনিৰে প্লাৱিত বেজবৰুৱা পৰিয়ালত সাংগীতিক পৰিবেশৰ বৰ্ণনা লক্ষ্মীনাথৰ ৰচনাত পোৱা যায়। তাৰ বাহিৰেও প্ৰৱাসী জীৱনত বিভিন্ন বঙালী গীত, যাত্ৰা সংগীত, ৰাজপ্ৰাসাদৰ গীত তেওঁ অৱশ্যেই শুনিছিল আৰু সেইবোৰৰ ভেটিতো কিছুমান গীত লিখিছিল। অৱশ্যে এইবোৰ গীতত লক্ষ্মীনাথতকৈ কৃপাবৰ বৰুৱাই বেছিকৈ দেখা দিছে। কৃপাবৰীয় লক্ষ্মীনাথৰ ধপাত খোৱা সম্পৰ্কে গীতটো লক্ষ্য কৰক। এই গীতৰ কাৰণে গীতিকাৰে বাগেশ্ৰী ৰাগৰ নিৰ্দেশ দিছে। গীতটো হ'লঃ

'অনন্ত আকাশ মাজে ধোঁৱা উৰুৱাই'

ধপাতৰ প্ৰতাপত মেঘমালাক স্তব্ধ হ'বলৈ কৈ গীতিকাৰে হোকা টনাৰ ভৈৰবনাদ গুড়ুক শব্দৰ প্ৰতিদ্বন্দ্বী বৰ ভেকুলীৰ গাঁকুৰ গাঁকুৰক চেলেঞ্জ জনাই কৈছেঃ

"ধূপ ধুনা আঁতৰ হ'ক
ধোঁৱা খোৱা চাজে ৰ'ক
মলা ধপাতৰ গোন্ধে যাওক বিশ্ব মলমলাই।"

হাওড়া কিম্বা সম্বলপুৰৰ মুছলমান শ্ৰমিকৰ কাৱালী শুনি হয়তো লক্ষ্মীনাথৰ ভাল লাগিছিল। সেয়ে কাৱালীৰে তেওঁ একাধিক গীত লিখিছে।

## এফালে ৰামপ্ৰসাদী আনফালে নাম প্ৰসংগ

লক্ষ্মীনাথে কুলিৰ মুখৰে গীত গোৱাইছেঃ

' আয়ে লুকাই পাৰিলি কণী'

লক্ষ্মীনাথে এই গীতটোৰ সুৰ নিৰ্দেশ কৰিছে – 'ৰামপ্ৰসাদী'। ডি এল ৰায়ৰ 'ধনধান্যে পুষ্পে ভৰা' অসমীয়া পেৰডিটো অত্যন্ত উপভোগ্য।

'ধনবৰ ৰতনী' বা 'নিমাতী কন্যা' জাতীয় কবিতাক লক্ষ্মীনাথে যদিও 'গান' বুলি উল্লেখ কৰা নাই, কিন্তু গল্প-গীতিৰ পক্ষত এইবোৰ উপযুক্ত ৰচনা বুলিয়েই মোৰ ধাৰণা।

## বাঁহীঃ আধ্যাত্মিকতা আৰু হাস্যৰসৰ বিত-চকুত

লক্ষ্মীনাথৰ প্ৰায়বোৰ গীতত যেনেকৈ ৰাধা-কৃষ্ণৰ উল্লেখ আছে তেনেকৈ সুৰৰ বাঁহৰ বাঁহীটোৰ উল্লেখ আছে। বাঁহীক লৈ লক্ষ্মীনাথে গীত লিখিছে। এটা গান লঘু ভাবৰ, আনটো বিষয়বস্তুৰ উপস্থাপনৰ দিশৰ পৰা দাৰ্শনিক। লঘুভাৱে লিখা গীতটোত বাঁহীক তেওঁ ছিদ্ৰযুক্ত বাঁহৰ চুঙা বুলি ঠাট্টা কৰিছে, এনেকি

কুকুৰ খেদা সামগ্ৰীৰূপেও বৰ্ণনা কৰিছে। 'বৃন্দা চন্দ্ৰাৱলী সংবাদ' গীতৰ এঠাইত বৃন্দাৰ হতুৱাই কোৱাইছে ঃ

'হ'ব পাৰা ভালৰ জীয়ৰী হ'ব পাৰা গধুৰ
But why abuse our Radha
What is her- কচুৰ

আন এটা গীতত, বাঁহীক জাতীয় উপনিষদৰ বীজ বহনকাৰী আধ্যাত্মিক চিন্তাৰ সুৰ বুলি উল্লেখ কৰিছে লক্ষ্মীনাথে। 'খণ্ডতে অখণ্ড' বাঁহীৰ মাজত দাৰ্শনিকতাসুলভ ব্যাখ্যাৰ নিদৰ্শন পোৱা যায়। এই গীতটোৰ গম্ভীৰ ৰচনাই কিছু সময়ৰ বাবে কৃপাবৰৰ কথা পাহৰাই দিয়ে, কাৰণ কোনে পাহৰিব পাৰে বাঁহীৰ সেই অপৰূপ বৰ্ণনা,

'মোৰ একেটি সুৰত বাঁহীটি বন্ধা
একেটি মাথোন মাত
ৰাতিয়ে দিনে এটি হুমুনিয়াহ
একেটি আনন্দ তাত।'

## অসমীয়া মাধুৰী

গীত ৰচনাৰ বাহিৰেও অসমীয়া নিজস্ব লোকগীতিৰ সুৰত লক্ষ্মীনাথৰ কিমান দখল আছিল তাৰো প্ৰমাণ আছে। এটা বিহুগীত লক্ষ্মীনাথে লিখিছিল ঃ সুৰ - দেউতাৰ পদূলিত গোন্ধাইছে মাধুৰী, কেতেকী মলমলায়, ঐ গোবিন্দাই ৰাম। এই সুৰত নতুন কি লিখিছে লক্ষ্মীনাথে ?

'টকা, পেঁপা ঢোল গীতৰ উঠে বোল
নাচে ডাঙৰীয়া বিহু, ঐ বিহুৱা কাই।'

এইদৰে বিভিন্ন গীতত সুৰৰ নতুনত্বৰ কথাও লক্ষ্মীনাথে চিন্তা কৰিছিল। সেই কাৰণেই হয়তো তেওঁ অসমীয়া গীতত প্ৰথম বৈপ্লৱিক পৰিৱৰ্তন আনয়নকাৰী জ্যোতিপ্ৰসাদক ভাল পাইছিল। আৰু হয়তো জ্যোতিপ্ৰসাদে নিজেও অনুপ্ৰাণিত হৈছিল- লক্ষ্মীনাথৰ অস্থি-মজ্জাত অসমীয়া চিন্তাধাৰা আৰু সৃষ্টি-দক্ষতাৰ দ্বাৰা।

গীতিকাৰ হিচাপে অসমীয়া গীতিসাহিত্যত লক্ষ্মীনাথৰ অৱদানৰ পৰিমাণ হয়তো সামান্য। কিন্তু এই সামান্য অৱদান যে গুণসাপেক্ষ সেই কথা পাহৰিলে নচলিব। লগতে এই কথাও পাহৰিলে নচলিব যে লক্ষ্মীনাথ, পদ্মনাথ,

জ্যোতিপ্ৰসাদ প্ৰভৃতি আছিল অসমীয়া গীতি-সাহিত্য তথা সংগীতৰ নৱৰূপৰ দিগ্‌দৰ্শক। তাৰ পাছত কালৰ তীব্ৰ গতিয়ে মানুহৰ ৰুচি আৰু মূল্যবোধৰ যি পৰিৱৰ্তন ঘটাইছে তাৰ ফলত নতুন ৰূপদানৰ বাবে আমালৈ আহ্বান আহিছে আৰু নতুন নতুন পথৰ পথিকৰ বহুতো দায়িত্ব আছে। কিন্তু সেই দায়িত্ব কোনে, কিভাৱে পালন কৰিছে সেয়াও বিচাৰি চোৱাৰ সময় হৈছে আৰু তেতিয়াহে লক্ষ্মীনাথক সোঁৱৰা সাৰ্থক হ'ব। আমি ক'ব পাৰিম, অস্তাচলৰ লক্ষ্মীনাথ চিৰদিন মধ্যাহ্ন সূৰ্যৰ দীপ্তি লৈ প্ৰতিভাত হৈ থাকিব। তেওঁৰ বহুমুখী প্ৰতিভাৰ আলোকপ্ৰপাত এতিয়াও আমাৰ ওপৰত নিগৰি পৰি থাকিব। অবিৰতভাৱে বৈ গৈ থাকিব।

আৰু তেতিয়াই উচ্চ কণ্ঠেৰে তেওঁৰ কথাৰেই গাব পাৰিম ঃ

'অ মোৰ সুঁৱীয়া মাত
অ মোৰ সুৰদি মাত
পৃথিৱীৰ ক'তো
বিচাৰি জনমটো
নোপোৱা কৰিলেও পাত।'

# গজল-সম্ৰাট গালিব

হে অশান্ত, গালিব চাহাব,
তোমাৰ প্ৰতিটি গজল
প্ৰতি প্ৰেমিকৰ, প্ৰতি প্ৰশ্নৰ আছিল
মনোমোহা জবাব ——

তোমাৰ শ্বায়ৰিৰ তুলনা নাই
অশান্ত আকুল হৃদয়
মন-গহনত ভাবৰ মুকুতা

শান্তি বিচাৰি হাবাথুৰি খোৱা এটি সুন্দৰ কবি-মন লৈ জনমিছিলাঁ আগ্ৰা বা আকবৰাবাদত। তোমাৰ জন্মৰ দিৱস ১৭৯৭ চনৰ ২৭ ডিচেম্বৰটো ৰোমাণ্টিচিজমৰ বাবে আছিল এটি সুৰপূৰ্ণ দিৱস। দেউতাৰা ঢুকাল। আগ্ৰা এৰি গুচি গ'লাঁ দিল্লীলৈ ——

৯ বছৰ বয়সতে কবিতা লিখিলা। প্ৰথম কবিতা। তোমাৰ পঢ়াশালিৰ শিক্ষকজনে সেইটো 'কবিতা' নহয় বুলি কোৱাত পালা দুখ। বোধহয় সেইটো

আছিল গীত। সেই একেটি 'কবিতা' কাঢ়িয়াই নিলে এজন দিল্লীৰ নবাবে - সেই সময়ৰ লক্ষ্ণৌত থকা বিখ্যাত কবি মীৰ টাকীমীৰৰ ওচৰলৈ। মীৰ চাহাবে কবিতাটো পঢ়ি চিঞৰি উঠিল: কবিতা জগতত ভাল পৰামৰ্শ পালে এই ল'ৰাজনে এসময়ত যশস্যাৰ পীনোন্নত শিখৰত আৰোহণ কৰিব পাৰিব।

পাৰিলা। ভৱিষ্যদ্বাণী সঁচা হ'ল। তুমি উৰ্দু কবিতাৰ সৰ্বশ্ৰেষ্ঠ তাজ মূৰত পিন্ধিলা। তুমি হ'লা মীৰ্জা গালিব।

তোমাৰ গজল ৰচনাৰে, ৰোমাণ্টিক মেলাঙ্ক'লিয়াত তুমি কবি শ্বেলীৰ ওচৰ পালা। বেঁকা ব্যঙ্গেৰে, মানুহৰ অনুভূতি প্ৰকাশত হ'লা কবি জন্ ডোনৰ সমকক্ষ। আশাবাদী ভাবাৱেগ প্ৰকাশত হ'লা কবি ব্ৰাউনিঙৰ সমান:

'মানুহে যেতিয়া
নিয়মানুৱৰ্তিতাৰে
দুখৰ জগতত প্ৰৱেশ কৰে,
আঘাত হয় অৰ্থহীন;
মোৰ পৰিচয় ইমান অধিক
সেই আঘাতৰ স'তে,
যে —
সেই আঘাত অপাৰগ হয়
বিষাক্ত কৰিবলৈ
মোৰ প্ৰাণ;
কাৰণ —
বিষেই যে তেতিয়া হয় বিষহীন!!'

১৮৫৭ চনত চিপাহী বিদ্ৰোহ নিজ চকুৰে দেখি তুমি ক্ষান্ত নেথাকি বন্ধু এজনলৈ লিখিলা:

'এই দিল্লী সেই দিল্লী নহয়
য'ত তোমাৰ জন্ম
য'ত তুমি শিক্ষা পালা
শ্বানবেগৰ হাভেলিত
য'ত মই সাত বছৰীয়া
শিশুৰ দেখিলোঁ সপোন বাৰে বাৰে
এই দিল্লী সেই দিল্লী নহয়
য'ত দুকুৰি এঘাৰ বছৰে

মোৰ কটালোঁ সময় —'

অৰ্থাৎ এই দিল্লী বিপ্লৱী দিল্লী। এই দিল্লী সাহসী দিল্লী। এই দিল্লী মুকুতিপ্ৰয়াসী ৰাইজৰ দিল্লী। এই দিল্লী সাম্ৰাজ্যবাদৰ বিৰোধিতা কৰা দিল্লী। এই সাতাৱনৰ দিল্লীয়ে আনিব দেশৰ নতুন বসন্ত - য'ত আনন্দৰ শ্বায়ৰিৰ হ'ব প্ৰতিধ্বনি।

গালিব, তুমি সঙ্কীৰ্ণ মনেৰে ধৰ্মক মনা নাছিলা। আমি জানো, তথাপি শেষ জীৱনত যেতিয়া তোমাৰ ঘৰৰ মাটিখিনি এটি মছজিদৰ ওচৰত পৰিল তেতিয়া লিখিলা ঃ

'কি প্ৰহসন!
এটি মছজিদৰ ছাঁত
সাজিলোঁ এটি সৰু ঘৰ!
আঃ! মোৰ দৰে অপদাৰ্থ ভৃত্য এটি
হ'লগৈ শেষত ঈশ্বৰৰ প্ৰতিবেশী!!'
গালিব চাহাব,
বিবাহিত জীৱন
অসুখী আছিল নেকি তোমাৰ?
'অ' মিঠা চৰাই,
তুমিতো বিবাহিত নোহোৱাঁ।
নাই তোমাৰ শিশু সন্তান অসংখ্য।
তথাপি আছাঁ কিয়
আমন-জিমনকৈ
ডেউকাত মুখ সুমুৱাই
অ' মোৰ মিঠা চৰাই?'

এই কবিতাটো পাখিত মূৰ গুজি থকা চৰাই এটি দেখি কিয় লিখিছিলা? তোমাৰ যেতিয়া তেৰ বছৰ বয়স, তেতিয়া নবাবৰ কন্যা এঘাৰ বছৰীয়া। উমৰাও বেগমক বিয়া কৰালা। তুমি কিয় প্ৰায়েই কৈছিলা - বিবাহিত জীৱন মানেই 'জীৱনৰ বন্দীশাল'। তুমি লিখি গৈছাঁ কিয় ঃ

'ইমান নিয়ম মোৰ অসহ্য।
ইমান নিয়মে নানে মোৰ সুখ;
বিবাহিত জীৱন মোৰ বাবে
মৃত্যুৰ সমান।'

তুমি কিয় প্ৰায়েই গাইছিলা ঃ

'দিল নহী মানতা যঁহা যাউ
হয়া ক্যা করুঁ কঁহা যাউ?'

তোমাৰ যাযাবৰী মনৰ প্ৰমাণ পাওঁ এই ঘটনাত। এদিন তুমি তোমাৰ জোতাযোৰ মূৰত লৈ হাতত সাৰে ভৰিত সাৰে ঘৰ সোমাওঁতেই তোমাৰ কোৰাণ পঢ়ি থকা ধাৰ্মিক সহধৰ্মিণীয়ে তেনে ব্যৱহাৰৰ কাৰণ সুধিলে। তুমি হাঁহি মাৰি ক'লা, 'তুমি ধৰ্মত ইমান মগ্ন। তুমি গোটেই ঘৰখনকে এটা মছজিদ কৰি তুলিছা। ইমান পৱিত্ৰ কৰি পেলাইছা। মোৰ জোতাযোৰ দিহিঙে-দিপাঙে ঘূৰি ফুৰে। ই অপৱিত্ৰ বস্তু। সেয়েহে ইয়াৰ স্থান মোৰ মস্তিষ্কৰ ওপৰত।'

ই ব্যঙ্গ নেকি? বোধহয় নহয়। গালিব চাহাব, তুমি কোৰাণ ভাল পাইছিলা। হজৰত মহম্মদক অন্তৰেৰে সম্মান কৰিছিলা। কিন্তু তোমাৰ মনৰ যাযাবৰজনে দিনে-নিশাই ধৰ্মৰ বাহ্যিক 'ৰিচুৱেল'সমূহ মনাটো বোধকৰোঁ ভাল নেপাইছিল। তোমাৰ সহধৰ্মিণী আছিল অতি ধৰ্মভীৰু নাৰী। তুমি আছিলা উন্মুক্ত মনৰ এজন মানুহ। তুমি তোমাৰ সহধৰ্মিণীৰ মনত আঘাত দিয়াৰ মনেৰে সেই জোতা নিশ্চয় বহন কৰা নাছিলা। তাৰ প্ৰমাণ আছে। ১৮৬৫ চনত তুমি হেকিম জাহিৰুদ্দিন খানলৈ লিখিছিলা: 'চাবা, যাতে মোৰ ঘৈণী ওমৰাও বেগমে অক্টোবৰ মাহৰ খৰচ বাবদ আঠৈকুৰি ৰূপ পায়।'

তোমাৰ সহধৰ্মিণীৰ সৈতে মাজে মাজে তোমাৰ কথা কটাকটিও হৈছিল। এদিন এটা ঘৰৰ কথা ওমৰাও বেগমে 'ভূত থকা ঘৰ' বুলি কৈ 'নেথাকোঁ' বুলি কৈছিল। তেতিয়া তুমি কিয় কৈছিলা - 'তোমাতকৈ আৰু কি ডাঙৰ ভূত থাকিব পাৰে?' তোমালোকৰ মনৰ মিল নাছিল? ই অস্বাভাৱিক নহয়। তোমাৰ আৰু ওমৰাওৰ মিলনত সাতোটি শিশুৰ জন্ম হৈছিল আৰু প্ৰত্যেকটি শিশুৰ মৃত্যুও হৈছিল শৈশৱতে। তুমি তাৰ পিছত নিজৰ পুত্ৰৰূপে তুলি ল'লা মীৰ্জা জৈনুদ্দিন খান আৰিফক। তোমাৰ ভতিজা আৰিফক। আৰিফ আছিল উদীয়মান কবি। পিছত বৰ কম বয়সতে আৰিফৰো মৃত্যু হোৱাত তুমি অস্থিৰ হ'লা। পিতৃত্ব হেৰুৱালা। তুমি ৰচিলা:

'তোমাৰ মৃত্যু - এটি প্ৰতিজ্ঞা
মিলনৰ।
সেই দিনটি শোকৰ নহয়।
চিৰজীৱনলৈ তুমি গুচি যোৱা
এই দিনটোতকৈ শোকৰ নহয়
প্ৰতিজ্ঞাৰ সেই দিনটি।'

অবৈধ প্ৰণয়! বিবাহৰ পিছতো — তুমি মানুহজন —

মন নিমিলা ঘৰৰ অশান্তিৰ পৰা মুক্তি বিচাৰি কবিতা ৰচনাকে সাৰটি লৈছিল গালিব চাহাবে। একুৰি ছয় বছৰীয়া জীৱনতে লিখি পেলাইছিল দুহেজাৰ গজলৰ দুশৰীয়া কলি। কিন্তু বোধকৰোঁ এজন প্ৰেমিকে অকল কবিতাৰে বাচিব নোৱাৰে। মৰম যাচিছিল এগৰাকী গাভৰু 'ডুম্‌নী' নাচনীক।

['ডুম্‌নী' মানে মাছমৰীয়াৰ জীয়েক নহয়। অসমত তথাকথিত উচ্চ হিন্দুৱে বোলাৰ দৰে কৈৱৰ্ত সম্প্ৰদায়ক 'ডোম্' বুলিব নেপায়। এই শব্দ অসমৰ কৈৱৰ্তসকলৰ বাবে ভুলকৈ ব্যৱহাৰ কৰিলে ভাৰতৰ শাসনতন্ত্ৰৰ অস্পৃশ্যতা আইন অনুযায়ী এতিয়া দণ্ডনীয়। 'ডোমৰ দলং', 'ডুম্‌নীচৌকী', 'ডোমগাঁও' আদি ঠাইৰ নামবোৰ ততালিকে সলাই পেলাবলৈ আমি বিধানসভাত চৰকাৰক কৈছোঁ - সতৰ্ক কৰি দিছোঁ।]

যাহওক, দিল্লীৰ অনুন্নত জাতি এটিৰ ঘৰত জন্মা, সাধাৰণ 'ডুম্‌নী' নাচনী এগৰাকী হ'ল পৃথিৱীৰ অন্যতম শ্ৰেষ্ঠ কবি মীৰ্জা গালিবৰ প্ৰেয়সী। বিবাহিত অসুখী জীৱনতো গালিবে শান্তি পাইছিল সেই মিঠা গাভৰুক প্ৰেম নিবেদন কৰি আৰু সেই গাভৰুৰ প্ৰেম পাই। গালিব আছিল সোণৰ চামুচ মুখত লৈ জন্মা আৰু জীৱন কটোৱা এৰিষ্টোক্ৰেট। পিছে মনটো আছিল সাধাৰণ মানুহৰ সুখ-দুখৰ অনুভূতিৰ প্ৰতি শ্ৰদ্ধাশীল। তেওঁৰ প্ৰেমিক মন প্ৰেমত ডুব গৈ থাকে। এই সাধাৰণ জাতিৰ নাচনী গাভৰুৰ কথাকে ভাবি লিখিছিল নেকি -

'লাগে, লাগে।
কিছু প্ৰেমিক লাগে
অ' অৱহেলিতা —
শুৱনী নাৰীমুখৰ
প্ৰশংসাৰ বাবে
লহপহীয়া দেহ সৌন্দৰ্যৰ
উম ল'বৰ বাবে
কিছু প্ৰেমিক লাগে!'

মীৰ্জা গালিবে মীৰ্জা হাতিম আলী বেগ নামৰ বন্ধু এজনলৈ নিৰ্ভীকভাৱে এখন চিঠি লিখিছিল এই বুলিঃ 'এই মোগল মানুহখিনি কম নহয়। এওঁলোকৰ প্ৰেম যাচিব পৰা ক্ষমতা ইমান বেছি যে, প্ৰেয়সীয়ে প্ৰেমিকৰ বাবে মৰমতে মৰিব পাৰে। মোৰ গাত মোগল তেজ বৈ আছে। মই মোৰ ৰগে ৰগে 'ডুম্‌নী'

এগৰাকীৰ প্ৰতি মৰম জীয়াই ৰাখিছোঁ। আল্লাই মোকে-তেওঁকে ক্ষমা কৰক! প্ৰায় দুকুৰি, আঢৈকুৰি বছৰ মান আগৰে পৰা এই গাভৰুক মই ভাল পাই আহিছোঁ। এতিয়া মই এই বয়সত অৰণ্যে এই মৰমীৰ প্ৰেমৰ বাবে বাটে বাটে ঘূৰি নুফুৰোঁ। পিছে মাজে মাজে তেওঁৰ সান্নিধ্য মই উপভোগ কৰোঁ — শান্তি পাওঁ।'

এজন বিখ্যাত সমালোচকৰ মতে, 'Romance was inherent in Ghalib's nature and his poetry is essentially the poetry of love which confines itselt to the physical and never attempts to enter into the mysteries of spiritual love. Love – Ghalib accepted as the universal passion.'

ৰোমাঞ্চ, গালিব চাহাব, তোমাৰ ধৰ্ম আছিল। তুমি প্ৰেমতে বিচাৰিছিলা সাৰ্বজনীন পেশ্যন। সেয়ে তোমাৰ কবিতা চিৰকালৰ। তোমাৰ কবিতা-সৃষ্টি পাৰ্চীয়ানতে হওক কিম্বা উৰ্দুতে হওক - আজি তোমাৰ মৃত্যুৰ এশবছৰ পিছতো চিৰনতুন। কাৰণ প্ৰেম সদায় নতুন। তুমিয়ে ৰচিছিলা ঃ

'সেই প্ৰেমিকৰ তন্দ্ৰাহে আচল তন্দ্ৰা
সেই প্ৰেমিকৰ মাজনিশাহে আচল মাজনিশা
সেই প্ৰেমিকৰ জীৱন লালসাহে আচল লালসা
যাৰ বাহুত
অকলে

লেউসেউ
হৈ
পৰি
আছে
তোমাৰ
দীৰ্ঘ
কেশ'

## হাস্যৰস তোমাৰ চিৰসঙ্গী

গালিব চাহাব, তুমি ভিতৰে ভিতৰে কান্দিছিলা যদিও জীৱনটোৰ হাঁহিখিনি বিলাই বিলাই দিছিলা। দৈনন্দিন কথোপকথনত হাস্যৰসত জুবুৰিয়াই সদায়

কথা কৈছিলা। লক্ষ্ণৌৰ পৰা এজন নবাব আহি তোমাৰ লগত ঘৰ সোমালহি। ঘৰৰ সম্মুখৰ বাটত গাধ কেইটামানে চিঞৰিছিল। তেওঁ ঠাট্টা কৰি তোমাক সুধিলে 'দিল্লীত ইমান গাধ কিয়?'

তুমি তৎক্ষণাৎ ক'লা, 'নহয়, সেই গাধকেইটা দিল্লীৰ বাহিৰৰ পৰা ফুৰিবলৈ আহিছে। মই জনাত গাধকেইটা লক্ষ্ণৌৰ। বোধকৰোঁ দিল্লীত কিবা বিচাৰি চিঞৰিছে।'

এজন বৃটিছ মিলিটাৰী বিষয়াই তোমাক জধলা সাজ-পোছাকত দেখি সুধিছিল - 'গালিব চাহাব, আপুনি দেখোন কিবা পোছাক পিন্ধি আছে। আপুনি মুছলমান নহয় জানো?'

তুমি মিচিক কৰে হাঁহি ক'লাঃ 'কিয়, মুছলমানে সদায় মুছলমানৰ পোছাকহে পিন্ধিব লাগেনে, মই আধা মুছলমান।'

অফিচাৰে ৰগৰ বুজি নেপাই সুধিলে, 'আধা? কিয়?'

তুমি তেতিয়া ক'লাঃ 'মই সুৰা পান কৰোঁ বাবে মোৰ আধা মুছলমানত্ব গ'ল। গাহৰিৰ মঙহ নাখাওঁ বাবে এতিয়াও বাকী আধা মুছলমানত্ব আছেগৈ। সেয়ে মই আধা মুছলমান।' এনে কটা কটা ব্যঙ্গ গালিবৰ মুখৰ পৰা প্ৰায়েই শুনা গৈছিল। আচলতে গোড়ামি তেওঁ ভাল নেপাইছিল।

## আজি শত বছৰৰ পাছত

ওমৰ খৈয়াম, কালিদাস, শ্বেক্সপীয়েৰ, ৰবীন্দ্ৰনাথৰ দৰে তোমাকো আজি এই মৃত্যু শতবাৰ্ষিকীত পৃথিৱীৰ সাহিত্যিকে সম্মান কৰি কৈছে, 'তুমি কবি - মানৱতাৰ, উদাৰতাৰ, ধৰ্ম নিৰপেক্ষতাৰ - প্ৰগতিৰ।'

তোমাক সেয়েহে ইংলণ্ডে যাচিছে ডেফোডিল্‌ছ, তেহৰাণে যাচিছে গোলাপ, পেৰিচে যাচিছে ডালিয়া, কাবুলে যাচিছে চামেলী, তাছখণ্ডে যাচিছে হাচনাহানা। তুমিয়ে ৰচাৰ দৰে তোমাকে ক'ব পাৰি -

'প্ৰেমৰ আত্মা জ্বলন্ত অগ্নিসম
অজানিতে সেই অগ্নিয়ে দহে
দহাজনেও নেজানে কিয় দহে
সেই অগ্নিৰ নাই শেষ।
সেই অগ্নিয়ে ব্যৰ্থ কৰে
নিৰ্বাপিত কৰাৰ প্ৰচেষ্টা বিশেষ।'

তোমাৰ গজলৰ অগ্নি চিৰজ্যোতিষ্মান হৈ থাকিব। এই মৃত্যু-শতবাৰ্ষিকীত মই তোমাক কওঁঃ

শতবৰ্ষ পাৰ হ'ল
তুমি গ'লা
অসীম প্ৰেমৰ দেশলৈ।
চিৰ-যৌৱনৰ দিলা গান
চিৰ-প্ৰেৰণাৰে জগাই প্ৰাণ
হে প্ৰেমিক গীতিকাৰ।
লুইতৰ পাৰৰ
সকলো গীতিকাৰৰ হৈ
এক ক্ষুদ্ৰ গীতিকাৰে
যাচে কেতেকী এটিৰে
শত-সহস্ৰ নমস্কাৰ -

## যিসকলে উৰ্দু কবিতা ভাল পায় —
## মিৰ্জা গালিব কহ্ গয়ে থে —

হে প্ৰভু, সিহঁতে মোক নুবুজিলে
আৰু কেতিয়াও নুবুজিব
সিহঁতক আন এটা কলিজা দিয়া
কিম্বা মোক দিয়া অন্য ভাষা।

'ৰাৱব ৱ'হ না চমঝে হ্যাঁয়
না সমঝেঙ্গে মেৰি বাত্
দে ঔৰ্ দিল্ উনকো
যো না দে মুঝকো জুবান্ ঔৰ।।'
-মিৰ্জা গালিব

এয়া এজন কবিৰ আক্ষেপ। মিৰ্জা গালিবৰ আক্ষেপ। বৰ উচ্চ ধৰণৰ উৰ্দুৰে লিখা কবিতা বা শ্বায়ৰি বহুতে বুজি নোপোৱাত গালিবে প্ৰভুক খাটিছে যেন তেওঁৰ কবিতা নুবুজোতাৰ কলিজা সলনি হয়- কিম্বা তেওঁৰ নিজৰ ভাষা সৰল হয় !!

আজিৰ গীত লিখোঁতা বা কবিতা ৰচোঁতাৰো বহুতে এই সমস্যাত পৰে নিশ্চয়। কি ভাষাত লিখিব? প্ৰকাশভঙ্গী কেনে হ'ব? কোনে বুজাকৈ লিখিব? অভিজাত ভাষাত লিখিব নে সহজ মানুহে বুজাকৈ সৰল ভাষাত? গালিবে একেটা কবিতাতে সেয়েহে আৰু এটা শ্বাযৰিত সহজ ভাষাত লিখিছেঃ

"তুম সহৰ্ মে হো,
তো হমেঁ ক্যা, গম্ সব উঠেঙ্গে
লে আয়েঙ্গে বাজাৰ চে
যা কৰ দিল-ব-জান ঔৰ।'

অৰ্থাৎ

'তুমি চহৰত আছাঁ, তাতে মোৰ কি হ'ল?
মোৰ দুঃখ যেতিয়া লাগিব
লৈ আহিম বজাৰৰ পৰা
বেলেগ কলিজা আৰু আত্মা।'

তেওঁ কঠিন আৰু সৰল দুয়োটা ভাষাতে লিখি গ'ল।

মিৰ্জা গালিব ১৭৯৭ চনত জন্মি ১৮৬৯ চনত ঢুকাইছিল। অৰ্থাৎ ৭২ বছৰ জীয়াই আছিল। তাৰ মাজতে ভাৰতীয় সাহিত্যক বহু উন্নততৰ কৰি গ'ল। তেওঁৰ কবিতাৰ পুথি 'দিৱান-এ-গালিব'ৰ মিঠা সুগন্ধি বিশ্বত বিলাই গ'ল। তেওঁৰ কবিতাত আভাস পাওঁ চুফীবাদৰ। প্ৰেয়সীৰ ব্যক্তিত্বত ঐশ্বৰিকত্ব পোৱাৰ। ঈশ্বৰৰ বিষয়ে লিখা কবিতাত প্ৰেয়সী আকাৰে দেখাৰ। গালিবৰ প্ৰেমৰ কবিতাৰ কোমলতাৰ জবাব নাই। হে মোৰ সৰল হৃদয় - কি হ'ল তোমাৰ? এই হৃদয়ৰ বিষটোৰ ঔষধেই বা কি? 'দিল-এ-নাদান তুঝে হুৱা ক্যা হ্যায়? আখেৰ হ'চ্ দৰ্দ কি দাওৱা ক্যা হ্যায়।' কোনে কয় মই কবৰত অকলশৰীয়া। মোৰ সৈতে লগৰী হৈ আছে ভঙা ভঙা আশাবোৰ। 'কৌন কহতা হ্যায় কে হমে কুনজে লহদমে তনহা, দিলকি চুটি হুয়ি উম্মিদ্ লিয়ে যাতে হ্যায়' -। বহুতো ভঙা ভঙা আশা লৈ বিশ্বৰ অন্যতম কবি-গীতিকাৰ মিৰ্জা গালিব কবৰস্থানত নোহোৱা হৈ গ'লেও তেওঁৰ কবিতাৰ গীতৰ চৰাই আকাশে-বতাহে ঘূৰি ফুৰিছে। অনাদি কাললৈ থাকিবই। গভীৰ সাহিত্যৰ গৱেষকে গালিবৰ সাহিত্যত নিত্য নতুন ৰস আৱিষ্কাৰ কৰি থাকিবই।

## গালিব আৰু বোলছবি ——

মিৰ্জা গালিবৰ মৃত্যুৰ পিছত চিনেমাৰ জন্ম হৈছে। গতিকে দুয়োৰে সম্বন্ধ

কি থাকিব পাৰে! পাৰে। চিনেমাৰ মাধ্যমে আমি যি সকলৰ উৰ্দু মাতৃভাষা নহয়, মিৰ্জা গালিব নামৰ ছবিখন দেখিছিলোঁ ১৯৫৪ চনত। সোহৰাব মোদী চাহাবে পৰিচালনা কৰা এই ছবিত গালিবৰ চৰিত্ৰ ৰূপায়ণ কৰিছিল শক্তিশালী অভিনেতা ভাৰতভূষণে আৰু প্ৰেয়সী হৈছিল সুকণ্ঠী সুৰাইয়া। সেই বছৰতে বোধহয় (ঠিক মোৰ মনত নাই) আমাৰ ফণী শৰ্মাদেৱৰ 'পিয়লি ফুকন' ছবিয়ে ৰাষ্ট্ৰপতিৰ ৰৌপ্য পদক পাইছিল আৰু 'মিৰ্জা গালিব' ছবিয়ে পাইছিল প্ৰেছিডেণ্টছ মেডেল। ভাৰতৰ শ্ৰেষ্ঠ ছৱি ৰূপে সম্মানিত হৈছিল। সমগ্ৰ দেশতে মিৰ্জা গালিবৰ জীৱন আৰু তেওঁৰ গীতিসাহিত্যই অসম্ভৱ জনপ্ৰিয়তা লাভ কৰিছিল। তাৰ পিছতেই বোম্বেৰ হিন্দী ফিল্মজগতত সংলাপ আৰু গীতিসাহিত্যত গালিবৰ ভাষাৰ আৰু প্ৰকাশৰ প্ৰতিধ্বনি আৰম্ভ হ'ল - প্ৰভাৱ আৰম্ভ হ'ল। সাধাৰণ অ-হিন্দু জনতায়ো গালিবৰ গজল গুণগুণাবলৈ আৰম্ভ কৰিলে।

## গালিব আৰু ভাষাচোৰ

তাৰ পিছত আৰম্ভ হ'ল- গালিবৰ সাহিত্যৰ পৰা অবাধ চুৰি। কোনে চুৰ কৰে? হিন্দী ফিল্ম জগতৰ তথাকথিত সংলাপলেখক আৰু গীতিকাৰসকলে গালিবৰ গজলৰ পৰা কথা চুৰ কৰি কতই নিজৰ নামত গীত লিখিলে। তেওঁলোকে নকয় বা উদ্ধৃতিও নিদিয়ে সেয়া গালিবৰ ভাষা। গালিবে মৃত্যুৰ বিষয়ে লিখিছিল - 'ৰহিয়ে অৱ এয়চি জগহ্, চল কৰ্ যঁহা কৈ না হোৱে' তাকে নকল কৰি 'আৰজু' ছবিত কোনোবা গীতিকাৰে লিখিলেঃ 'এয় দিল্ মুঝে এয়চে জগহ লে চল, যহা কৈ হো।' 'দাগ' ছবিত এজনে লিখিলে, 'এয় মেৰে দিল কঁহী ঔৰ চল' ——। আৰু কত উদাহৰণ আছে। আনকি বিমল ৰায়ৰ 'সুজাতা' ছবিত ড্ৰইং ৰুমৰ গীত এটাত নিৰ্লজ্জভাৱে গীতিকাৰে লিখিছেঃ 'তুম জীও হাজাৰো চাল চাল কে দিন হো পঁচাছ হাজাৰ।' এটা সাধাৰণ সস্তীয়া বাৰ্থডে পাৰ্টিৰ গান আছিল সেইটো। অৰ্থাৎ গালিবৰ মূল গম্ভীৰ শ্বায়ৰি আছিল আশীৰ্বাদৰ। "তুম চলামৎ ৰহো হাজাৰ বৰস হৰ বৰস্ কে হো দিন পঁচাছ হাজাৰ ——।"

তুমি বাচি থাকা এহেজাৰ বছৰ, প্ৰতি বছৰৰ আয়ু হওক পঞ্চাছ হেজাৰ দিন। গালিবৰ এনে সুন্দৰ ভাষাক জনৈক আজিৰ হিন্দী ফিল্ম গীতিকাৰে নকল কৰি সেৰেকা কৰি পেলাইছে এনেকৈঃ 'দিলহি তো হ্যায় তড়প্ গয়া' ('আধি ৰাত' ছবিত)। ইস্ক্ পৰ জোৰ নহী হ্যায় য়েহ ৱ' আতিশ্ব গালিব-গালিবৰ এই সুন্দৰ কবিতাক গীতত কতজনে চুৰ কৰি লগালে- নিজৰ চহী দি। কত ফিল্মৰ

নাম দিলে গালিবৰ ভাষাত 'দিল এ নাদান' 'ইস্ক্ পৰ্ জোৰ নহী' 'দিল হিতো হ্যায়' - আৰু কত কি?

এইবিলাক নামৰ দুয়োফালে উৰ্দ্ধ কমা দিব লাগে - কাৰণ এইবোৰ গালিবৰ সৃষ্টিৰ অংশ। বোম্বেৰ হিন্দী ফিল্ম লিখোঁতাই চুৰ কৰিলেও অৱশ্যে অ'ৰিজিনেল গালিব অমৰ হৈ থাকিব।

# আজি যে মই দোস্তবিহীন ----

মোৰ মাৰ ঘৰ গুৱাহাটীৰ ভৰলুমুখত। ভৰলুমুখৰ গাতে গা লাগি আছে মাছখোৱা আৰু কুমাৰপাৰা। সেই মাছখোৱা আৰু কুমাৰপাৰাৰ সঙ্গমস্থলত সৰু খেৰৰ ঘৰ এটাত মাৰ দৰে মাহীয়েকৰ সৈতে থাকে চুটি-চাপৰ, ডেকা দোস্ত হবিবুৰ ৰহমান। দোস্তক মই পাওঁ 'লটিঘটি'ৰ আগতে। মই তাক আল-ফুলে আদৰি লওঁ। দোস্তে লুকাই-চুৰকৈ মোক গালি পাৰে! গালি পাৰে আকৌ ৰাজহুৱাভাৱে!! নাটঘৰত কয়ঃ 'ভূপেন হাজৰিকাই লিখিছে 'মই এটি যাযাবৰ' — হোঁঃ, এইটো গান হ'লনে? ভূপেন হাজৰিকাই গীত লিখিব নেজানে। ৰাইজ, এইটোহে হ'ব লাগেঃ 'মই এটি নিশাচৰ, ধৰাৰ দিহিঙে দিপাঙে লৰবোঁ, বিচাৰি খোলা ঘৰ।' মই নাটঘৰত থকা কালতো যেতিয়া মোৰ গানৰ পেৰডি দোস্তে গায়, তেতিয়া দৰ্শকে গিৰগিৰাই হাঁহি উঠে। মই লাহেকৈ নাটঘৰত মোৰ তিনিজন মৰমৰ ভাই- সূৰ্য গোস্বামী, দোস্ত হবিবুৰ ৰহমান আৰু জয়ন্ত হাজৰিকাক এৰি কিছু জিৰণি লওঁ।

বুকুখন হম্‌হমাইছে। ১৭ আগষ্টৰ দিনা বিখ্যাত নিউ আৰ্ট প্লেয়াৰ্ছৰ পঞ্চদশ বাৰ্ষিক অধিবেশনত যেতিয়া স্বৰ্গীয় বিষ্ণু ৰাভা, স্বৰ্গীয় আনন্দি দাস, স্বৰ্গীয়

জগদীশ শৰ্মাৰ সৈতে দোস্তকো স্বৰ্গীয় বুলিব লগা হৈছিল তেতিয়া মোৰ চকুপানী মই লুকুৱাব পৰা নাছিলোঁ। মোৰ কণ্ঠ ৰুদ্ধ হৈছিল। মোৰ সৈতে হেজাৰ হেজাৰ দৰ্শকৰ চকু চলচলীয়া হোৱা দেখিছিলোঁ। অসমত এনে এজন লোক নাই - যি দোস্তৰ বাবে কন্দা নাই। দোস্তৰ কথা মনত পৰিলেই মোৰ বুকুখন উকা যেন লাগে, এতিয়াও লাগি আছে। লিখিবলৈ ইচ্ছা যোৱা নাই একো। দোস্তে নামাজ পঢ়ি ভাল পাইছিল। দোস্তে আৰু ঈদত চকুত কাজল লৈ নামাজ নপঢ়ে —

দোস্ত নাই। দোস্তে আৰু নহঁহুৱায়। দোস্তে আৰু মোৰ আৰু ৰাণা(জয়ন্ত)ৰ সৈতে একেলগে কেতিয়াও নাটঘৰত থিয় নহয়। বৃদ্ধা মাহীয়েকক সান্ত্বনা দিওঁ কেনেকৈ? আধাফুটা কলি মৰহি যে গ'ল।

কোনোবা ঈশ্বৰেই যদি দোস্তক নিলে, তেন্তে সেই ঈশ্বৰজনৰ Sense of Humour নাই যেন পাইছোঁ —

# কালজয়ী অভিনেতা চন্দ্ৰ ফুকন

কালজয়ী
অভিনেতা, নাট প্ৰযোজক
চন্দ্ৰ ফুকনদেৱৰ
কথাৰ দৰে সুন্দৰ কবিতা –
সেই কবিতাত নগাঁৱৰ নাটঘৰৰ বিখ্যাত কৰ্মী অমৰ হৈ থাকিব।

## চিনাকি দিবলৈ নাই। কাৰ চিনাকি দিম?

অসমৰ নাট জগতত 'চন্দ্ৰ ফুকন' এটি অতি মৰমৰ, শ্ৰদ্ধাৰ, অতি চিনাকি ঐতিহ্যপূৰ্ণ নাম। তাহানিৰ আহোম ৰাজবংশৰ তেজ লৈ জনমি, সমাজ সেৱাৰ মন্ত্ৰেৰে অনুপ্ৰাণিত হৈ অসমৰ সাংস্কৃতিক উন্নতিক মঞ্চৰ পাদ-প্ৰদীপত উজ্জলাই তোলা চন্দ্ৰ ফুকন এক চিৰ যুৱক। ১৯৪০ অৰ পৰা ১৯৫০ অৰ যুগটো 'মণিৰাম দেৱান' 'পিয়লি ফুকন'ৰ দেশপ্ৰেম জগোৱা যুগ। ই অৰ্থপূৰ্ণ আছিল, কিয়নো ভাৰততো তেতিয়া 'কৰ্ম' কিম্বা 'মৃত্যু'ৰ যুগ বৃটিছ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে।

গুৱাহাটীত প্ৰৱীণ ফুকনদেৱে 'মণিৰাম দেৱান'ৰে দেশক জগালে। নগাঁৱত জগালে চন্দ্ৰ ফুকন, সাৰদা বৰদলৈ, যুগল দাসৰ দৰে 'থ্ৰি মাস্কেটিয়াৰে' - পিয়লি ফুকন নাটেৰে। পিয়লি ফুকন হ'ল সুদৰ্শন চন্দ্ৰ ফুকন। মোৰ মনত আছে, কুমাৰ ভাস্কৰ নাট্য মন্দিৰলৈ নিমন্ত্ৰিত নগাঁৱৰ পিয়লি ফুকনৰ নাট মেলা চাই স্বৰ্গীয় গোপীনাথ বৰদলৈ আপোনপাহৰা হ'ল। বিলাতৰ পৰা অহা শেক্সপীয়েৰ নাট্য গোষ্ঠীও অভিভূত হ'ল। চন্দ্ৰ ফুকন যেন অসমৰ সাঁচিপতীয়া বুৰঞ্জীৰ পৰা জীৱন্ত হৈ নাটঘৰলৈ আহিল। যেনে সুদৰ্শন চেহেৰা, তেনে গুৰু গম্ভীৰ কণ্ঠ আৰু উচ্চাৰণ। অধ্যাপক হেম বৰুৱা, দেৱকান্ত বৰুৱা (তেতিয়া সাংবাদিক) সকলো ফুকনৰ সমবয়সীয়া কলাপ্ৰেমী।

১৯৩৬ চনৰে পৰা সেউজীয়া মনৰ চন্দ্ৰ ফুকনে নিজে কোৰ লৈ কাজিৰঙাৰ ওচৰৰ জনমানৱহীন কুঠৰীত আনাৰসৰ বাগিচা খুলিলে fruit preservation industry খোলাৰ মানসে। ওচৰত বাস কৰা কাৰ্বি ভাই-ভনীসকলৰ বুকুৰ মানুহ হৈ পৰিল চন্দ্ৰ ফুকন। কাজিৰঙাৰ বাগৰি গাঁৱৰ পৰা কুঠৰী গাঁৱৰ এই বিৰাট অঞ্চললৈ ভাৰতৰ কিয় পৃথিৱীৰ কত মানুহৰ সমাগম। তাত চন্দ্ৰ ফুকনৰ আৱাস এটি মিঠা তম্বু। তাত সৈনিকৰ পৰা শিল্পী, খেতিয়কৰ পৰা চাহ বাগিচাৰ মালিক, মন্ত্ৰীৰ পৰা বনুৱা সকলোৰে বাবে ফুকনৰ মনৰ দুৱাৰ খোলা। ফুকন যেন 'আন-অফিচিয়েল' উদাৰ অতিথি সৎকাৰক। কুঠৰী কিয়, গোটেই কাজিৰঙা অঞ্চলৰ খেতিয়ক ৰাইজৰ আশা, সুখ, দুখ,আকাংক্ষাৰ সৈতে ফুকনে নিজকে মিলাই পেলাইছে। কাজিৰঙাৰ সীমাৰেখা লৈ তেওঁ চিন্তিত। ফলৰ উদ্যোগত চৰকাৰৰ অৱহেলাত তেওঁ দুঃখিত। চন্দ্ৰ ফুকনৰ দৰে এজন মহান মনৰ শিল্পী আজি 'কুঠৰী' নামৰ গাঁৱৰ 'Father figure'। কুঠৰীক পৃথিৱীৰ মানচিত্ৰত সুন্দৰ 'বিন্দু' এটি কৰাৰ মানসে, স্কুলঘৰ আদিৰ বাবে জীৱনৰ শ্ৰম, প্ৰভাৱ, ধন, মাটি, মৰম সকলো দিছে। মাজে মাজে ফুকনে কবিতা লিখে। বিষ্ণু ৰাভাদেৱৰ সৈতে ফুকনৰ মনৰ মিল আছিল। তেখেতৰ মৃত্যুৰ কিছুদিন আগতে ৰাভাদেউ কুঠৰীত সোমাইছিল। 'শোণিত কুঁৱৰী'য়ে যেতিয়া দিল্লীত ভাৰতৰ সৰ্বশ্ৰেষ্ঠ সন্মান পায়, তেতিয়া ফুকন আৰু ৰাভা সহশিল্পী আছিল।

ফুকনৰ বহুমুখী প্ৰতিভাৰ মাজৰ এই কবিতা লিখা প্ৰতিভাৰ কথা আজি ৰাইজক জনাবলৈ পাই ধন্য হৈছোঁ। নাটঘৰৰ বাবে ফুকনে প্ৰাণ দিব পাৰে। নাটঘৰৰ সৈতে আজীৱন জড়িত থকা ফুকনে কিছু সুন্দৰ পূজাৰীৰে সৈতে লগ লাগি নগাঁৱৰ নাটঘৰটি পাতিলে। এচাম ডেকা শিল্পীক নগাঁৱত প্ৰেৰণা যোগালে, যি নাটঘৰক সন্মান জনাব আজীৱন। ফুকনক পাইছিলোঁ ৩০-৩১ (১৯৭০)

জানুৱাৰীৰ দিনা কুঠৰীত। সিদিনা মাথোঁ শ্ৰীফণী বৰা, মই আৰু শ্ৰীশৈলেন মেধিয়ে তেওঁৰ ব্যক্তিত্ব মনে মনে শলাগিছিলোঁ। এইজন শিল্পী বেছ কিছুদিন অসুস্থ হৈ গুৱাহাটী মেডিকেল কলেজত চিকিৎসাধীন হৈ আছিল। আজি যদিও তেওঁ সুস্থ, বৰ সক্ৰিয় হৈ ঘূৰি ফুৰা অনুচিত - ডাক্তৰৰ মতে। তথাপি কুঠৰীৰ, নগাঁৱৰ নাটঘৰৰ উন্নতিৰ কথা হ'লেই চন্দ্ৰ ফুকনদেউৰ গাত গোসাঁই নোহোৱা হয়। ফুকনৰ ব্যক্তিত্বৰ দৰে সুন্দৰ ব্যক্তিত্ব বিৰল। কবি মনৰ এই ফুকনৰ চিঠি -

কুঠৰী

২৪ জানুৱাৰী '৬৯

প্ৰিয় হাজৰিকা,

— এইবাৰ আপোনাৰ পৰা দুৰাতি ক্লাবৰ কাৰণে আদায় কৰিম বুলি ভাবিছোঁ।

সহজেতো আপুনি বাক্যত বন্দী নহয়।

দুটা ৰাতি দি নাটঘৰটো সজাত অলপ আগুৱাই দিলে ভাল পাম। আমি গুণ নাগালেও ধৰ্ম হ'ব। মৰম প্ৰীতি ল'ব। ইতি

আপোনাৰ

চন্দ্ৰ ফুকন

কুঠৰী

৩১ জানুৱাৰী '৭০

পূজিছে হাজৰিকা,

মানুহৰ বয়সৰ লগে লগে মনটোৱে প্ৰসাৰতা লাভ কৰে - মোৰ আকৌ ঠিক তাৰ ওলোটাটোহে হৈছে।

সিদিনা কুঠৰীত মই ছোৱালী এজনীক কৈছিলোঁ যে মোৰ দেখোন স্বদেশপ্ৰেম বহল হৈ বিশ্বপ্ৰেম বা মানৱপ্ৰেম নহৈ ঠেক হৈ হৈ আহি 'কুঠৰীপ্ৰেম' হ'ল।

মই ভাবিছোঁ - এই সৰু কুঠৰী গাঁওখন অসমৰ মেপত সৰু এটা বিন্দুৰ আকাৰে থৈ যাব লাগিব।

আপুনিও এসাজ ভাত খাবলৈ আহি দুটা ৰাতি তিনিটা দিন কটাবলৈ হঠাতে স্থিৰ কৰি পেলালে। জয়ন্তকো পঠিয়াই দিলে তাৰ ন-কইনাজনীক কুঠৰীলৈ লৈ আহিবলৈ।

এই মাঘমহীয়া ঠেঁটুৰৈ ধৰা জাৰত আপোনালোকৰ সৃজনশীল মনৰ তাপ পাই মোৰ বেছ উম লাগিছে। ইয়াৰ ল'ৰা-ছোৱালী বাহেও ভাল পাইছে।

আপুনি জানেনে নাই নেজানো - মইও যে মাজে মাজে কবিতা লিখোঁ।

কিয় বাৰু লিখোঁ। আপুনি ভাবিছে নেকি যে মোৰ ভিতৰত ওলাই আহিবৰ কাৰণে কবিতাবোৰে বা প্ৰতিভাই খুন্দিয়াই আছে? মুঠেই নহয়। আপুনি বঙালী কথা এষাৰ জানেনে?

"ইহাৰ চেয়ে কবিতা লেখাও ভাল।"

মইও লিখোঁ ঠিক তেনেকুৱা কিছুমান কাৰণতে। পিছে মোৰ নিজৰ সীমা মই জানো আৰু সেই কাৰণেই নিজকেই নিজে মৃদুভাৱে ব্যঙ্গ কৰিও কেতিয়াবা কেতিয়াবা কবিতা লিখোঁ।

মোৰ জীৱন যুঁজৰ 'ৰণ বিৰতি' হোৱা নাই। কিন্তু ময়ো 'ৰণক্লান্ত' হোৱা নাই।

আৰু এটা কথা। এইটো মোৰ 'ভেম' নে অহংকাৰেই ক'ব নোৱাৰোঁ - মই দেখোন মহাভাৰতৰ অৰ্জুনৰ দৰে কৃষ্ণক আগত লৈ সাৰথি কৰি কুৰুক্ষেত্ৰ ৰণ জিকাতকৈ কৰ্ণৰ দৰে বহুত শাওপাত আৰু অভিশাপ মূৰত লৈ ৰণ কৰি পৰাজয় বৰণ কৰাটোকে যেন বেছিকৈ ভাল পাওঁ।

মাজে মাজে দুই এটা গীত লিখোঁ। আপোনাৰ আগত বাৰু 'গীতিকাৰ' বুলি মই নিজকে পৰিচয় দিয়াটো এটা ধৃষ্টতা হৈছে নেকি? গীত লিখিব মই মুঠেই নেজানো, সুৰতো বহু দূৰৰ কথা। তথাপি 'মঞ্চ'টো ভাল পাওঁ দেখি আৰু নগাঁও নাট্য মন্দিৰ নামৰ মঞ্চটোৰ লগত আজীৱন জড়িত থকাৰ কাৰণে মঞ্চৰ লগত সম্বন্ধ থকা কেইজনমানৰ বিয়োগত দুই এটা গীত লিখিছিলোঁ। তাৰে 'জগৎ বেজবৰুৱা' আৰু 'প্ৰতাপ শৰ্মা'ৰ সোঁৱৰণীত লিখা গীত দুটা অন্যতম।

স্বৰ্গীয় মতি বৰাৰ বিষয়েও মই এটা গান লিখিছিলোঁ। এই মানুহজনে জীৱিত কালত ভাল-বেয়া কি কৰিলে সেই সম্বন্ধে মই মত নিদিওঁ, কিন্তু তেওঁ সাধাৰণ মানুহবিলাকক খুব নিবিড়ভাৱে ভাল পাইছিল। গোটেই ভাৰতবৰ্ষতে দূৰৰ কথা তেখেতে অসমখনৰ বিষয়ে কি কৰিলে তাকো মই ভালকৈ নাজানো; তেওঁ ওপজা ঠাইখনৰ কাৰণে বহুতো কৰি গ'ল। তেখেতৰ যদি কিবা দোষ আছিল মৰণৰ লগে লগে নাইকিয়া হ'ল - কিন্তু গুণখিনি বৈ গ'ল। তাকে সুঁৱৰি লিখিছিলোঁ।

কি কৰিব? এইবোৰকে নকৰিনো কি কৰিব? 'ইহাৰ চেয়ে কবিতা লেখাও ভাল' নহয় জানো?

সামৰণিত আৰু এষাৰ কথা কৈ থওঁ। মই যে আপোনাক ফণী বৰা, শৈলেন মেধিৰ আগত কৈছিলোঁ 'কুঠৰী'ত থকা আমাৰ ক্ষুদ্ৰ উদ্যোগ প্ৰতিষ্ঠানটো কুঠৰীৰ বাইজলৈ আগ কৰিছোঁ - এইষাৰ ক্ষণস্থায়ী উচ্ছ্বাসত কোৱা বুলি নধৰিব, ই মোৰ অন্তৰৰ কথা। যাকেই আমি ভাল পাওঁ দেশকেই হওক বা মানুহকেই

হওক তাত দিয়াটোহে ধৰ্ম নহয় জানো ?

কুঠৰীলৈ আকৌ আহিব। এইবাৰৰ দৰে ঘৰচীয়া পাতিহাঁহ আৰু বনৰীয়া মগুহ (কাজিৰঙাৰ নহয় দেই) খাই খাই জিৰণি ল'ব পাৰিব। কুঠৰীৰ ল'ৰা-ছোৱালীবিলাকৰ মৰম-চেনেহৰ টোপোলাটো লগতে দিছোঁ।

ইতি
আপোনাৰ
চন্দ্ৰ ফুকন

ড° হাজৰিকা

আৰু যাবৰ পৰত মোক যদি সোধে, চন্দ্ৰ ফুকন, সংসাৰলৈ আহি কি কৰিলি ? মই ক'ম মোৰ ওচৰৰ নামঘৰটো - মই বাস কৰিবলৈ লোৱা কুঠৰী, এই সক গাঁওখন - মই আহি পাই দেখাতকৈ - ভাল কৰিবলৈ চেষ্টা কৰিলোঁ।

# শিল্পী হেমন্ত মিশ্ৰৰ কথা

মোৰ বুকু ফুলি উঠিছে আমাৰ 'ছালভাদৰ ডালি'
শিল্পী হেমন্ত মিশ্ৰৰ কথা
লিখিবলৈ পাই ———

## ভাৰতৰ একমাত্ৰ স্যুৰৰিয়েলিষ্টৰ সাফল্য

"বিশাল নীলা আকাশ —
অভিনৱ টিলিঙা এটি দোদুল্যমান —
মাংসবিহীন অস্থিচৰ্মসাৰ হাতেৰে
কোনোবাই ইংগিত দিছে
কম বয়সীয়াৰ বাবে ই যেন এটি ফ্ৰয়ডিয়ান
নিশাৰ সপোনৰ পৰা সাৰ পোৱাৰ অনুভূতি ?
পুৰঠ মস্তিষ্কৰ বাবে ই এক মহান অভিজ্ঞতা
তেওঁ এজন বিপ্লৱী —

আকৃতি অংকন নকৰে, কৰে আকাৰ সৃষ্টি
জীৱনক তেওঁ নকল নকৰে
জীৱনৰ সমপৰ্যায়ৰ সত্যক বিচাৰি ফুৰে —
হেমন্ত মিশ্র এজন বিপ্লৱী শিল্পী —
ভাৰতৰ চিত্ৰকলাৰ মানচিত্ৰত অসমক ডাঙৰ
আসন দিব পাৰিছে অকল হেমন্ত মিশ্ৰইহে —"

এয়া মোৰ অনুবাদহে। ওপৰৰ কথাখিনি বোম্বেৰ নিউজ অব্ ইণ্ডিয়া কাকতৰ কলা সমালোচকে ইংৰাজীত লিখিছে ১৯৭০ চনৰ জানুৱাৰীৰ আঠ তাৰিখে। জাহাঙ্গীৰ আৰ্ট গেলেৰীত আমাৰ অসমৰ শিল্পী হেমন্ত মিশ্ৰৰ একক্ চিত্ৰ প্ৰদৰ্শনী দেখি। যাৰে তাৰে প্ৰদৰ্শনী জাহাঙ্গীৰ আৰ্ট গেলেৰীত নহয়। বোম্বেৰ এই বিখ্যাত জাহাঙ্গীৰ আৰ্ট গেলেৰীত জানুৱাৰীৰ ৯ তাৰিখৰ পৰা ১৫ তাৰিখলৈ দিনৰ ১০ বজাৰ পৰা সন্ধিয়া ৮ বজালৈ মিশ্ৰৰ চিত্ৰ চাবলৈ অহা দেশী-বিদেশী শিল্পানুৰাগীৰ প্ৰচুৰ সমাগম হৈছিল। নহ'ব কিয় ? মিশ্ৰ যে ভাৰতৰ একমাত্ৰ আৰু সবাতোকৈ আগবঢ়া স্যুৰৰিয়েলিষ্ট শিল্পী। নহ'লে নতুন দিল্লীৰ নেশ্যনেল গেলেৰী অব্ মডাৰ্ণ আৰ্টৰ সঞ্চালক প্ৰদোষ দাসগুপ্তই কেলেই কৈছে ঃ "To my mind Hemanta Misra is the only Surrealistic painter of our country who has contributed significantly in his new direction." – এৰা, মিশ্ৰ ভাৰতৰ একমাত্ৰ স্যুৰৰিয়েলিষ্ট শিল্পী। আমি জনাত পৃথিৱীৰ সবাতোকৈ প্ৰসিদ্ধ স্যুৰৰিয়েলিষ্ট শিল্পী হ'ল ছালভাদৰ ডালি। মিশ্ৰৰ সৃষ্টিসমূহেও ডালিৰ 'Mystic Message' আৰু 'abstract harmony' যেন বহন কৰে। ৰঙৰ ব্যৱহাৰত মিশ্ৰই অভিনৱভাৱে যেন এটি Gradual unfoldingঅৰ প্ৰভাৱ পেলায়। মিশ্ৰৰ এই কেইটা গুণ আমাৰো চকুত পৰিছে।

১৯১৭ চনত অসমত জনমি, কটন কলেজ, ছেইণ্ট এড্মাগুছ কলেজত পঢ়ি, ১৯৪৩ চনত সৈন্য বিভাগত ষ্টাফ শিল্পী হৈ (জন হাচাল R.I. Commission পাই) অসম চৰকাৰৰ প্ৰচাৰ বিভাগত থাকি, গগাঁই টাহিটিক তুলিৰে অমৰ কৰাৰ দৰে, মিশ্ৰই খাছী পাহাৰক ৰঙেৰে পটত আবদ্ধ কৰি আজি তেওঁ কলিকতাৰ Queen of the Missions Conventঅত শিক্ষা দিয়ে আৰ্টৰ। ই এজন অসমীয়া শিল্পীৰ ৪৬ বছৰীয়া সংগ্ৰামৰ পৰিচয়। সংগ্ৰাম আৰু নীৰৱ সাধনা কৰি ১৯৫২, ৫৯, ৬৭ত কলিকতাৰ (বিখ্যাত কেলকাটা গ্ৰুপৰ সভ্য হৈ), ট্ৰিয়েনালে অব্ কনটেমপৰেৰীৰ ৱৰ্ল্ড আৰ্ট-অত ১৯৬৮ চনত আৰু ৰাছিয়াৰ ইউনিয়ন অব্ পেইণ্টাৰ্ছ সংগঠনত থকা বিভিন্ন প্ৰদৰ্শনীৰ যোগেদি হেমন্ত মিশ্ৰৰ সৃজনী প্ৰতিভাই

সহস্ৰ সহস্ৰ কলাপ্ৰেমীক মুহিছে। মিশ্ৰই নিজেই নিজক গঢ়িছে। আমাৰ কৈশোৰত শ্বিলঙত আমি মিশ্ৰক দেখা মনত আছে। হাতত এখন সৰু স্কেচ বুক, এডাল পেঞ্চিল আৰু প্ৰকৃতিৰ জগতখনক, মানুহৰ অনুভূতিৰ জগতখনক জনা আৰু ৰেখাৰে চিৰযুগমীয়া কৰাৰ এক দুৰ্বাৰ তৃষ্ণা। সেয়ে আছিল হেমন্ত মিশ্ৰ। সম্ভাৱনাপূৰ্ণ হেমন্ত। সেই সম্ভাৱনাই আজি বাস্তৱত পৰিপূৰ্ণতা লাভ কৰাটো এটা আনন্দৰ বাতৰি। তেওঁৰ উন্নতি অসমৰ উন্নতি বুলি আমি সান্ত্বনা লভিয়েই ক্ষান্ত থাকিলে ভুল হ'ব। হেমন্ত মিশ্ৰ অসমৰ অসমীয়া শিল্পী। হেমন্ত মিশ্ৰৰ বাবে অসমে কি কৰিছে? মিশ্ৰই হয়তো অসমৰ পৰা একো নিবিচাৰে। অসমৰ কৰ্তব্যবোধ ক'লৈ গ'ল? অসমৰ বাহিৰত সংগ্ৰাম কৰি থকা অসমীয়া শিল্পীসকলৰ প্ৰতি অসমৰ ৰজাৰ-ৰাইজৰ কৰ্তব্য নাই জানো? যাওক সেইবোৰ কথা।

হেমন্ত মিশ্ৰৰ সত্তাৰ অণু-পৰমাণুত অসমৰ সৌন্দৰ্য সোমাই আছে। নহ'লে বোম্বেৰ 'ছানডে ষ্টেণ্ডাৰ্ডে' লিখেনে, "এই কবিতাময় প্ৰতিভা, মিশ্ৰৰ শিল্পী জীৱনলৈ আনি দিছে, নিশ্চয়, অসমৰ সুন্দৰ পাহাৰ আৰু উপত্যকাৰ ৰহণে —" মিশ্ৰৰ আৰু এটি বিশেষত্ব হ'ল তেওঁৰ আঠৈ কুৰি তিনি বছৰীয়া জীৱনটোৱে স্যুৰৰিয়েলিজমৰ ৰাজ্যত প্ৰৱেশ কৰিছেহি 'কিউবিজম'ৰ মাজেদি। এৰা, ৰিয়েলিজমৰ পাছত পিকাছোৰ বাটেদি 'ছালভাদৰ ডালি'ৰ বাট।

"আপোনাৰ পৰা বোম্বেৰ শিক্ষাৰ্থীসকলে বহুতো শিকিবলগীয়া আছে।" বুলি ক'লে বোম্বেৰ জে জে কলেজ অব্ আৰ্টৰ প্ৰাক্তন ডীন, শিল্পী শ্ৰীআডুৰকাৰে।

ভিজিটৰ বুকখন মেলিলে মিশ্ৰৰ ছবিৰ প্ৰশংসা পাব কত ধৰণৰ। এগৰাকী মহিলা শিল্পীয়ে লিখিছে "Eye full.Enjoyed it so much"- বিখ্যাত শিল্পী আলমেকাৰে একে আষাৰে কৈছে - "Dreamland"। মস্কোৰ ষ্টেট মিউজিয়াম অব্ অৰিয়েণ্টেল আৰ্টৰ শ্ৰীমতী কাৰপোভাই লিখিলে- "সুন্দৰ চিত্ৰ — অদূৰ ভৱিষ্যতেও যেন মস্কোত আপোনাৰ ছবি আকৌ দেখা পাওঁ।"

ভাৰতৰ প্ৰখ্যাত ভাস্কৰ টি এইচ কামাথে লিখিলে- "A quaint lyricism of melancholy blue."।

হায়দৰাবাদৰ ষ্কালাৰ ই মিউজিয়ামৰ সঞ্চালকে লিখিলে - "have a very significant existence on canvas."।

বোম্বে হাইকোৰ্টৰ বিখ্যাত আইনজীৱী, কলাপ্ৰেমী শ্ৰীমতী কোলবাৱালাই লিখিলে - 'Perfect blend of the Modern Art with the ancient and eternal thoughts and feelings."

জনৈক শিল্পীয়ে লিখিলে - "মিশ্ৰৰ ছবি এক আধ্যাত্মিকতাৰ পৰিচয়।" আন

এজনে ক'লে "সপোনপুৰীৰ পৰা পোনে পোনে কেনভাছলৈ।"

ফিল্ম জগতৰ জয়বাজে লিখিলে - "আজি মই দেশত এগৰাকী স্যুৰৰিয়েলিষ্ট শিল্পী পালোঁ। মই এই গেলেৰীত মিশ্ৰৰ ছবি চাই অতি আনন্দিত।"

তাৰ পাছত বোম্বে মহানগৰীৰ বুকুত মহাৰাষ্ট্ৰ চৰকাৰৰ পৃষ্ঠপোষকতাত গঢ়ি উঠা কলা নগৰলৈ প্ৰখ্যাত শিল্পী ভি আৰ আম্বেদকাৰে মিশ্ৰক আমন্ত্ৰণ জনালে। জে জে কলেজে আমন্ত্ৰণ জনালে। মিশ্ৰৰ সৈতে জে জে কলেজৰ এতিয়াৰ ডীন শ্ৰীপালিচকাৰ আৰু অধ্যাপকসকলে আৰ্টৰ সম্বন্ধে দীঘলীয়া আলচ কৰি ভৱিষ্যতে চিত্ৰ-প্ৰদৰ্শনীত মিশ্ৰৰ ছবি বিচাৰিলে। Bombay Art Societyয়ে ফেব্ৰুৱাৰী মাহত হোৱা বাৰ্ষিক প্ৰদৰ্শনীত মিশ্ৰৰ ছবি বিচাৰিলে। আন্তৰ্জাতিক শিল্পী প্ৰদৰ্শনীত প্ৰদৰ্শিত Extinguished flame নামৰ মিশ্ৰৰ উচ্চপ্ৰশংসিত তৈলচিত্ৰখনৰ উপৰিও মিশ্ৰৰ কেইখনমান অন্যান্য কেনভাছ হ'ল ঃ অনুপস্থিত আকাশৰ এক মৰীচিকা - সেউজ সোণলৈ ৰূপান্তৰ - ধুমুহাতো জীৱনৰ বস্ত্ৰ বৈছোঁ - এই পাহৰা গীত - এটি ৰঙেৰে লিখা কবিতা - গলি যোৱা ঈশ্বৰক বিচাৰি - আৰু আদিম বতাহ। মন কৰিব, শিল্পী মিশ্ৰৰ চিত্ৰ সৃষ্টিৰ নামকৰণতেই এই মিষ্টিক, আধ্যাত্মিক অৰ্থ সোমাই আছে। মিশ্ৰ চিন্তাশীল কলাপ্ৰেমীৰহে শিল্পী।

মিশ্ৰ অসমৰ সুপুত্ৰ। ভাৰতৰ সুপুত্ৰ। তেওঁ সংগ্ৰাম কৰে নীৰৱভাৱে। সাফল্য গ্ৰহণ কৰে গম্ভীৰভাৱে। সাধনা কৰে জীৱনৰ সকলো স্বাৰ্থ ত্যাগ কৰি। মিশ্ৰই পাওক আৰু সম্মান, মিশ্ৰই কৰক আৰু অভিনৱ সৃষ্টি, মিশ্ৰই পাওক এটি সুস্থ দীৰ্ঘ আয়ুস। এয়ে আমাৰ অন্তৰৰ কামনা। হেমন্তৰ জীৱনত বসন্ত চিৰবিৰাজমান হওক।

--- AN ARTIST MUST LIVE WITH
HIS TIME AND ITS CHANGES---

—আজি প্ৰায় একুৰি বছৰ আগৰ কথা। কোনো এজন বিখ্যাত নেতাই শ্বিলঙত বক্তৃতা দিছে। বহুতো মানুহ। বিষ্ণু প্ৰসাদ ৰাভা আৰু ময়ো শুনিছোঁ সেই বক্তৃতা। এজন চফল ডেকাই ভিৰৰ মাজত থাকিও সৰু বহী এখনত আপোন মনে সেই নেতাগৰাকীৰ স্কেচ্ কৰিছে। ছবি আঁকাটোৱেই যেন তেওঁৰ জীৱনৰ পণ- অনন্ত সাধনা। ৰাভাদেৱে স্কেচ্ চাই ক'লে- 'অপূৰ্ব হাত এওঁৰ'। চালোঁ সঁচাকৈয়ে সুন্দৰ। নেতাগৰাকীক তেওঁৰ প্ৰতিকৃতি দেখুওৱাত শিল্পীজনক হাত বুলাই ক'লে 'সুন্দৰ'- এটি অটোগ্ৰাফ দিলে। সেই শিল্পীৰ স্কেচ্ বুকখন আমি চোৱাত দেখিলোঁ- 'শ্বিলঙীয়া' জীৱনৰ প্ৰতিটি মুহূৰ্তৰ ৰূপ যেন পাতে

পাতে ধৰা পৰিছে। সকলো ছবি মুর্ত্তত অঁকা। সেই ডেকা শিল্পীজনেই আমাৰ অসমৰ হেমন্ত মিশ্ৰ।

কলিকতাৰ পাৰ্ক চাৰ্কাছৰ ওচৰৰ বাসস্থানত আকৌ দেখা কৰিলোঁ সেই শিল্পীগৰাকীক। তেওঁ এতিয়া ভাৰতৰ হেমন্ত মিশ্ৰ। কলিকতাৰ বিখ্যাত কনভেন্ট অব্ লেডী কুইন অব্ ডি মিছনছত আৰ্টৰ অধ্যাপক। ভাৰতৰ বিখ্যাত 'কলিকতা গ্ৰুপ'ৰ সভ্য। কলিকতাৰ শিল্পীচামে হেমন্ত মিশ্ৰক লৈ আজি গৌৰৱ অনুভৱ কৰে ঃ

Mr. Misra's pictures are alive and vital. He has a keen eye for subject allied to a vigorous and in his more recent work, experimental technique which may develop into a powerful mode of expression. (ষ্টেট্‌ছমেন)। মিশ্ৰৰ চিত্ৰ সৃষ্টিত খাচী জীৱনৰ দৈনন্দিন ৰূপ অপূৰ্বভাৱে ধৰা পৰিছে। মিশ্ৰই নিজেও খিলঙত জীৱনৰ সৈতে খুঁজিব লগা হৈছিল বাবেই বোধকৰোঁ, খিলঙৰ অংকন পদ্ধতিতো অতি Boldness দেখা যায়। বিখ্যাত ভেন গফৰ পদ্ধতিৰ প্ৰভাৱ মিশ্ৰৰ ছবিত পৰিছে যদিও, নিজস্ব বৈশিষ্ট্য সম্পূৰ্ণৰূপে ৰাখিছে। খিলঙৰ ধাননি পথাৰত কৰ্মৰত খাছী কৃষকৰ ছবি দেখি ষ্টেট্‌ছমেনে কৈছে -'He is craftsman, as his preparation of a plywood with gelatin and sand for the rough surface of 'Harvest' proves a picture which brings Van Gogh's France to the fields of Shillong most successfully'---

-চাহ আহিছে, খাওক।

-কোন চনত জন্ম আপোনাৰ, মিশ্ৰ?

-১৯১৭ চনত।

-শিক্ষা?

-কটন কলেজত, ছেন্ট এডমাণ্ডছ কলেজত।

-ক'ত ক'ত কাম কৰিছিল?

-সামৰিক বিভাগত ষ্টাফ আৰ্টিষ্ট আছিলোঁ। অসম চৰকাৰৰ প্ৰচাৰ বিভাগতো কিছুদিন শিল্পী হিচাপে কাম কৰিছিলোঁ। বহুতো ঘাত-প্ৰতিঘাত—! নক'ব।

কলিকতাত আপোনাৰ one man show হোৱাৰ পিছতেই আপোনাক 'কলিকতা গ্ৰুপে' সভ্য কৰি লৈছে নেকি? কোন চনত?

-হয়। ১৯৫৩ চনত।

মিশ্র, মুলক্‌ৰাজ আনন্দ সম্পাদিত 'মাৰ্গ'ত আপোনাৰ বিষয়ে লিখিছিল- 'The works of Hemanta Misra are of realistic approach with a tendency towards impressionism'. আপোনাৰ ছবি বাস্তৱবাদী হোৱাৰ মূলতে কি বুলি আপুনি ভাবে?

-বোধকৰোঁ মোৰ জীৱন সংগ্ৰাম। মোৰ চিত্ৰাংকণ শিক্ষাও জীৱনৰ আৰ্ট স্কুলৰ পৰাই পোৱা।

কিয় আপুনি কোনো আৰ্ট স্কুলত পঢ়া নাই নেকি কেতিয়াও? -প্ৰায় তেনেকুৱাই। শ্বিলঙত থাকি লণ্ডনৰ ৰয়েল একাডেমীৰ জন হেচেলৰ তলত ডাকযোগে কিছুদিন আৰ্ট শিকিছিলোঁ। পিছে জীৱনটোৱে নানাভাৱে মোৰ মনত তোলা প্ৰতিক্ৰিয়াবোৰ ছবিৰে প্ৰকাশ কৰাৰ কঠোৰ প্ৰচেষ্টা মই কৰি আহিছোঁ। সেই প্ৰচেষ্টাৰ পৰীক্ষাবোৰে মোক বেছি শিকালে।

এইবোৰ চাওক- এতিয়াৰ পৰীক্ষা—

তাৰ পিছত মিশ্ৰই এতিয়া আঁকা বহুতো ছবি চালোঁ। ৰঙ আৰু ৰেখাৰ অভিনৱ ব্যৱহাৰ। বিষয় বস্তুৰ ভৌগোলিক সীমাৰেখা নাই। সেই শ্বিলঙত থকা কালত আৰু যোৱা পাঁচ বছৰত মিশ্ৰই আঁকা ছবিবোৰতকৈ এই সৃষ্টিবোৰ যেন একেবাৰে বেলেগ আৰু পৰিপক্ব। আজি যেন নতুন হেমন্ত মিশ্ৰৰ জন্ম। ছবিবোৰ two dimensional যেন দেখি, অথচ তাত perspectiveৰ সম্পূৰ্ণ ব্যৱহাৰ। স্থান কাল ভেদি যেন অনন্তলৈ ধাউতি। অসমৰ আদিম কলাৰ প্ৰতীকবোৰে যেন এই ছবিবোৰত ভুমুকি মাৰিব খোজে- অথচ তাৰ universality of appeal আছে। অলংকাৰ আছে, অথচ তাৰ অৰ্থহীন প্ৰাচুৰ্য নাই। অনাৱশ্যকখিনিৰ ঠাই মিশ্ৰৰ এতিয়াৰ সৃষ্টিবোৰত যেন নাই। সচেতন আৰু বিচেতন মনত হোৱা দুয়োটা প্ৰতিক্ৰিয়াৰ অপূৰ্ব সমন্বয়ৰ ছবি। মিশ্ৰৰ আন্তৰিকতা আৰু জীৱননিষ্ঠা তেওঁৰ ব্যক্তিত্ব আৰু চিত্ৰ সৃষ্টি দুয়োটাতে স্পষ্ট।

হেমন্ত মিশ্ৰ অসমৰ বা-বতাহ পাই অসমৰ মাটিত ডাঙৰ হোৱা শিল্পী। সেয়েহে অসমখন মিশ্ৰৰ বুকু আৰু তুলিৰ পৰা মচ খাব নোৱাৰে। অসমৰ বাহিৰৰ সমালোচকে মিশ্ৰৰ ছবি দেখি কয়ঃ 'অৰণ্য পৰ্বত প্ৰান্তৰৰ নিবিড়তাত প্ৰকৃতিৰ লীলা নিকেতন অসমত যি অতুলনীয় নৈসৰ্গিক ৰূপ মাধুৰ্যই যুগ যুগ মানুহৰ মুগ্ধ দৃষ্টিৰ সমুখত সপোনৰ মায়াজাল ৰচনা কৰি আহিছে, তৰুণ শিল্পী মিশ্ৰৰ তুলিকা স্পৰ্শত তাৰেই যেন এটি প্ৰাণৱন্ত প্ৰতিচ্ছবি সমগ্ৰ প্ৰদৰ্শনীত ৰেখাই ৰেখাই ফুটি উঠিছে' (অমৃত বজাৰ পত্ৰিকা)।

—'অসমৰ পথাৰ ঘাট, পাহাৰ, প্ৰকৃতিৰ সৈতে তেওঁৰ যি জীৱন্ত শিল্পী

সমীকৰণ ঘটিছে তাৰ পৰিচয় আছে হেমন্ত মিশ্ৰৰ অধিকাংশ লেণ্ডস্কেপত, আৰু আছে মানুহ- অসমৰ সাধাৰণ মানুহ- সিহঁতৰ প্ৰাত্যহিক জীৱনৰ বাস্তৱ অস্তিত্ব লৈ সুপ্ৰতিষ্ঠ হৈ। —পোনপটীয়া জীৱনৰ পাঠশালাৰ পৰা কিছু শিক্ষা গ্ৰহণৰ সুযোগ লোৱাৰ ফলত, তেওঁৰ মাজত এই সজীৱতা মূৰ্তমান হৈ উঠিছে'- বুলি কৈছে বংগদেশৰ আন এজন বিখ্যাত কলা সমালোচকে।

নতুন দিল্লীৰ ষ্টেটছ্‌মেনৰ সমালোচকৰ মতে- 'Hemanta Misra is an artist of entirely different type.'

এই 'ডিফাৰেণ্ট টাইপ' হোৱাত হেমন্ত মিশ্ৰৰ কলা-সৃষ্টিক বহু সময়ত সম্যকৰূপে উপলব্ধি কৰা টান হৈ পৰে সেইসকলৰ- যি সকলে একেবাৰে পাশ্চাত্য কিম্বা একেবাৰে প্ৰাচ্য অংকন পদ্ধতি ব্যৱহাৰ কৰে। হেমন্ত মিশ্ৰ fanatic নহয়। একেবাৰে শান্তিনিকেতনী বা একেবাৰে ইটালীয় বা ইংৰাজী পদ্ধতিৰ ভৃত্য হৈ নাথাকি মিশ্ৰই পৰীক্ষামূলকভাৱে পৰিশ্ৰম কৰি নিজৰ প্ৰকাশ-ভংগিমা এটি বিচাৰিছে- আৰু এতিয়া বহু দূৰ সাফল্য লভিছে। এই প্ৰচেষ্টাৰ কথা ষ্টেটছমেনৰ দৰে কাকতে ভাল পাই কৈছে- 'It is delightful occasionally to see paintings uninhibited by the dead hand of Santiniketan and the Ajanta copyists or the sentimentality of English Edwardianism'.

কোনো এদলে মিশ্ৰৰ পদ্ধতি 'সম্পূৰ্ণ ভাৰতীয়' নহয় বুলি সমালোচনা কৰিব খোজে। মিশ্ৰই ভাবে- An artist must live with his time and its changes.

এই বিষয়ে সাহিত্যিক আৰু কলা সমালোচক গোপাল হালদাৰে ভাল কথা কৈছে- 'হেমন্ত মিশ্ৰৰ প্ৰধান আশ্ৰয় তেওঁৰ আন্তৰিকতা, সৰস জীৱন নিষ্ঠা আৰু স্বাভাৱিক শিল্প শক্তি। তেওঁৰ আংগিক আৰু ভংগী তেওঁ স্বয়ং আবিষ্কাৰ কৰিছে সচেষ্টভাৱে। তথাকথিত 'পাশ্চাত্য'আৰু তথাকথিত 'ভাৰতীয়' ঐতিহ্যসম্মত নহয় বুলি ষ্টেটছমেনৰ সমালোচক যদি উল্লসিত হয় হওক; অমৃতবাজাৰ পত্ৰিকাৰ সমালোচক ক্ষুব্ধ যদি হয়- হওক। হেমন্ত মিশ্ৰই অসম আৰু অসমৰ জীৱনক গ্ৰহণ কৰিব তেওঁৰ নিজস্ব শক্তিৰে- সেয়েই যথেষ্ট।'

আজি আমাৰ অসমৰ হেমন্ত মিশ্ৰই ভাৰতৰ কলা জগতত হোৱা ন ন প্ৰচেষ্টাৰ ধাৰাক পুষ্ট কৰি তুলিব পৰাটো গোটেই অসমৰেই গৌৰৱ।

-মিশ্ৰ, অসমৰ কলা জগতৰ কথা আপুনি কি ভাবে?

-শিক্ষা কেন্দ্ৰত সুকুমাৰ কলাৰ ব্যৱস্থা যেতিয়ালৈকে নহয়, তেতিয়ালৈকে

উন্নতি হোৱাত বাধা আছে। গুণী ডেকা গায়ক স্বভাৱ-শিল্পী হয়তো অসমত ওলাইছে। পিছে গণতান্ত্ৰিক Guidanceৰ আৱশ্যকতা আছে- যি Guidanceএ শিল্পীৰ অন্তৰ্নিহিত গুণাৱলী প্ৰস্ফুটিত কৰি তুলিব পাৰে।

কি আঁকিব অসমৰ শিল্পীয়ে?

- কিয়, গোটেই অসম আৰু অসমৰ জীৱনবোৰ ধুনীয়া মডেল নহয় জানো!

-মিশ্ৰৰ সৈতে অৰ্থপূৰ্ণ আলোচনা কৰি সন্ধিয়া যেতিয়া তেওঁৰ ষ্টুডিঅ'ৰপৰা ওলাওঁ, তেতিয়া কলিকতাৰ আকাশখনো অলপ আগতে দেখি অহা মিশ্ৰৰ কেনভাছ এখনৰ দৰে যেন লাগিছিল।

# সৌন্দৰ্যবোধ থকা বিমলা চলিহা

ভাৰতৰ বিধানসভাবোৰত চাৰিওফালে যেতিয়া হিংসা, দ্বেষ, মৰামৰি, কটাকটি, তেতিয়া অসমৰ বিধানসভাক কিন্তু মই 'The last outpost of good parliamentary behaviour' বুলি কৈছিলোঁ। ইয়াৰ মূলতে আছিল সদনৰ নেতা বিমলাপ্ৰসাদ চলিহাৰ ভদ্ৰ ব্যক্তিত্ব। আমি বিৰোধী পক্ষই যিমানে আক্ৰমণ নকৰোঁ কিয়, তেওঁৰ উত্তৰ আছিল ধীৰ স্থিৰ গধুৰ। আনৰ মতবাদ হয়তো তেওঁ নেমানে, তেওঁ হয়তো সেই মতবাদ কামত খটুৱাবও নোখোজে, কিন্তু সেই আক্ৰমণৰ কাৰণবোৰ যেতিয়া বিৰোধী পক্ষই দেখুৱাই দিয়ে তেতিয়া সেই বিক্ষোভৰ কাৰণবোৰ নষ্ট কৰাৰ বাবে তেওঁ সদনক প্ৰতিশ্ৰুতি দিয়ে। বিৰোধী পক্ষৰ খং শাম কাটে। সদনৰ কাম পুনৰ চলে। যেতিয়া বিৰোধী পক্ষৰ প্ৰশ্ন-বাণত কোনো অনভিজ্ঞ মন্ত্ৰী থকা-সৰকা হয়, উত্তৰ দিব নোৱাৰা হৈ উত্তেজিত হৈ উঠে, তেতিয়া চলিহাদেৱে লাহেকৈ উঠি সেই মন্ত্ৰীগৰাকীৰ ভুল দৰ্শাই আমাক কয় - 'এইটো আমাৰ দোষ হৈছে, তদন্ত কৰি এই সদনত আপোনাসৱক উত্তৰ দিম। এই দোষৰ বাবে মই দুঃখিত।' এয়া আছিল বিমলা চলিহাৰ মন।

গণতান্ত্রিক কালৰ পৰা চলিহাৰ তুলনা পাবলৈ নাই। তেওঁৰ ঘৰলৈ অন্যান্য ৰাজনৈতিক মতাৱলম্বী লোক আহিলেও সেই লোকসকলৰ আদৰ্শক কাণ পাতি শুনিছিল। বেলেগ আদৰ্শৰ সৈতে মনে মনে এক নহ'লেও সেই আদৰ্শত বিশ্বাসী লোকজনৰ বিশ্বাসৰ স্বাধীনতাক চলিহাদেৱে সন্মান কৰিছিল। শ্ৰীজ্যোতি বসু আহিলেও চলিহাদেৱৰ ঘৰত হে থাকে। শ্ৰীহেমাঙ্গ বিশ্বাস আহিলেও তেওঁৰ মনৰ মৰম পায়। আমি দুয়ো (বিশ্বাস আৰু মই) ১৯৬০ চনত যেতিয়া ভাষা আন্দোলনৰ সময়ত শান্তিৰ কাৰণে গীত গাবলৈ যাওঁ, চলিহাদেৱে নৰিয়া পাটীত শুই চকুপানী টুকি কোৱা মনত পৰে - 'আপোনালোকে নিজৰ নিজৰ মাতৃভাষা ভাল পায়, ময়ো পাওঁ, পিছে তাৰ সমাধান অশান্তিৰে নহয়। অনুগ্ৰহ কৰি গাঁৱে-ভূঞে শান্তিৰ নিজৰাটো বোৱাওক গানেৰে।'

১৯৬২ চনত চীনা আক্ৰমণৰ পিছত যেতিয়া আমি গীত-মাত গাই দেশৰ লোকক দেশপ্ৰেমৰ কথা সোঁৱৰাওঁ, তেওঁ এবাৰ আমাক কৈছিল, 'ময়ো পৰা হ'লে নবীত উঠি দেশপ্ৰেমৰ গীত গালোঁহেঁতেন।'

তাহানি ১৯৫৮ চনৰ পৰা সৌ সিদিনালৈকে মই বহু বহুবাৰ অসমৰ ষ্টুডিঅ'টোৰ কথাত তেওঁৰ সৈতে তৰ্ক কৰিছোঁ, আলচ কৰিছোঁ, খং কৰিছোঁ, চৰ্কাৰৰ গাফিলতিৰ বাবে আমি অবৈতনিক উপদেষ্টাসমূহ মিছামিছিকৈ ধ্বংসাত্মক সমালোচকৰ (একো নকৰাবোৰৰ কোব বেছি!). সন্মুখীন হৈছোঁ বুলি অভিমান কৰিছোঁ। কেতিয়াবা মই অনশন কৰিম বুলি আৰু উপদেষ্টা সমিতিৰ পৰা ইস্তফা দিম বুলি চোকা চিঠি লিখিছোঁ। চলিহাদেৱে তাৰ উত্তৰ নিদি ঘৰলৈ মাতি মিচিককৈ হাঁহি এটি মাৰি কয় - 'হাজৰিকা, আপোনালোকৰ তো দোষ নাই। মই বেমাৰৰ বাবে কথাটো চাব পৰা নাই। খং নেখাব। ৰাজহুৱা কামত ছাল অলপ ডাঠ কৰিব লাগে।' আমি হাৰ মানো। আমি পুনৰ কামত লাগোঁ। বিষ্ণু ককাইদেউৰ মৃত্যুৰ পিছত তেখেতৰ প্ৰতিকৃতি এখন বিধানসভাৰ চিত্ৰ-গেলেৰীত আৰিবলৈ লোৱাৰ সময়ত নৰিয়া পাটীৰ পৰা উঠি আহি হুকহুকাই কান্দি কৈছিল - 'আমি অসমৰ শিল্পীৰ বাবে একোকে কৰিব নোৱাৰিলোঁ। বিষ্ণু ৰাভাৰ দৰে শিল্পীৰ বাবেও আমি কিটো কৰিলোঁ?' উপস্থিত অতিথিবৃন্দই তেওঁৰ সৈতে ফেকুৰিলে। মাজতে তেওঁক কোনোবাই কৈছিল যে অসমৰ ষ্টুডিঅ'টিৰ, জ্যোতিপ্ৰসাদ আগৰৱালাৰ নামত নামকৰণ কৰিলে কোনো কোনো লোকে হেনো দুষিব।

মই সুধিলোঁ ঃ কিয়?

শিশুৰ দৰে চলিহাদেৱে ক'লে ঃ 'মোৰ ককাইদেউৰ ল'ৰা টুটু চলিহাই

জ্যোতিপ্ৰসাদৰ ছোৱালী জয়শ্ৰী আইদেউক বিয়া কৰাইছে। মই হ'লোঁ মুখ্যমন্ত্ৰী। মোৰ জ্যোতিপ্ৰসাদ লগাভগা। গতিকে কোনোবাই নামকৰণ কৰাটো ভাল নেপালে বৰ দুখ পাম।'

মই অশান্ত হৈ উঠিলোঁ। সেই সমালোচকৰ মাস্তিষ্কৰ বিকাৰ আছে বুলি ক'লোঁ। আৰু ৰগৰ কৰি ক'লোঁ ঃ জ্যোতি-চিত্ৰ মানে Photography। আৰু বন মানে বনানী। গতিকে জ্যোতি-চিত্ৰবন দিলে কোনো জ্যোতি-বিৰোধীৰ পানী খোৱা পুখুৰীত বিহ দিয়া নহ'ব। তদুপৰি তিলক দাস, ৰোহিণী বৰুৱা, পাৰ্বতিপ্ৰসাদ, প্ৰমথেশ বৰুৱাৰ নামকো সন্মান কৰা হৈছেই। জ্যোতিপ্ৰসাদৰ নাম দিবলৈ বিৰোধিতা কৰা লোকসকলেই শেষত 'জ্যোতি-চিত্ৰবন'টো মানি লোৱাত চলিহাদেৱে লাহেকৈ ক'লে ঃ 'এতিয়া বোধহয় ষ্টুডিঅ'টিত ছাইনবোৰ্ড লগাব পাৰি।' সেই মতে নামকৰণ কৰা হ'ল। চলিহাদেৱে মোৰ দুটা কথা (সদনৰ বাহিৰে-ভিতৰে কোৱা, এম এল এ হোৱাৰ আগতেও কোৱা) মানি লৈছিল ঃ

**(১) অসমীয়া ছবিৰ বাধ্যতামূলক প্ৰদৰ্শন আৰু (২) অসমীয়া ছবিৰ প্ৰযোজকক নিজৰ ছবিৰ পৰা পোৱা আমোদ-কৰখিনি ঘূৰাই দিয়া।**

এই দুয়োটা এই লিখকৰ প্ৰস্তাৱ আছিল। দুয়োটা তেখেতে কেবিনেট মিটিঙত পাছ কৰাই লৈছিল। তাৰে উপকাৰ আজি বহুতে পাইছে। পিছে অসমীয়া ছবিৰ বাধ্যতামূলকভাৱে অসমৰ আটাইকেইটা চিত্ৰগৃহত প্ৰদৰ্শন কৰিবলৈ হ'লে প্ৰায় ১৬ খন নতুন অসমীয়া ছবিৰ প্ৰয়োজন। পুৰণি অসমীয়া ছবিবোৰৰো (অৰ্থাভাৱত) বহুতো প্ৰিণ্ট নাই। সেয়ে অসমত ছবি নিৰ্মাণৰ সুবিধা অতি সোনকালে হ'ব লাগে বুলি চলিহাদেৱে প্ৰায়েই আমাক কৈছিল। যোৱা দুবছৰে তেওঁৰ অসুস্থ শৰীৰৰ বাবেই উপদেষ্টাসকলে দিয়া প্ৰস্তাৱসমূহ কাৰ্যকৰী কৰিব নোৱৰাত তেওঁ প্ৰায়েই দুখ প্ৰকাশ কৰিছিল। আমি তেনে এজন সৌন্দৰ্যপ্ৰেমীক হেৰুৱালোঁ চিৰদিনলৈ।

কিছু ৰাজনৈতিক নেতাই সংস্কৃতিৰ বিষয়ে জনাটো লাজৰ কথা বুলি ভাবে। তেনে নেতা আমি লগ পাইছোঁ। সংস্কৃতিৰ কথাত সক্ৰিয় অংশ গ্ৰহণ কৰাটো যেন পাপ হে। তেওঁলোকে দেশৰ সাংস্কৃতিক কৰ্মীসকলক দ্বিতীয় শ্ৰেণীৰ নাগৰিকৰূপে পৰিগণিত কৰে। চলিহাদেউ তেনে ধৰণৰ নেতা নাছিল। চিত্ৰশিল্পী প্ৰসেনজিৎ দুৱৰাই হওক, নৃত্যশিল্পী গজেন বৰুৱাই হওক, বোলছবি শিল্পী জিতেন শৰ্মাই হওক, সকলোৰে কথা সুন্দৰভাৱে শুনে আৰু সহায় কৰিবলৈ চেষ্টা কৰে। আনকি পৰিচালক শৰ্মাৰ কথা মতে চলিহাদেৱে 'ওপৰ মহলা'

ছবিত কিছু মুহুর্তৰ বাবে নিজেই ওলাইছে বুলি জানিব পৰা গৈছে।

চলিহাদেৱে তাহানিৰ 'কামৰূপী' নৃত্য দৰ্শাই ভাৰতৰ মনমোহা অসমৰ দলটোৰ সৈতে সক্রিয়ভাৱে অংশ গ্রহণ কৰিছিল। তেওঁ নিজে 'অৰ্জুন' হৈ নামিছিল বুলিও শুনো। তবলা তেওঁ বজাব জানিছিল। সংগীত তেওঁৰ বৰ প্ৰিয়। এই লিখকক এবাৰ বৰ মৰমেৰে কৈছিল ঃ

'যেতিয়াই মোৰ মনটো বেয়া হয় তেতিয়াই মই আপোনাৰ 'সাগৰ-সঙ্গম' গীতটো বজাওঁ - আৰু লগে লগে গাওঁ।'

চলিহাদেৱে এবাৰ শ্বিলঙত আমাৰ অনুৰোধত গীত এটি গাইছিল। গোৱাৰ আগতে ৰাভাদেৱে হাৰমনিয়ম বজাব খুজিছিল।

চলিহাদেৱে হাঁহি হাঁহি ক'লে - 'শুদা গলেৰেই গাওঁ - হাৰমনিয়ম আপুনি বজাব নোৱাৰিব পাৰে।'

এনেকৈ ৰগৰ কথাত সকলোৱে হাঁহিলে। পিছত কিন্তু সুন্দৰ সুৰেৰে চলিহাদেৱে গালে - 'তোমালৈ মোৰ মনত পৰে - যেতিয়া দূবৰিত শেবালি সৰে।'

আজি, "হে সুন্দৰসেবী চলিহাদেউ, আপোনালৈ আমাৰ সদায় মনত পৰিব যেতিয়ালৈকে অসমত লুইত বৈ থাকিব। যেতিয়ালৈকে দূবৰিত শেবালি সৰিব। যেতিয়ালৈকে ব'হাগত কপৌ ফুলিব। আপোনালৈ আমাৰ শ্ৰদ্ধাৰ বাহিৰে দিবৰ নো আৰু কি আছে? কাৰ ওচৰলৈ গৈ এতিয়া আমাৰ অসমত সংস্কৃতিৰ অমুক লাগে তমুক লাগে বুলি অভিমান কৰিমগৈ? এই শূন্যতা পূৰাবলৈ বহুদিন ৰব লাগিব। এয়েই আমাৰ দুৰ্ভাগ্য।

# তুলিকা আৰু ৰঙৰ পৃথিৱীত

জাহাংগীৰ আৰ্ট গেলেৰীত
প্ৰথমবাৰৰ বাবে
অসমীয়া শিল্পী

## পুলক গগৈৰ অভূতপূৰ্ব সাফল্যৰ কথা

বোম্বেত, যোৱা ১৫ জুনৰ পৰা ২১ জুনলৈ পুলক গগৈৰ ছবিয়ে শ শ কলামোদীক আকৰ্ষণ কৰা নিজ চকুৰে দেখি, মোৰ ক'বলৈ মন গৈছে পাঠকসকলক। জাহাংগীৰ আৰ্ট গেলেৰীৰ ঐতিহ্য অসাধাৰণ। ভাৰতত, যিজন শিল্পীয়ে এই গেলেৰীত চিত্ৰ প্ৰদৰ্শনী পতাৰ সুযোগ পায় - তেওঁ নিজকে ধন্য বুলি ভাবে। এই গেলেৰীতে এম এফ হুছেইন, কৃষণ খান্না, হেব্বাৰ, ডি'চুজা আদি বিশ্ববিখ্যাত ভাৰতীয় শিল্পীসকলৰ চিত্ৰ প্ৰদৰ্শনী চোৱাৰ সৌভাগ্য আগতে মোৰ হৈছে। আমাৰ পুলক গগৈক অসমৰ কোনে নেজানে? কাৰ্টুনিষ্ট ৰূপে যশ অৰ্জা পুলক অসমীয়াৰ বৰ মৰমৰ শিল্পী।

গণেশ গগৈ বাচি থাকোঁতে তেখেতৰ পৰিচালনাত আৰু দুৰ্গা ফুকনদেৱৰ সংগীত পৰিচালনাত 'জেৰেঙ্গাৰ সতী' আদি বিখ্যাত নাটক ৰেকৰ্ড কৰিছিল তাহানিৰ কলিকতাৰ মেগাফোন কোম্পানীত। তেতিয়াৰ প্ৰধান গায়িকা আছিল শ্ৰীযুতা গুণবালা গগৈ। তেখেতৰে ল'ৰা পুলক। পুলকে বোম্বেৰ জে জে স্কুল অৱ আৰ্টত ছবি আঁকা শিকি অসমলৈ উভতি আহি বিভিন্ন বাতৰি কাকতত কাৰ্টুন আঁকিবলৈ আৰম্ভ কৰিলে। তেওঁ যে 'ফাইন আৰ্ট' কৰে মই নেজানিছিলোঁ। পুলকৰ সাংঘাতিক হাস্যৰসো আছে। এটা কথা আপোনালোকে নেজানেই। পুলকে বৰ ভাল খুহুতীয়া অভিনয় কৰিব পাৰে। মই কেনেকৈ জানিলোঁ? হিন্দী 'তকদীৰ'খন যেতিয়া অসমীয়া 'ভাগ্য'লৈ ৰূপান্তৰিত কৰোঁ তেতিয়া বোম্বেৰ হাস্য কৌতুকাভিনেতা দিলীপ দত্তৰ ভাওটোৰ বাবে এটা অসমীয়া খুহুতীয়া 'কণ্ঠ' বিচাৰিছিলোঁ। 'আমাৰ প্ৰতিনিধি'ৰ সৈতে জড়িত থকা আৰু 'কাৰ্টুন' কাকতৰ সম্পাদক পুলকক যেতিয়া মই ক'লোঁ - ভাও দিব লাগে বুলি, তেতিয়া তেওঁ অলপ লাজ লাজ কৰিলে। কিন্তু যেতিয়া ভাওটো ল'লে তেতিয়া ৰক্ষা নাই। ইমান ভাল কণ্ঠ সঞ্চালন কৰিলে, কি ক'ম? 'ভাগ্য'খন চালেই বুজিব।

যাহওক হাস্যৰসত বুৰ গৈ থকা পুলকে যে 'ছিৰিযাছ' ছবি আঁকে মই সঁচাকৈয়ে জনা নাছিলোঁ।

দুবছৰমান আগতে কথাই কথাই পুলকে ক'লে, 'দাদা, ছবি আঁকিছোঁ কেইখনমান। ডাঙৰ কেনভাছ।' চাব লাগিব। মোৰ সন্দেহ হ'ল - পুলকে জানো ছিৰিযাছ ছবি আঁকিব পাৰে? কিন্তু ছবিকেইখন দেখি আচৰিত মানিলোঁ। কথাই কথাই ক'লোঁঃ পুলক, কেমেৰাৰে এটা বস্তু চালে দেখিবা, foreground-অত থকা অংশ ডাঙৰ হয়। দূৰত থকা বস্তুবোৰৰ আকাৰ ক্ৰমান্বয়ে সৰু হয়। কেমেৰাৰ Lens-অৰ আগত তোমাৰ কেঞা আঙুলিটো থলেও বৰ ডাঙৰ গছ এজোপা যেন লাগে। দূৰৰ পাহাৰখনো কেঞা আঙুলিৰ তুলনাত সৰু যেন লাগে। অৱশ্যে নঙঠা চকুৰেও তেনে দেখি - কিন্তু মানুহে উপলব্ধি কৰে কেমেৰাৰ VIEW FINDER-এৰে বেছিকৈ। এইটো perspective অৰ সাধাৰণ কথা, তুমি জানাই। থ্ৰি-ডাইমেনশ্যনেল ছবিত সেইটো থাকে। কিন্তু সেই ওচৰৰ পৰা দেখা অংশক 'অতিৰঞ্জিত' আকাৰত দিযাটো (কেনভাছত) কেনে দেখিব বাৰু? মোৰ হ'লে বৰ চাবৰ মন যায - ধৰা, এজন ঢুলীযাই ঢোল বজাইছে, সোঁ হাতখনত ঢোলৰ মাৰিডাল আছে। Profile-অত ঢুলীযাজন। সোঁ হাতখন (সমুখত আছে যেতিয়া) ছবিৰ ফ্ৰেইমৰ পৰা ওলাই আহোঁ ওলাই আহোঁ যেন নকৰিবনে? তেতিয়া যদি সোঁ হাতখন আকাৰত অতিৰঞ্জিত কৰি

দিয়া হয়; সিফালৰ বাওঁহাতখন সৰু হয়, উন্মুক্ত আকাশৰ পটভূমিত সেই ঢুলীয়াৰ যৌৱনৰ শক্তি আৰু স্পষ্ট হৈ ধৰা নপৰিবনে? - পুলক, মই এই কথাষাৰ কিয় কৈছোঁ জানা -? তুমি নজনাকৈয়ে হয়তো, তোমাৰ কেনভাছৰ বিষয়-বস্তুটোৰ ওচৰৰ অংশবোৰ আকাৰত কিঞ্চিত ডাঙৰ কৰাৰ tendency দেখিছোঁ। হয় নে?

পুলকে কথাটো গম পাই ক'লে, 'হয় দাদা।'

মই ক'লোঁঃ 'হয় দাদা' নহয় - তুমি বিশেষত্বটো ভালকৈ ৰাখিলে তোমাক লোকে শলাগিব -। কলাপ্ৰেমীয়ে শলাগিব- ছবিৰ 'শক্তি'ৰ বাবে। সেয়েই তোমাৰ ছবিৰ বিশেষ কথা হ'ব -। অৰ্থাৎ 'পুলকত্ব' হ'ব। মডিগ্‌লিয়ানিয়ে তেওঁৰ বিষযবোৰ উত্তৰৰ পৰা দক্ষিণলৈ দীঘলীয়াকৈ দেখিছিল। অদ্বিতীয় ভান গফৰ তুলিকাৰ stroke উৰ্ধমুখী। খহটা। পিকাছোৱে এনাটমী কাটি-কুটি টুকুৰা-টুকুৰ কৰি পুনৰ সাঁথৰ সজোৱাদি সজায়। ৰোনোৱাঁৰ নাৰীমূৰ্তিবোৰৰ কিছু অংশ আমাজনীয়ান প্ৰ'পৰ্শ্বনৰ কৰাই আছিল বিশেষত্ব। ছালভাদৰ ডালিৰ perspective অতিৰঞ্জিত। সেয়েই তেওঁৰ শক্তি। এম এফ হুছেইনৰ flat surface-অতো আপেক্ষিক দূৰত্বৰ লুকাভাকু থাকে। মই এই সকলো কেইজন আৰ্টিষ্টৰ নাম কৈছোঁ - তেওঁলোকৰ বিষয়বস্তু মূলতঃ human figure বুলিহে। ভান্ গফ্ আৰু ডালিয়ে অৱশ্যে panoramaও কামত লগায়। পুলক, তুমি human figure আঁকিছা যেতিয়া - এনাটমীৰ প্ৰতি লক্ষ্য ৰাখিবা।

এনেকৈ, মই পুলকক সৰু ভাই হিচাপে, শুভাকাংক্ষী হিচাপে, অলপ কথা কৈ গুচি গৈছিলোঁ ।- কিন্তু কিছুদিন পিছত দেখোঁ পুলক পূৰঠ হৈ উঠিল নিজেই - সেই foreground-অৰ বিষয়ক অতিৰঞ্জিত কৰাৰ ক্ষেত্ৰত। তেজপুৰত তেওঁৰ প্ৰদৰ্শনী মুকলি কৰাৰ সময়ত মই এইষাৰ কথা কৈছিলোঁ। পুলকে নতুন দিল্লীতো একক প্ৰদৰ্শনী কৰি প্ৰচুৰ প্ৰশংসা পাই থৈছে।

পিছে, বোম্বেৰ জাহাংগীৰ আৰ্ট গেলেৰীৰ কথা সুকীয়া। একক প্ৰদৰ্শনীত পুলকে বা কি কি দেখুৱাইছে - এই প্ৰশ্নবোৰ বাৰে বাৰে মনলৈ মোৰ আহিছে - ১৭ জুনৰ দিনা।

মোৰ অলপ ভয়ো লাগিছে।

- জাহাংগীৰ আৰ্ট গেলেৰীত পুলকৰ প্ৰদৰ্শনী গৃহত সোমাই দেখোঁ, একুৰিৰ কিছু বেছি কেনভাছ সুন্দৰকৈ সজোৱা আছে। দলে দলে কলামোদী আহিছে।

মই এফালৰ পৰা ছবিবিলাক চালোঁ। বেৰত প্ৰথমেই আছে - 'সূৰ্যাকাংক্ষী' -।

এহাল নগা ডেকা আৰু নগা গাভৰু। সুন্দৰ Anatomy— আৰু ৰঙৰ

প্ৰলেপ। আধা অঁকা, আধা নঅঁকা ডেকা গাভৰু। Fundamental Colour. High light উজ্জ্বল শুভ্ৰ। ওপৰত সূৰ্য। খহটা বগা সূৰ্য। Totality সুন্দৰ আৰু গতিশীল। এজন মাৰাঠী কলামোদীয়ে চাই আছে। বহু পৰ ধৰি।

তেওঁ যেন ক'বলৈ বিচাৰিছে কাৰোবাক কিবা।

মই ওচৰতে আছিলোঁ। মোক নিচিনেও। তথাপি মোক ক'লে - 'গঁগেৰ ৰঙৰ ব্যৱহাৰ বৰ উচ্চ স্তৰৰ।' শ শ লোকে এনেকৈ ৭ দিন পুলকক প্ৰশংসা কৰি গ'ল।

- তাৰ পিছত এদিন 'দেশ' পত্ৰিকাৰ সৈতে জড়িত সাংবাদিক সলিল ঘোষ ডাঙৰীয়াই পুলকৰ প্ৰদৰ্শনীলৈ লগত লৈ আহিল মহাৰাষ্ট্ৰৰ কলামোদী গভৰ্ণৰ আলি য়বৰ জং চাহাবক। মোৰ সৈতে চিনাকি কৰি দিয়াত মই তেওঁক পুলকৰ প্ৰত্যেকখন ছবিৰ সৈতে পৰিচয় কৰি দিলোঁ। তেওঁ বহুপৰ থমকি ৰ'ল 'Ruins'— বা 'ধ্বংসাৱশেষ' ছবিখনৰ ওচৰত। বৰ প্ৰশংসা কৰিলে - সকলোবোৰ ছবি। বিশেষকৈ 'অন্তৰা' আৰু 'থ্ৰি মিউজিচিয়ান' নামৰ ছবি দুখন। দ্বিতীয় খনৰ দাম লিখা আছে ১০০০ টকা। সেইখন কিনিলে H.M.V. কোম্পানীয়ে। অসমৰ বিভিন্ন কণ্ঠশিল্পীৰ এখন L.P. record উলিয়াব। তাৰে cover কৰিবলৈ H.M.V.ৰ ভাৰতৰ National Artiste and Repartoir Manager, ডুবে চাহাবে পুলকৰ পৰা অনুমতি বিচাৰিলে। পুলকে অতি আগ্ৰহেৰে অনুমতি দিলে। আনন্দিত হ'বই পুলক, কিয়নো সেই ছবিখনৰ colour reproduction প্ৰতি ৰেকৰ্ড কিনোতাৰ ঘৰে ঘৰে থাকিব সদায়। গেলেৰীলৈ এদিন আহিল ভাৰতৰ বিখ্যাত হেব্বাৰ চাহাব আৰু তেওঁৰ কন্যা। পুলকৰ ছবিবোৰ চাই প্ৰশংসা অনুপ্ৰেৰণা আৰু আশীৰ্বাদ দি গ'লহি।

আৰু এদিন আহিল কলামোদী চিত্ৰাভিনেতা জয়ৰাজ। জয়ৰাজ নিজেও এজন বৰ ভাল ছবি আঁকোতা। Hobby ছবি অঁকা - ঠিক অশোক কুমাৰৰ দৰে। জয়ৰাজ মই নথকাত আহিল। মোলৈ এখন চিঠি লিখি থৈ গ'ল পুলকক প্ৰশংসা কৰি। আন এদিন মোক লগ ধৰি ক'লে- 'ভাৰতত পুলকে বৰ নাম কৰিবগৈ, কাৰণ পুলকৰ stroke বোৰ শক্তিশালী। বং সুন্দৰ।' বোম্বেৰ বহু serious কলা সমালোচক আহি পুলকৰ সৃষ্টিবোৰক সম্মান কৰি গ'ল। কোনে কোনে কি লিখিলে তাৰ cutting বোৰ মোৰ ওচৰত এতিয়াও পোৱাহি নাই। নিশ্চয় পুলকৰ লগত আছে। এজনে লিখিছিল - পুলকৰ কিছু ছবিত এম এফ হুছেইনৰ প্ৰভাৱ পৰিছে। মোৰ বৰ ভাল লাগিছে, কাৰণ হুছেইন এই যুগৰ ভাৰতৰ সৰ্বশ্ৰেষ্ঠ মডাৰ্ণ আৰ্টিষ্ট। অলপতে তেওঁ ব্ৰাজিললৈ গৈছে। পিকাছোৰ

সৈতে একেলগে নিমন্ত্রিত হোৱা ভাৰতৰ একমাত্ৰ শিল্পী হ'ল হুছেইন। মোৰ তেওঁ বহু বছৰৰ অন্তৰংগ বন্ধু। তেওঁৰে সৈতে মই ইউৰোপ, ৰাছিয়ালৈ গৈছিলোঁ। আঠোটা আয়তক্ষেত্ৰৰে তেওঁ মোৰ এখন অভিনৱ প'ৰট্ৰেট আঁকিছিল। মই ধন্য মানিছিলোঁ। মোৰ কণ্ঠটো দীঘলীয়াকৈ আঁকি নীলা ৰং দিছিল- আৰু লিখিছিল 'সেয়েই আচল সংগীত যি সংগীত প্ৰাণৰ পৰা ওলায়।' মই নেজানো মোক কিয় হুছেইনে নীলকণ্ঠ কৰিলে।

গতিকে ক'ৰবাত যদি হুছেইনে পুলকক প্ৰভাৱান্বিত কৰিছে ই বৰ গৌৰৱৰ কথা। কিন্তু পুলকৰ ছবিৰ নিজস্ব এটা সৌন্দৰ্য আছে-।

মই আগতে উল্লেখ কৰা - সেই perspective-অৰ কথাটো। আজিকালি অসমত কিয় ভাৰতৰো বহুতো বৰ বেয়া শিল্পীয়ে তথাকথিত abstract ছবি আঁকি 'নাম' কৰিছে।

Anatomyৰ জ্ঞান শূন্য। ৰংবোৰ bluff। তেওঁলোকৰ ছবিবোৰে কথা নকয়। ছবিখন দেখুৱাই কথা কয় শিল্পীজনে। আচল ছবি সেয়াহে যি শিল্পীজন নহ'লেও নিজেই দৰ্শকক বহুতো কথা কয় - দৰ্শকক নিজৰ interpretation কৰিবলৈ provoke কৰে। পুলকৰ ছবিকেইখনত সেই গুণ পূৰামাত্ৰাই আছে। তেওঁৰ ছবি 'বিমূৰ্ত' অথচ মূৰ্তি চিনি পোৱা বিধৰ। Distortion থাকিলেও drawingবোৰ সুসংগঠিত। 'কাৰ্টুনিষ্ট' পুলকৰ drawing-অৰ মই বৰ অনুৰাগী নহওঁ। কিন্তু Fine artiste পুলকক মই বৰ সন্মান কৰিছোঁ অন্তৰৰ পৰা।

মোৰ মতে, তেওঁৰ 'শিবসাগৰ', 'অঙ্কীয়া নাট' আদি 'collage' (কলাজ) বোৰ উচ্চস্তৰৰ হোৱা নাই। কিছু দুৰ্বলতা আছে। কিন্তু তেওঁৰ 'দুপৰীয়াৰ গৰুগাড়ী', 'Longing for the Sun', 'চহৰ আৰু ধাননি' (air view), 'খণ্ডাল নতুন পুৰুষ', 'মকৰা', 'থ্ৰি মিউজিচিয়ানছ', 'অন্তৰা' আদি অতি উচ্চস্তৰৰ সৃষ্টি। পুলকৰ ৰঙৰ প্ৰলেপ বৰ মাৰ্জিত। য'ত হাইলাইট লাগে - তাত ৰঙৰ প্ৰলেপ Manly— পুৰুষসুলভ অৰ্থাৎ Bold। বৰং সমন্বয় বৰ economic- অৰ্থাৎ য'ত যিকণ লাগে সেইখিনিহে পুলকে ব্যৱহাৰ কৰে। পুলকৰ ছবিবোৰত Lyric আছে - সংগীতময়তা আছে। সেয়েহে বোধহয় - মই লতা মঙ্গেশকাৰৰ সৈতে পৰিচয় কৰোৱাত, পুলকক প্ৰশংসা কৰিলে লতাৰ নিজৰ ঘৰত। চিত্ৰশিল্পী পুলকেও উচ্ছ্বাসতে আৰু সন্মানতে সুৰৰ শিল্পী লতাক উপহাৰ দিলে (নেবেচিলে কিন্তু!) সেইখনহে ছবি যিখনৰ নাম আছিল 'অন্তৰা'। অন্তৰা সংগীতৰ সৈতে জড়িত থকা নাম। অন্তৰা ১০০০ টকাত বহুতে কিনিব খোজা কথাটো মই নিজেই শুনিছোঁ। জাহাংগীৰ আৰ্ট গেলেৰীৰ ঐতিহ্য আছে বুলি যে কৈছোঁ

এইবাবেই যে ই বোম্বে মহানগৰীৰ গেলেৰী। আগৰ মডাৰ্ণ আৰ্টৰ আড্ডা কলিকতাতকৈ অধিক Modern artiste আজিকালি হৈছে Bombayত। বিশ্ববিখ্যাত হুছেইন, হেব্বাৰ, ডি চুজা, বাৱলৰ ঠাই এইখন। এই ঠাইৰ 'মন' পুলকে 'জয়' কৰিব পৰাটো অসমৰ বাবে আনন্দৰ কথা।

পুলকৰ কথা। পুলকে পুলকিত কৰিব অজস্ৰ কলাপ্ৰেমীক ভৱিষ্যতেও তেওঁৰ নৱ নৱ সৃষ্টিৰে। তেওঁ মাথোঁ অহংকাৰ কৰিব নেলাগিব - সাধনা কৰি থাকিব লাগিব। তেওঁ নৱীন বৰদলৈ হল বা গুৱাহাটীৰ পুথিভঁৰালত পোৱা প্ৰশংসাৰে সন্তুষ্ট থাকিব নেলাগিব। জাহাংগীৰ আৰ্ট গেলেৰীত প্ৰথম অসমীয়া মডাৰ্ণ আৰ্টিষ্ট পুলক গগৈয়ে চাঞ্চল্যকৰভাৱে যশ আৰ্জি যোৱাটো অসমৰ বাবে এটা উল্লেখযোগ্য বাতৰি।

# অসমী আই
# তুমি ব্ৰজেনক হেৰুৱালাঁ

ব্ৰজেন বৰুৱাৰ নামৰ আগত 'স্বৰ্গীয়' কথাষাৰ যোগ দিবৰ মন নেযায়। ব্ৰজেন বৰুৱাৰ মৃত্যু অসমৰ সংস্কৃতি জগতৰ এক অপূৰণীয় ক্ষতি। জীৱনৰ ভৰ দুপৰতে, কাৰ্যক্ষম ব্ৰজেন বৰুৱাক হেৰুৱাম বুলি আমি কোনেও সপোনতো ভবা নাছিলোঁ। ২৮ জুন '৭২ৰ নিশা আমি নিজ হাতে নৱগ্ৰহত বৰুৱাক চিৰদিনৰ বাবে শুৱাই থৈ আহিবলগীয়া হোৱাটো আমাৰেই দুৰ্ভাগ্য। সেইদিনা ব্ৰজেন বৰুৱা নিজৰ পিতৃ, ভাতৃ, ভনী, সহধৰ্মিণী আৰু পুত্ৰ-কন্যাৰ মাজলৈ উভতি অহাৰ কথা আছিল। সেই শোকাৱহ নিশা উত্তৰ হোৱা আমাৰ মনৰ অনুভূতি আমি ৩০ জুনৰ 'দৈনিক অসম'ত 'ব্ৰজেন আজি ঘৰলৈ উভতিব' নামৰ প্ৰবন্ধত প্ৰকাশ কৰিছিলোঁ। অসমৰ সাংস্কৃতিক পথাৰত দিনে নিশাই কাৰ্যৰত অৱস্থাত জিলিকি থকা কৰ্মী ব্ৰজেন বৰুৱা আছিল অন্যতম। সংগীত আৰু চলচ্চিত্ৰ জগতত বৰুৱা আছিল নীৰৱ কৰ্মী। বহুতো কষ্ট, বহুতো বাধা, বহুতো বেদনাৰ মাজতো বৰুৱাই তেওঁৰ সৃষ্টিৰ লক্ষ্যস্থান পাবলৈ বহুদূৰ সক্ষম হৈছিল আৰু

নির্ভীক হৈ কামত অগ্রসৰ হ'বলৈ উদগনি দিছিল। ব্ৰজেন বৰুৱাক এখন বা দুখন সফল বোলছবিৰে জুখিলে ভুল কৰা হ'ব। তেওঁৰ শৈশৱ, কৈশোৰ, যৌৱন আৰু বৰ্তমান জীৱনৰ শেষ মুহূৰ্তলৈকে সাংস্কৃতিক জীৱনৰ আচল লগৰীয়া কৰি লোৱা সত্যটোক, প্ৰতি অসমীয়াই নিশ্চয় লক্ষ্য কৰিছিল। বৰুৱাৰ সমগ্ৰ জীৱনেই এটি সাধনা আছিল আৰু সেয়েহে আজিৰ সাধনাবিহীন শিল্পীৰ পৃথিৱীত বৰুৱাৰ মৃত্যু এটি অতি দুখ লগা দুৰ্ঘটনা। তেওঁৰ আত্মাই শান্তি পাওক - এয়ে আমাৰ চিৰ সুন্দৰলৈ প্ৰাৰ্থনা।

# নাটশিল্পী হৰেন্দ্ৰলাল দাস

গুৱাহাটীৰ উজান বজাৰৰ কুমাৰ ভাস্কৰ নাট্য মন্দিৰৰ নাট ঐতিহ্যৰ বুৰঞ্জী লিখিবলৈ গ'লেই হৰেন্দ্ৰলাল দাসৰ কথা, মোৰ চকুত ভাহি উঠে। বিষ্ণু ৰাভাদেউ, ফণী শৰ্মা, প্ৰবীণ ফুকন, লক্ষ্যধৰ চৌধুৰী, সৰ্বেশ্বৰ চক্ৰৱৰ্তী, সাৰদা বৰদলৈ, চন্দ্ৰ ফুকন আদি শ্ৰদ্ধেয় নাট্যকাৰসকলে হৰেন্দ্ৰলাল দাসক কিমান মৰম কৰিছিল, নাট প্ৰযোজনাত হৰেন্দ্ৰলাল দাসক কিমান অপৰিহাৰ্য বুলি ভাবিছিল, সেই কথা মই সকৰে পৰা দেখি আহিছোঁ। অধ্যক্ষ হেম বৰুৱাদেউ, হিৰণ ফুকনদেউ, লক্ষ্য চৌধুৰীদেউ, প্ৰবীণ ফুকনদেউ, গঙ্গা শৰ্মাদেউ আদিয়ে যেতিয়া সাৰদা বৰদলৈদেৱৰ বিখ্যাত নাটক 'মগৰীবৰ আজান' মুকলি মঞ্চত কৰাই চাঞ্চল্যৰ সৃষ্টি কৰিছিল, তেতিয়া হৰেন্দ্ৰলাল দাসৰ আন্তৰিকতা, শ্ৰম, স্বাৰ্থ ত্যাগ আমি মন কৰিছিলোঁ। সদাহাস্য মুখ, পৰিপাটি পোছাক, নম্ৰ ব্যৱহাৰ আৰু কম কথাৰ হৰেন্দ্ৰলাল দাসৰ কোনো শত্ৰু আছিল বুলি ক'ব নোৱাৰোঁ। দাসে অভিনয় কৰিছিল সুন্দৰ। সৰু-সুৰা চৰিত্ৰৰ ভাও দিলেও, তেওঁ তাকে, পৰিষ্কাৰকৈ ৰূপ দিছিল। নাটকৰ্মী কোনোবা যদি বিপদত পৰে, দাসে যৎপৰোনাস্তি চেষ্টা কৰিছিল সকলো ধৰণৰ সহায় কৰিবলৈ। তৰুণ ফুকনদেৱৰ পৰিয়ালৰ ডেকা বন্ধুসকলৰ সৈতে যেতিয়া হাতী চিকাৰলৈ দাস যায়, তেতিয়া তেওঁৰ কি আনন্দ। হিৰণ ফুকনদেৱৰ সদাসঙ্গী আছিল হৰেন দাস। কামাখ্যাৰ নাটকৰ্মী গঙ্গা শৰ্মাৰ আন্তৰিক

বন্ধু আছিল হৰেন দাস। আজি দুয়ো নিশ্চয় হৰেন্দ্ৰলাল দাসৰ অনুপস্থিতি ব্যক্তিগতভাৱে বৰকৈ অনুভৱ কৰিছে। হৰেন্দ্ৰলাল দাস অবিবাহিত আছিল। মই প্ৰায়েই জোকাইছিলোঁ: 'হৰেনদা, আপোনাৰ নাটঘৰৰ সৈতেই বিয়া হৈ গৈছে যেতিয়া দ্বিতীযবাৰ বিয়া আৰু কেনেকৈ কৰে।' হৰেনদাই হাঁহে। 'প্ৰতিধ্বনি' কথাছবিত তেওঁক এটি সৰু ভাও দিছিলোঁ। ফণী শৰ্মা, বিষ্ণু ৰাভা, কমল নাৰায়ণ চৌধুৰী, ইভা আচাও, পৱিত্ৰ বৰকাকতী আদিৰ সৈতে। কলিকতাৰ ষ্টুডিঅ'ত, কেম্পত ইমান কম কথাৰে আমাৰ 'আসৰ জমাই' থকাৰ উপৰিও, মনোমোহা ব্যৱহাৰেৰে কলিকতীয়া অনা-অসমীয়া বন্ধু-বান্ধৱৰ মাজতো তেওঁ জনপ্ৰিয় হৈ পৰিছিল। হৰেন্দ্ৰলাল দাসে 'সমাজবাদ'ত বিশ্বাস কৰিছিল- ৰাজনৈতিক জীৱনত। তেওঁ ভাবিছিল 'নাটক' দুখীয়া ৰাইজৰ মাজলৈ যাব লাগে - পথাৰে, নামঘৰে, চোতালে চোতালে নাটকে ৰাইজক প্ৰেৰণা দিব লাগে বুলি দাসে প্ৰায়েই কৈছিল। অসমৰ ছ'চিয়েলিষ্ট পাৰ্টিৰ তেওঁ এজন শ্ৰদ্ধেয় সভ্যও আছিল। বিষ্ণু ৰাভা, সৰ্বেশ্বৰ চক্ৰৱৰ্তী, ফণী শৰ্মা আৰু চন্দ্ৰ ফুকনদেউ ৰোগাক্ৰান্ত হৈ যেতিয়া গুৱাহাটী মেডিকেল কলেজত চিকিৎসাধীন হৈ আছিল তেতিয়া পাণবজাৰত থকা হৰেন দাস তেওঁলোকৰ ছাঁৰ দৰে থাকি আলপৈচান ধৰিছিল। ফণী শৰ্মাদেউৰ মৃত্যুৰ সময়ত, শেষ মুহূৰ্তলৈকে যি কেইজন লোকৰ সৈতে তেখেতে মনৰ কথা পাতিছিল তাৰ মাজত অন্যতম আছিল হৰেন্দ্ৰলাল দাস। ব্ৰজেন বৰুৱাৰ মৃত্যুৰ পাছত গুৱাহাটীৰ ৰবীন্দ্ৰ ভৱনত বহা শোকসভাত মই 'হৰেনদা'ক শেষবাৰলৈ দেখোঁ। গলাবন্ধা বা মাফলাৰ এখন মেৰিয়াই পৰিপাটিকৈ ধুতি আৰু কামিজ পিন্ধি মাইক্ৰোফোনত ব্ৰজেন বৰুৱাৰ গুণ বখানি কথা কওঁতে অভিভূত হৈ পৰিছিল। মই মোৰ কাষতে বহা এজন বন্ধুক সুধিছিলোঁ - 'হৰেনদা খীণাইছে কিয় ?' বন্ধুজনে ক'লে: 'তেওঁৰ কণ্ঠত কিবা এটা হৈছে। মাদ্ৰাজলৈ যাব অলপতে।' মোৰ বুকুখন ধপধপালে। কেন্‌চাৰ নহয়তো? - যি ভাবিছিলোঁ সেয়েই। বম্বেত মই থকা কালত বন্ধু গঙ্গা শৰ্মাই মোক জনালে যে বন্ধু-বান্ধৱে মিলি হৰেনদাক চিকিৎসাৰ বাবে পঠালে মাদ্ৰাজলৈ ৫/২/৭৩ তাৰিখে। তাতে সিদিনা তেওঁ চিৰদিনলৈ চকু মুদিলে। আমি একো কৰিবকে নোৱাৰিলোঁ। কুমাৰ ভাস্কৰ নাট্য মন্দিৰৰ প্ৰতিটো ইটাই হৰেন্দ্ৰলাল দাসক চিনি পায়। অসমৰ নাট্য আন্দোলনত মৌনভাৱে, শান্তভাৱে, কোনো অভিযোগ নোহোৱাকৈয়ে অক্লান্ত পৰিশ্ৰম কৰা আমাৰ সকলোৰে অতি মৰমৰ হৰেন্দ্ৰলাল দাসক চিৰ সুন্দৰে চিৰদিনৰ বাবে ক'ৰবালৈ লৈ গ'ল।

হৰেনদা, বিদায়! আপুনি য'তে থাকে যেন শান্তিত থাকে।

# চ' চ' থাম

ভুট্টো, কিছিঞ্জাৰ, গফুৰৰ কথা এই লেখাৰ বিষয়বস্তু নকৰি আজি মই অসমীয়া সাহিত্যপ্ৰেমীক লৈ যাবলৈ ওলাইছোঁ, নিঃকিনভাবে জীৱন-যাপন কৰিও মহান সাহিত্য সৃষ্টি কৰি যোৱা, এগৰাকী খাছী কবিৰ কিছু কাষলৈ। এই শতিকাৰ চতুৰ্থ দশকত যিসকল অসমীয়া ছাত্ৰই শ্বিলঙৰ স্কুলত পঢ়াৰ সুযোগ পাইছিল তেওঁলোকৰ কাৰো কাৰো মনত আছে চ' চ' থাম নামৰ মাষ্টৰ এজনৰ মৰম লগা ব্যক্তিত্ব। চ' চ' থামনো কোন আছিল?

চ' চ' থাম মেঘালয়ৰ সাহিত্যৰ ইতিহাসত সৰ্বশ্ৰেষ্ঠ কবি। ১৮৭৩ চনত চেৰাপুঞ্জিৰ দুখীয়া পৰিয়াল এটিত জন্ম লৈ, চ' চ' থামে নানা কষ্ট কৰি শ্বিলঙৰ এখন হাইস্কুলত শিক্ষকতা কৰি ১৯৪৩ চনৰ ১৮ ডিচেম্বৰৰ দিনা চকু মুদিলে। (অৰুণাচলৰ জিৰোৰ ডেপুটি কমিশ্যনাৰ শ্ৰীতৰুণ হাজৰিকাদেৱে সিদিনা শ্ৰদ্ধাভৰা অনুভূতিৰে ক'লে, 'ভূপেন, মই চ' চ' থামৰ ছাত্ৰ আছিলোঁ।')

'এই কাগজখিলা ভালকৈ ৰাখিবি অ' আই' বুলি মৃত্যু শয্যাৰ গাৰুৰ তলত থকা পাণ্ডুলিপিখিনিৰ পিনে আঙুলিয়াই দিলে। আৰু নাতিনীজনীক ক'লে, 'আই, এই কাগজখিনি ভৱিষ্যতে কোনোবাই বিচাৰিব পাৰে।' এয়া চ' চ' থামৰ মনৰ

কথা আছিল। মেঘালয়ত একুৰি বাৰ বছৰৰ পাছত এতিয়াহে চ' চ' থামৰ মৃত্যু বাৰ্ষিকী পাতিছে। শ্ৰীপিউ, শ্ৰীৱাহলাং, শ্ৰীৰাধন সিং লিংডো, শ্ৰীডানকান, শ্ৰীৰিম্বাই আদিয়ে কৰা ইংৰাজী অনুবাদৰ পৰা এই 'অল্প শিক্ষিত' (ক্লাছ এইটলৈ পঢ়ি দাৰিদ্ৰ্যৰ বাবে মেট্ৰিক শ্ৰেণীলৈ আহিব নোৱাৰিলে) কবিগৰাকীৰ সুন্দৰ সৃষ্টিসমূহৰ কথা আমি জানিব পাৰিছোঁ কিছু দিনৰ পৰা। ৰোমিঅ' জুলিয়েট, মেকবেথ, হেমলেট সুন্দৰ খাছী ভাষাত তেওঁ অনুবাদ কৰিছিল। তাৰে কিছু পাণ্ডুলিপি সময়ত হেৰাই গৈছে বুলিও গম পাইছোঁ। উ অস্কাৰ ৱাহলাঙৰ ভাষাত "Erase out U Soso Tham or belittling this super man in Khasi literature, then the Khasis are left without a reminiscence." (এই মহান পুৰুষজনৰ নাম খাছী সাহিত্যৰ পৰা মচি পেলোৱা বা তেওঁক সৰু কৰাঁচোন, খাছীসকলে উভতি চাবলৈ একো নেথাকিব।) চ' চ' থামে মানৱৰ পাপত চিন্তিত হৈ লেখিছিলঃ (এই লেখকৰ মুকলি অনুবাদ)

'মানৱৰ বুদ্ধি, জ্ঞান আৰু পোহৰ
যেন পৰিৱৰ্তিত হৈ হৈ গৈছে অন্ধ নিশাৰ চিত্ৰৰ।
মানৱ যেন এগৰাকী বিধৱা
শিশু এটি সাবটি লৈ
পাছলৈ লৰৰিছে বনৰীয়া হৈ।
পোহৰৰ ফুলবোৰ ফিৰিঙতি হ'ল,
অৱশিষ্ট ৰ'ল ; এন্ধাৰৰ কৌৰৱ।।

(ৰামধেনু)

ব্যক্তিগত জীৱনত চ' চ' থামে বৰ অৱহেলা পাইছিল। তেওঁক 'অৰ্দ্ধশিক্ষিত বলিয়া মাষ্টৰ' বুলি তেওঁৰ ওচৰলৈ গৈ জ্ঞানৰ ফালৰ পৰা উপকৃত হোৱা খাছী ইণ্টেলেকচুৱেলকেইজনে অকল তেওঁক উপদেশ দিলে। দৰিদ্ৰ মাষ্টৰজনক তেওঁলোকৰ সুৱৰ্ণ নিদিলে। তেওঁৰ সাহিত্যৰ প্ৰচাৰ নিদিলে। প্ৰকাশ নিদিলে। মাথোঁ এজন গুণগ্ৰাহী অশিক্ষিত সাধাৰণ মানুহে তেওঁৰ কবিতা কেইটামান ছপাবলৈ কিছু ধন আগবঢ়ালে। সেই কবিতা পুথিৰ নাম হ'ল 'কা দুইতাৰা কৃচিয়াৰ্।' তেওঁৰ কবিতাত আশাবাদ চাওক -

"হেৰা নীলা আকাশ,
তুমি আমনি নেপাবা
দুষ্কৃতিৰ ৰৰবুণ বন্ধ হয় হয়।
ক'লা ক'লা মেঘ ৰঙীণ হ'ব

ৰামধেনুৰে নানা ৰং ছটিয়াব
দানৱক মানৱে গচকিব
মানুহ সুন্দৰৰ শিশু হ'ব তেতিয়াহে।"

চ' চ' থামে আৰু লিখিছিল -

'So in the council of all flesh
Mediates a champion pure and fresh
The portals of the sum he clings,
To wake her up he flaps his wings,
When thrice the cock his clarion blows,
This world to kindly light then glows.
(Oscar Wahlang এ কৰা অনুবাদ)

কিছু কিছু ক্ষেত্ৰত, খাছী সাহিত্যই আজি কিছু কিছু ভাৰতীয় অন্যান্য ভাষাৰ উন্নত সাহিত্যৰ সৈতে সহজতে ফেৰ মাৰিব পৰা হৈছে। ভাৰতৰ জনজাতীয় সাহিত্যৰ মাজত খাছী সাহিত্য সবাতোকৈ পূৰঠ। Mokhmer ভাষাগোষ্ঠীৰ মাজত খাছী সাহিত্য নিঃসন্দেহে সৰ্বশ্ৰেষ্ঠ। এই শতাব্দীত খাছী সাহিত্যিক ৰেভাৰেণ্ড মোৰ্খা জোচেফ খাইন; এছ এম আমজাদ আলিয়ে, আৰু ডঃ জন ৰবাৰ্টছে খাছী কবিতাক বহুদূৰ আগবঢ়ালে। যদিও Epic poetryৰ ক্ষেত্ৰত হাত দিয়া নাছিল। এওঁলোকৰ উপৰিও ৰাধন সিং বেৰী, চ' চ' থাম, ডি ৰাহলাং; ৰেভাৰেণ্ড ইলয়াছ, বি অঙ্কিউ, প্ৰিমৰ'জ গেডফো, ভিক্তৰ বাৰেহ, এফ এম পিউ, ডি এছ খংডুপ, এছ জে ডানকান, ও এম ৰাহলাং, বি চি জিউৰা, বি আৰ খাৰলুখী আদিয়ে খাছী কবিতাক এক উন্নত মানদণ্ডলৈ আনিলে। অধ্যাপক ৰাধন সিং লিংডোৰ মতে, "But the name of Soso Tham rests on the highest pinnacle among the literary towers." খাছী সাহিত্যৰ সকলো কবিৰ মাজত থামৰ সৃজনী প্ৰতিভা সৰ্বোত্তম, গভীৰতম। কবি ৰবাৰ্টছৰ মতেঃ-"থাম' প'য়েট লৰীয়েট অব্ দা খাছী হিলছ।" কবি ৰাহলাঙৰ মতে "চ' চ' থাম অকল এটি Myth নহয়, এটি Cultও।"

চ' চ' থামৰ "কি চঙি বাৰিম উ হিম্নেউ ট্ৰেপ" (সাতোটি পঁজাৰ পুৰণি দিন) নামৰ এপিক কবিতাৰ পুথিখন খাছী সাহিত্য কিয় ভাৰতীয় সাহিত্যৰ আকাশতো উজ্জ্বল তৰাৰ দৰে জিলিকিব পাৰে যদি অৱহেলা আৰু পাহৰণিৰ ক'লা মেঘখিনি আজিৰ সাহিত্য বিশ্লেষক-সমালোচকে আঁতৰাই দিব পাৰে। এই কবিতাৰ পুথিখন দহটা অধ্যায়ত চ' চ' থামে ভগাইছে - আৰু প্ৰতিটো অধ্যায়ৰে সুন্দৰ কাব্যিক

নামকৰণ কৰি গৈছে। ১ম অধ্যায়ৰ নাম 'সোণালী চিন্তা'। ২য় অধ্যায় কুসুম উদ্যান, ৩য়ঃ প্ৰকৃতিৰ কোলাত; ৪র্থঃ ডাঠ ক'লা মেঘ; ৫মঃ অদৃশ্য দানৱী ভূত; ৬ষ্ঠঃ সম্ভাৱনাৰ ৰামধেনু; ৭মঃ আইৰ ঘৰৰ জুইশাল; ৮মঃ আপোন দেশৰ মাটি; ৯মঃ লামাৰে পাহাৰৰ শিখৰ; ১০মঃ সোণালী যুগ। এই দহোটা অধ্যায় কিন্তু দীঘল এপিক কবিতা।

ৰবীন্দ্ৰনাথ ঠাকুৰে বাঙালী জীৱন আৰু লক্ষ্মীনাথে অসমীয়া জনজীৱনৰ অতীত, বৰ্তমান আৰু ভৱিষ্যতক যেনেকৈ বিভিন্ন কবিতাৰে স্পৰ্শ কৰিয়েই নহয়, গভীৰভাৱে সোমাই অমৰ কৰি গৈছে, ঠিক তেনেকৈয়ে খাছী জাতিৰ ঐতিহ্য আৰু সংস্কৃতিৰ আপুৰুগীয়া জিলিকনিখিনি মননশীলতাৰে, গভীৰ আন্তৰিকতাৰে অমৰ কৰি গৈছে এই 'সাতোটা পঁজাৰ পুৰণি দিন' নামৰ এপিক আৰু অন্যান্য কবিতাৰে।

চ' চ' থামে বিশ্বভ্ৰমণ কৰিছিল মনেৰে। দৰিদ্ৰ শিক্ষক এজনে কেনেকৈযেবা ধনহীনভাবে ভ্ৰমণ কৰিব পাৰে। প্ৰকৃতিৰ কোলাত থকা খাছী পাহাৰৰ ডিয়েংচিয়ে গছৰ পাতৰ আগত ওলমি থকা নিয়ৰ বিন্দুতে বিশ্বদৰ্শন লাভ কৰিছিল। নিজৰ দেশক, নিজৰ কৃষ্টিক ভাল পাই তেওঁ লিখিছিল এটি কবিতা। এটি কবিতাৰ নাম "কোঁচ খাই থকা কপালখন।" সেই কবিতাত তেওঁ লিখিছে (ভাবাৰ্থ) এনে কোনোবা এজন আছেনে যিজনে বিদেশৰ পৰা ঘূৰি আহি নিজৰ দেশৰ আপোনজনক দেখি, নিজৰ দেশক বা মাতৃভূমিক দেখি, চিঞৰি নুঠে এইখনেই মোৰ দেশ. পৃথিৱীত ক'তো বিচাৰি নোপোৱা দেশ? যদি আছে, তেন্তে তেনেজনৰ ওচৰলৈ নাযাবা, তেনেজনৰ সৈতে খোৱা-বোৱা কৰাও পাপ। চহৰে-নগৰে তেওঁৰ অস্তিত্বক অবৈধ কৰি তোলাঁ। মিঃ পিটৰ অনুবাদত

"There's such a one !
Near him don't go,
With him to eat a drink is woe !
In towns and cities let him be out law'd
His bag and baggage,
he all be fraught."

ৱৰ্ডছৱৰ্থৰ দৰে চ' চ' থামে প্ৰকৃতিক ভাল পাইছিল মাতৃৰ কোমল কোলাৰ দৰে। 'সোণৰ সজা ভাঙি মুকলি হোৱা চৰাই'ৰ দৰে 'বসন্তৰ সেউজীয়া পাহাৰ ভৈয়াম'ৰ ওপৰেদি মনেৰে উৰিছিল চ' চ' থাম। 'মৌন পাহাৰ'ৰ উচ্চ শিখৰৰ পিনে তেওঁৰ মন-পখী সদা ধাৱমান, অথচ, তেওঁৰ সমাজৰ 'yesterdays,

the long ago and later on, the present or the Morrow' ৰ পিনে সূক্ষ্ম দৃষ্টি দি 'দুইতাৰাৰ সোণালী তাঁৰ'ৰ মিঠা সুৰত জীৱনৰ জয়গান শুনাই গৈছিল। উৰ্ধকমাৰ ভিতৰত থকা শব্দখিনি উ চ' চ' থামৰ কবিতাত ব্যৱহাৰ কৰিছিল। চ' চ' থামৰ কবিতাৰ বিষয়বস্তুৰ নায়ক-নায়িকাসকল চুপাৰমেন বা ধনী আক্ৰমণাত্মক মনৰ ৰাজকোঁৱৰ, ৰাজকুমাৰী নাছিল। থাম দৰিদ্ৰ- বন্ধু আছিল। তেওঁৰ কবিতাত সহানুভূতি পাইছিল এজন সাধাৰণ মানুহে, যি ন্যায় অন্যায়ৰ যুদ্ধত অকলে ন্যায়ৰ বাবে সংগ্ৰাম কৰি উন্নত শিৰে থিয় হৈছিল। তেওঁৰ কবিতাত প্ৰাণ পাইছিল, ভিখাৰী, মাতৃ-পিতৃহীন শিশু এজনে, যি নিজৰ দুখীয়া অসহায় ভায়েকৰ বাবে মৃত্যু বৰণ কৰিছিল। তেওঁ কবিতাত হিৰোৱাইজ কৰিছিল এজন অন্ধ লোক-গায়কক যি জীৱিকা নিৰ্বাহৰ বাবে জীৱনৰ পেৰাডক্সপূৰ্ণ সত্য গীত গাই ফুৰিছিল - দুইতাৰা বজাই বজাই।

চ' চ' থামে সাতোটি পঁজাৰ পূৰণি কথাৰ পঞ্চম আৰু ষষ্ঠ অধ্যায়ত খাছীসকলে নিজৰ কৃষ্টিৰ বিষয়ে পাহৰি পেলোৱাৰ কথা দুখেৰে উল্লেখ কৰিছিল। খাছী পাহাৰৰ লোকৰ নিজৰ ঐতিহ্যৰ কথা পাহৰি কেনেকৈ ইংৰাজ জীৱন লৈছিল আৰু তাৰ পৰিণাম কি হ'ব তাকে সোঁৱৰাই দিছিল। বৃটিছৰ কথা তেওঁ এইদৰে উল্লেখ কৰিছিল - "British had enmeshed us completely with their wiles and guiles when they succeeded to make us sing 'God save the king' with heads held high when we should have hung them low, had dug the grave of our culture when they had been able to make us look down upon it to ape theirs which had stunted our intellectual growth and warped our natural outlook on life-" আৰু তৎক্ষণাৎ থামে মিল্টনৰ ভাষাত চিঞৰি উঠিছিল - "Awake; arise or before ever fallen !"
(R.T. Rymbai, I.A.S.)

চ' চ' থামে ভাবিছিল ঃ "বৃটিছে ছলে-কৌশলে আমাক ইংলণ্ডৰ ৰজা কুশলে থাওক গীত গোৱাইছে। আচলতে আমাৰ শিৰ লাজত নত হোৱা উচিত। আমাৰ জাতীয় কৃষ্টিৰ কবৰ খন্দাইছিল আমাৰ দ্বাৰাই। আমাৰ নিজৰ কৃষ্টিৰ বিষয়ে লাজ পাবলৈ আমাক বৃটিছে শিকাইছে। আমাক বান্দৰসদৃশ কৰি বৃটিছৰ ৰীতি-নীতি অনুকৰণ কৰাইছে। আমাৰ নিজস্ব বৌদ্ধিক জীৱন লেৰেলাই পেলাইছে। আমাৰ জীৱনৰ স্বাভাৱিকতাক নষ্ট কৰিছে।"

এনে উক্তি যিজন কবিৰ, সেই কবিৰ দেশপ্ৰেমৰ বিষয়ে কিবা সন্দেহ থাকিব

পাৰেনে? তেওঁ জীৱিকা নিৰ্বাহৰ বাবে সক এটি শিক্ষকতা কৰি কলমেৰে গোটেই খাছী জাতি আৰু ভাৰতীয়ক সকীয়াই থৈ গৈছে - আৰু কৈ গৈছে - 'নিজে নিজক চিনা'।

চ' চ' থামে সোণালী যুগৰ কথা সোঁৱৰাই অনাগত ভৱিষ্যতৰ কামধেনুৰ কথা কবিতাৰে চিঞৰি গৈছেঃ

'In the time of the golden age divine
God comes down to walk with man.'

থামৰ মতেঃ ভগৱানহে আহিব মানুহৰ সৈতে খোজ কাঢ়িবলৈ সেই সোণালী দিনত।

চ' চ' থাম স্বাভাৱিক কবি আছিল। তেওঁৰ কবিতা স্বতঃস্ফূৰ্ত। মেঘালয়ৰ নিজৰাৰ দৰে পৱিত্ৰ। ব্যাকৰণ তেওঁ অধ্যয়ন কৰিছিল যদিও নম্ৰভাৱে কৈ গৈছেঃ "মই কবিতাৰ আৰ্ট নাজানো। ফুট, মিটাৰ, ৰাইম, ৰীদ্‌ম, আইডিয়া এইবোৰ মোৰ মানত মৃত গৰুৰ সিচৰতি হৈ থকা জঁকাৰ হাড় যেনহে। খাছী কবিতা আৰু সাহিত্য কেনেকৈ সৃষ্টি কৰিব লাগে মোক যে কোনেও শিকোৱা নাই।"

এয়া হ'ল শ্বিলঙৰ আধুনিক ইংৰাজী কোৱা ইণ্টেলেকচুৱেলসকললৈ তেওঁৰ অভিমান নিক্ষেপ। ইয়াকে কয় আত্মবিশ্বাস।

চ' চ' থামে ১৮৭৩অৰ পৰা ১৯৪০ চনলৈ আমাৰ তেতিয়াৰ অসমৰ বুকুতে বিচৰণ কৰি কবিতা গাই গৈছে। ৩২ বছৰ পিছত এতিয়া মেঘালয়ে (১৮৭৩-১৯৭৩) গৌৰৱেৰে জন্মশতবাৰ্ষিকী পাতিছে। অসমৰ হৈ আমিও জনতাৰ মহান কবিগৰাকীলৈ শতকোটি নমস্কাৰ জনাইছোঁ।

# বুৰঞ্জীৰ তথ্য ঘাটোঁতা
# সৰ্বেশ্বৰ বৰুৱা

**'গ'লগৈ আৰু**
**সেই শেষৰজনো বুৰঞ্জীৰ তথ্য ঘাটোঁতা —'**
**'দেশতকৈ মোমাই ডাঙৰ নহয়' বাণীৰ উদ্ধাৰ কৰোঁতাজন গ'লগৈ —**

'— গ'লগৈ আৰু সেই শেষৰজনো। বুৰঞ্জী ঘাটোঁতা বিচক্ষণ পুৰুষজন। মোৰ ব্যক্তিগতভাৱে অপূৰণীয় ক্ষতি হ'ল। ৰাজহুৱাভাৱে যে কিমান হ'ল তাক সময়েহে বিচাৰ কৰিব'- বুলি বেণুধৰ শৰ্মাদেৱে সিদিনা আক্ষেপ কৰিছে। (১৯৭৫ চনৰ ২ জুলাইৰ দুপৰীয়া ডেৰ বজাৰ পাছত)। কোৱা বাহুল্য, শ্ৰদ্ধেয় শৰ্মাদেৱৰ এই মত - বহুমুখী প্ৰতিভাৱন্ত বৰেণ্য চিন্তাবিদ সৰ্বেশ্বৰ বৰুৱাৰ বিষয়ে। সেই মুহূৰ্ত্ততে, নবৈ বছৰ আগতে জনমি, যোৱা চাৰি কুৰি বছৰে চিন্তা জগতত দপ্‌দপাই থকা সৰ্বেশ্বৰ বৰুৱাদেৱৰ উশাহ-নিশাহ চিৰদিনৰ বাবে বন্ধ হৈছে তেখেতৰ উত্তৰ লক্ষীমপুৰৰ বাসভৱনত। সেইদিনাই তেখেতৰ অন্ত্যেষ্টিক্ৰিয়াৰ

সময়ত জাতি-ধৰ্ম-ভাষা নিৰ্বিশেষে লাখ লাখ জনতাৰ এক কিলোমিটাৰ জুৰি হোৱা অশ্ৰুসিক্ত সমদলেই প্ৰমাণ কৰে বকুৱাদেউ অকল কল্পনাৰ হাতীদঁতীয়া স্তম্ভত বহি চিন্তা কৰা বিধৰ লোক নাছিল। সমান্তৰালভাৱে, জনগণৰ মুক্তিৰ বাবেও, দিনে-নিশাই, হাতে-কলমে, আহিঁ দৰ্শাইছিল। এটা জাতিক বিদেশী দমনৰ পৰা মুক্তি দিব লাগে, সেয়েহে তেখেতে প্ৰথমেই মুক্তিযোদ্ধাৰূপে ৰণত জঁপিয়াই পৰি কাৰাবৰণ কৰিছে। ইমান বছৰে বকুৱাদেউ অসম বিধানসভাৰ মাননীয় সদস্য আছিল যে তেখেত আৰু এবাৰ নিৰ্বাচিত হ'লেই হাঁহিমুখে অসমৰ মুখ্যমন্ত্ৰীৰ ক্ষমতা ল'ব পাৰিলেহেঁতেন। সেইটো তেখেতৰ চৰম উদ্দেশ্য নাছিল। উচ্চমানবিশিষ্ট আইনজ্ঞ হোৱাৰ হেতু তেখেতে জনগণৰ কল্যাণৰ বাবে কেবাখনো আইন ৰচি, চৰকাৰৰ দ্বাৰা গ্ৰহণ কৰোৱাইহে গৈছে। প্ৰথম শ্ৰেণীৰ সাহিত্যিক বকুৱাদেৱে লিখিছে ৰাইজে মনেৰে ভাল পাব পৰা বহু উচ্চ মানদণ্ডৰ প্ৰবন্ধ আৰু কবিতা। পাঠ্যপুথিত থকা মিঠা শিশু কবিতাও।

এটা জাতিৰ অতীতৰ লুপ্ত গৌৰৱ পুনৰ ফিৰাই আনিবলৈ অসমৰ দেৱালয়ত লুকাই থকা মধ্যযুগীয় তাম্ৰফলি উলিয়াই তাৰ পাঠ উদ্ধাৰ কৰিছে। আহোমৰ দিনৰ 'হিলৈ' উদ্ধাৰ কৰি, চিনাক্তকৰণ কৰি যাদুঘৰলৈ পঠাইছে। অসম দেশখনক ভাল পোৱাৰ লগতে অসমৰ শ্যামল প্ৰকৃতিত বাস কৰা বন্য ম'হ যাতে কোনেও গুলীয়াই হত্যা কৰিব নোৱাৰে তাৰ বিষয়েও আইন প্ৰণয়ন কৰি গৈছিল বকুৱাদেৱে। তেখেতৰ প্ৰিয় শিষ্য চাদিৰ হুছেইন সম্পাদিত 'জননী' নামৰ আলোচনীৰ মাজেৰেই বকুৱাদেৱে কানি বৰবিহৰ বিৰুদ্ধে নীতি-প্ৰচাৰ কৰিছিল। "অসমীয়া সাহিত্যৰ সমালোচক বুৰঞ্জী লিখকসকলে এসময়ত বকুৱাক সমীহ কৰি চলিব লাগিছিল।" বুলি সিদিনা ডঃ মহেশ্বৰ নেওগদেৱে কৈছে। প্ৰত্নতত্ত্বৰ বাহিৰেও বুৰঞ্জী বিশ্লেষণত সৃজনী প্ৰতিভা দেখুৱাব পৰা মহৎ গুণৰ অধিকাৰী আছিল বকুৱাদেউ। তেখেতে জনা উত্তৰ লক্ষীমপুৰৰ বাসুদেৱ থানৰেই হওক বা শদিয়াৰ চুটিয়া ৰাজ্যৰ বিষয়েই হওক গৱেষণামূলক তথ্যপাতিসমূহ আজিও কোনেও খণ্ডন কৰিব পৰা নাই। মোগল আৰু অসমীয়াৰ মাজত হোৱা ৰণৰ কাৰ্যত গাফিলতি কৰা কোনোবা এজন মোমায়েকক কোনোবা এজন ভাগিন সেনাপতিয়ে হত্যা কৰিছিল। সেই ভাগিনজন যে বীৰ লাচিত বৰফুকনেই আছিল সেই সত্য নিৰ্ণয় কৰিছিল বকুৱাদেৱে। আজি বকুৱাদেৱৰ বাবেই অসমীয়া জাতিয়ে '**মোৰ দেশতকৈ মোমাই ডাঙৰ নহয়**' অমৰ বাক্যটি কথাই কথাই আওৰাই গৌৰৱ অনুভৱ কৰিব পাৰিছে। পৈণত সংসদী জ্ঞান, দৃঢ়মনা ব্যক্তিত্ব, অসমীয়া ভাষা-সাহিত্যৰ প্ৰতি সক্ৰিয় জীৱনজোৰা অনুৰাগ, অধ্যয়নশীলতা,

প্ৰত্নতত্ত্ব আৰু ইতিহাসক চালি-জাৰি জীয়ন্ত কৰি জাতিক প্ৰেৰণা দিব পৰা ক্ষমতা, সুতৰ্কজ্ঞান, মুক্তিযুদ্ধৰ ৰণাঙ্গনত হাঁহি মুখে জাঁপ দিয়া সাহসিকতা - এই সকলোবোৰ গুণ-জ্ঞানেৰে পৰিপূৰ্ণ কীৰ্তিমন্ত পুৰুষ সৰ্বেশ্বৰ বৰুৱা আজি আমাৰ মাজত নাই। ১৮৮৬ চনৰ অক্টোবৰ মাহত ধলপুৰত জন্ম লাভ, ১৯০৭ চনত এণ্ট্ৰেন্স পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হৈ শ্ৰীশ্ৰীআউনিআটীয়া সত্ৰাধিকাৰৰ স্বৰ্ণ পদক লাভ, ১৯১১ চনত কটন কলেজৰ প্ৰথম দলটোৰ ছাত্ৰ হৈ বি এ পাছ কৰি কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ১৯১৫ চনত বি এল ডিগ্ৰী দক্ষতাৰে লৈ দৰ্শন শাস্ত্ৰত এম এ পঢ়িবলৈ আৰম্ভ কৰোঁতেই পিতৃদেৱৰ মৃত্যুত ঘৰলৈ গুচি অহাৰ পাছত বৰুৱাদেৱে উভতি চোৱাৰ সময় পোৱা নাই। ঠিক নবৈ বছৰ বয়সত সিদিনা, কথা-বতৰা কৈ স্বাভাৱিকভাৱে গোসাঁইঘৰৰ নিৰ্মালি নিজেই মূৰত লৈ বৰ জোঁৱায়েকৰ কান্ধত ঢলি পৰিল এই মহান কৰ্মীগৰাকী। কেইবাজনো সুযোগ্য সন্তান এৰি যোৱাৰ উপৰিও জাতিৰ বাবে এৰি থৈ গৈছে পদে পদে সু আৰ্হি। প্ৰকাশন পৰিষদে বৰুৱাদেৱৰ সাহিত্যখিনি একেলগে প্ৰকাশ কৰি উলিয়ালে দেশৰ চিন্তাশীল ব্যক্তিসকলৰ উপকাৰ হ'ব। বৰুৱাদেউৰ আত্মাই চিৰজ্যোতিৰ কাষতে যে আসন পাব তাত আমাৰ সন্দেহ নাই।

# শৰৎ চন্দ্ৰ

অমৰ কথাশিল্পী শৰৎ চন্দ্ৰ। শৰৎ চন্দ্ৰৰ 'দেৱদাস'ক চিত্ৰায়িত কৰি প্ৰমথেশ বৰুৱা তেতিয়া বঙ্গদেশত অতি জনপ্ৰিয় হৈ উঠিছে। ৰবি ঠাকুৰেও তেওঁৰ গীত চিনেমাত ব্যৱহাৰ কৰিবলৈ দিছে। মন কৰিব, প্ৰথমবাৰৰ বাবে প্ৰমথেশকহে। এদিন ৰবি ঠাকুৰে মৰমতে প্ৰমথেশক শান্তিনিকেতনলৈ মতাই নি সুধিলে ঃ কি হে প্ৰমথেশ, তুমি শৰৎ চন্দ্ৰৰ সৃষ্টিক লৈহে দেখোন ব্যস্ত। মোৰ গল্পৰ ছবি নকৰা নেকি? প্ৰমথেশে কি উত্তৰ দিব? প্ৰথম প্ৰথম কথা, ঠাকুৰে বৰ পোনপটীয়া প্ৰশ্ন কৰিছে। দ্বিতীয় কথা, ৰবি ঠাকুৰৰ ওচৰতে মিচিকিয়াই বহি আছে শৰৎ চন্দ্ৰ চট্টোপাধ্যায় স্বয়ং। প্ৰমথেশ কিছু পৰ মৌন হৈ থাকিল। ৰবি ঠাকুৰেও মিঠা হাঁহি এটি মাৰি এবাৰ প্ৰমথেশলৈ চায়– এবাৰ শৰৎ চন্দ্ৰলৈ চায়। মৌনতাখিনি বৰ আমোদজনক হৈ উঠিছে। প্ৰমথেশে তেওঁৰ স্বভাৱসুলভ সাহসেৰে উত্তৰ দিব বুলি ভাবিছে। এনেতে ৰবি ঠাকুৰে পুনৰ সুধিলে, কি প্ৰথমেশ, মোৰ গল্পৰ ছবি নকৰা নেকি? প্ৰমথেশে তৎক্ষণাৎ উত্তৰ দিলে, "গুৰুদেৱ, আপনাৰ লেখা দেখাৰ নয়, উপলব্ধি কৰাৰ। শৰৎ বাবুৰ লেখা চিত্ৰনাট্যৰ মত। আমৰা শুধু কেমেৰা চালালেই সুন্দৰ ছবি হয়।"

এই সঁচা কাহিনীটো ঘটোঁতে ওচৰতে বহি আছিল প্ৰমথেশৰ প্ৰথমা স্ত্ৰী মাধুৰী বৰুৱা। তেখেতেই এই লেখকক এই বিষয়ে কৈছিল ১৯৫৮ চনত। গৌৰীপুৰত 'মাহুত বন্ধুৰে' ছবিখন কৰাৰ সময়ত।

প্ৰমথেশৰ এই মন্তব্যৰ কথা আৰু অৰ্থপূৰ্ণ হৈছে- শৰৎ চন্দ্ৰৰ এই শতবাৰ্ষিকীৰ সময়ত।

'Tagore belonged to the world; at least in his middle years. Sarat Babu was Bengal's own, and more intimately than Tagore.' বুলি সিদিনা লিখিছে জনৈক বিখ্যাত বাংলা সাহিত্য সমালোচকে। শৰৎ চন্দ্ৰই বাংলা সাহিত্যত কেতিয়া প্ৰথমে প্ৰৱেশ কৰে কোনেও ধৰিবকে নোৱাৰিলে। তেওঁৰ প্ৰথম লিখাসমূহ পঢ়ি পাঠকে ঠাকুৰৰ সৃষ্টি বুলি ভাবিছিল যদিও দুয়োজনৰ বিষয়বস্তু, প্ৰকাশভংগী আৰু জীৱন-দৰ্শনত পাৰ্থক্য আছিল। ৰবি ঠাকুৰ আছিল লেগেড্ এৰিষ্ট'ক্ৰেছী বা জমিদাৰৰ ঘৰৰ ল'ৰা। শৰৎ চন্দ্ৰৰ প্ৰতিটো বাক্যত বাংলা মিড্‌ল ক্লাছৰ আশা-নিৰাশা ফুটি উঠিছিল, কাৰণ তেওঁ সেই ক্লাছৰ। তেওঁৰ প্ৰকাশ সৰল আৰু বাস্তৱ। তেওঁ জনসাধাৰণৰ, বিশেষকৈ নাৰীসকলৰ গোপন মনৰ খবৰ ৰাখি তাক জীৱন্ত কৰি তুলিছিল। আমাৰ মনত আছে, আমাৰ মা, মাহী-পেহীয়েও দুপৰীয়া ভাত খাই উঠি জিৰাবৰ সময়ত শৰৎ চন্দ্ৰৰ উপন্যাসত ডুব যোৱা কথা। যিমান ভাৰতীয় ভাষাত শৰৎ চন্দ্ৰ অনূদিত হৈছে- সেই সকলো ভাষাৰে নাৰীসকলে শৰৎ চন্দ্ৰক কৃতজ্ঞতাৰে গ্ৰহণ কৰিছে। তেওঁৰ লিখনী আন্তৰিকতা আৰু বাস্তৱতাত জুবুৰিয়াই লৈহে লিখা আৰম্ভ কৰিছিল। শৰৎ চন্দ্ৰই সামন্তযুগীয় ষ্টাইলত হোঁকা নেখাইছিল- খাইছিল মধ্যবিত্ত সাধাৰণ লোক এজনৰ দৰেহে।

যুগে যুগে শৰৎ বাবুৰ "পল্লী সমাজ" অমৰ হৈ থাকিব, সমাজ সংস্কাৰক আৰু গাঁও সংগঠকসকলৰ বাবে। 'শ্ৰীকান্ত' হৈ থাকিব ক্লাছিক। 'দেৱদাস' হৈ থাকিব 'চন্দ্ৰমুখী'সকলৰ বাবে আনুভূতিক আশ্ৰয়। ৰেঙ্গুনলৈ কেৰাণী হৈ গৈ শৰৎ বাবুৱে লিখিলে 'পথেৰ দাবী'। ইংৰাজ চৰকাৰে সেই কিতাপ 'নিষিদ্ধ' কৰা কথাটোৱে প্ৰমাণ কৰে শৰৎ চন্দ্ৰৰ জাতীয়তাবাদৰ প্ৰতি থকা সন্মান। আঠ অনা দামৰ "জনৈকা নাৰীৰ দাম" নামৰ সৰু পুস্তিকাখনেও প্ৰমাণ কৰে শৰৎ চন্দ্ৰই অৱহেলিতা নাৰীৰ প্ৰতি কিমান শ্ৰদ্ধা দৰ্শাইছিল। এই পুস্তিকাক লৈ তাহানি ঠাট্টা-মস্কৰাও কৰিছিল বহু শ'ভিনিষ্টিক পুৰুষে। আন্তৰ্জাতিক নাৰী বৰ্ষত ই মন কৰিবলগীয়া কথা।

শৰৎ চন্দ্ৰৰ ৰবি ঠাকুৰৰ প্ৰতি সন্মানৰো তুলনা নাই। এবাৰ শৰৎ চন্দ্ৰৰ

-গুণগ্ৰাহী এজনে তেওঁক কৈছিল, "শৰৎ বাবু, আপুনি ৰবি ঠাকুৰতকৈ ভাল লিখে।" শৰৎ বাবুৱে তৎক্ষণাৎ সেই মানুহজনক ক'লে, "এৰা, ৰবি ঠাকুৰে লিখে আমাৰ দৰে লোকৰ বাবে আৰু মই লিখোঁ- আপোনালোকৰ দৰে লোকৰ বাবে।" কথাষাৰত শৰৎ বাবুৰ অপূৰ্ব নম্ৰতাও ওলাই পৰিল।

শৰৎ চন্দ্ৰই ডিকেন্স বা দস্তয়ভ্‌স্কী পঢ়িছিল নে নাই নেজানো। কিন্তু তেওঁৰ লিখা পঢ়িলে দুয়োজনৰে চিন্তাৰ গভীৰত্ব পাওঁ। বিশেষকৈ ডিকেন্সৰ। শৰৎ চন্দ্ৰৰ চৰিত্ৰ আছিল জীৱনৰ পৰা বোটলা। তেওঁৰ আশে-পাশে থকা চৰিত্ৰ। পটভূমিকা লৈছিল বাস্তৱতাৰে ভৰা। তেওঁতকৈ কম গুণৰ সাহিত্যিকেও বিশ্বত নোবেল প্ৰাইজ পাইছিল। শৰৎ চন্দ্ৰই পাইছিল মূক অৱহেলিতজনৰ নিচেই আপোন আলিঙ্গন।

এই মহান কথা-শিল্পীগৰাকীলৈ,
এই শতবাৰ্ষিকীত
যাচিলোঁ শ্ৰদ্ধাৰ শৰাই-

# ঋত্বিক ঘটক

এই শতিকাৰ পঞ্চম দশকৰ প্ৰথম ভাগৰ কথা। - মোৰ মনত আছে ঋত্বিকক। ক্ষীণ মানুহজন। গণনাট্য সংঘৰ তেতিয়া প্ৰচণ্ড সংগ্ৰাম চলিছে ভাৰতত। কাৰ বিৰুদ্ধে? বুৰ্জোৱা সংস্কৃতিৰ বিৰুদ্ধে।

গণ সংগ্ৰামৰ বাবে জ্যোতিপ্ৰসাদে তেতিয়া চিঞৰি উঠিছে "ৰাইজেই ভাৰৰীয়া দেশেই নাট ঘৰ।" কাশ্মীৰৰ প্ৰফেছৰ নাদিম, অসমৰ হেমাঙ্গ বিশ্বাস, বঙ্গদেশৰ সলিল চৌধুৰী, মহাৰাষ্ট্ৰৰ অমৰ শেখ, বিহাৰৰ শৈলেন্দ্ৰ, পঞ্জাবৰ বলৰাজ সাহনী, সুৰেন্দ্ৰ কউৰ, উৰিষ্যাৰ মনমোহন দাস, কেৰালাৰ ৰামু কাৰিয়াট আৰু বাবু, গুজৰাটৰ যশোৱন্ত ঠাকুৰ, দীনা সংভী, বম্বেৰ কে আহমদ আব্বাচ, প্ৰেম ধাৱান, চেতন আনন্দ আদি জঁপিয়াই পৰিছে গণনাট্যৰ বিৰাট আন্দোলনত। এই লিখক তেতিয়া আহিছে পল ৰ'বছনৰ সান্নিধ্যত থাকি আমেৰিকাৰ পৰা। ইয়াংকি হৈ? নহয় ভাৰতীয় হৈ!! ভাৰতৰ প্ৰেমত দুনাই পৰিছে, বৰপেটাৰ নৰহৰি বুঢ়াভকত, শিৱসাগৰৰ মঘাই ওজা, বৰপেটাৰ ভঁৰালী, পাঠশালাৰ তালুকদাৰ, শিৱসাগৰৰ বহু শিল্পী, খাছী পাহাৰৰ ফিলকিন লালু, কোকৰাঝাৰৰ ব্ৰহ্ম, বসুমতাৰী আদিৰ সক্ৰিয় উৎসাহত গণকৃষ্টি বিদ্যুৎ-বেগে আগুৱাই গৈছে।

কলিকতা মহানগৰীত গণনাট্যৰ জোৱাৰ উঠিছে। সেই সময়ত ফিল্মক কেনেকৈ ন-কৈ সমাজ পৰিৱৰ্তনৰ বাবে ব্যৱহাৰ কৰিব পাৰি তাৰ বাবে চিন্তা কৰিছে কেইবাজনেও। ঋত্বিক ঘটকৰ ঘৰলৈ মোক লৈ গৈছে হেমাঙ্গ বিশ্বাসে। ঋত্বিকে ফিল্ম মাধ্যমৰ কথা মোক কৈছে- আৰু কৈছে নতুন কনটেণ্টৰ কথা। ময়ো তবধ মানিছোঁ।

আমেৰিকা-ইউৰোপৰ চিত্ৰনাট্যৰ নতুন ধাৰা দেখি আহিও এই ক্ষীণ ওখ মানুহজনৰ কথাত ভোল গৈছোঁ। মোৰ বিশ্বাস আছিল ঋত্বিকে ফিল্ম কৰিলে দুৰ্দান্ত ফিল্ম কৰিবগৈ। কৰিলেগৈ। সত্যজিতৰ 'পথেৰ পাঁচালী'য়ে যদি নৱ-বাস্তৱবাদৰ বাট কাটিলে তেন্তে ঋত্বিক ঘটকৰ 'অযান্ত্ৰিক' ছবিয়ে সেই নতুন বাটত গ্ৰেভেল পেলালে। মোৰ মনত আছে 'বসুশ্ৰী' চিনেমাৰ ওপৰত বেনাৰ নাই, প'ষ্টাৰ নাই- এখন আওপুৰণি মডেলৰ মটৰগাড়ী তুলি দিয়া হৈছে। তাৰকাৰ ছবি নাই। ড্ৰাইভাৰ কালী বেনাৰ্জী আৰু সেই পুৰণি মটৰখনৰ সুন্দৰ প্ৰেম (জীৱিকাৰ বাবে) আৰু যেতিয়া দাৰিদ্ৰ্যৰ বাবেই প্ৰিয় পুৰণি মটৰখন লোহা হিচাপে ভাঙি ভাঙি বেচিব লগা হ'ল তেতিয়া শ্ৰমজীৱী মানুহজনৰ মৰ্মান্তিক দুখ, ঋত্বিকে যি Mastery আৰু confidencyৰে (অভিনৱভাৱে) চিত্ৰায়িত কৰিছিল তাৰ তুলনা নাই। 'অযান্ত্ৰিকে' 'Man and the Machine' নাম লৈ তেতিয়া Venice film festival কঁপাই তুলিছিল।

ঋত্বিকৰ গণনাট্যৰ যুগ, তাৰ পাছত বিমল ৰায়ৰ সহকাৰী হৈ বোম্বেত কটোৱা যুগ, প্ৰাক্ অযান্ত্ৰিক, অযান্ত্ৰিকোত্তৰ যুগ, 'সুৱৰ্ণৰেখা' লৈকে পৰীক্ষামূলক যুগ আৰু তাৰ পাছত ঋত্বিকৰ ব্যক্তিগত, দাম্পত্য আৰু ফিল্মিক ট্ৰেজিক ধুমুহাৰ যুগ - মই ওচৰৰ পৰা চাইছোঁ। যোৱা ২৫ টা বছৰে। 'যুক্তি তৰ্ক আৰ গপ্পো' ঋত্বিকৰ শেষ ছবি। ঋত্বিকৰ ব্যক্তিগত জীৱনৰ ধুমুহাই কিন্তু ঋত্বিকৰ বোলছবিক স্পৰ্শ নকৰে- যদি তেওঁ নিজে নিবিচাৰে। ঋত্বিকৰ প্ৰতিখন ছবি নিৰাশাৰ বিশ্লেষণ - কিন্তু সকলোতে বাচি থকাৰ প্ৰচণ্ড সংগ্ৰাম - আশাৰ আভাস সদা উজ্জ্বল।

ঋত্বিকক 'পদ্মশ্ৰী' দিওঁতে এদিন 'অলিম্পিয়া' বাৰত বহি মোক কৈছিল ঃ "ভূপেন, এটা নিয়ে এখন কিছু ইজ্জৎ বৰ্দ্ধন হয়। শ্বালা, ফিল্ম-টিল্মতো কিছু হোলই না। শ্বালা 'সুৱৰ্ণৰেখা' চাৰ বৎসৰ হয়ে গেল, কোলকাতায়ই দেখাবাৰ একটা হল পাচ্ছিনা। বাঙালী হল মালিকৰাওতো ছবিটাৰ মুক্তি দিচ্ছেনা। মজাৰ ব্যাপাৰ, শ্বালা।"

No Wonder, সত্যজিৎ ৰায়ে ঋত্বিকৰ মৃত্যুৰ পাছত সিদিনা কৈছে,

মাতকৈ আৰু 'বাঙালী পৰিচালক' আছিল ঋত্বিক ঘটক।"

ভাৰতীয় ফিল্ম জগতত নতুন চিন্তা, নতুন শক্তি, নতুন মননশীলতা অনাত। ঋত্বিক আছিল সবাতোকৈ উজ্জ্বল স্রষ্টা। সত্যজিতে ছবিৰে যদি সমাজ বিশ্লেষণ কৰিলে, তেন্তে ঋত্বিকে চেলুলয়ডক মহা অস্ত্র কৰিলে সমাজ পৰিৱৰ্তনৰ কাৰণে। ঋত্বিক নাই - কিন্তু ঋত্বিকবাদক অমৰ কৰি ৰাখিব লাগিব - নতুন চাম চিত্র নির্মাতাই।

বিদায় ঋত্বিক -

তোমাৰ গুণক - তোমাৰ মনৰ ধুমুহাক নমস্কাৰ।

# লুইতৰ পৰা মিছিছিপিলৈ

১৯৪৯ চনৰ জুন মাহ। ডক্টৰেটৰ ছাত্ৰ হিচাপে নিউয়ৰ্কলৈ বুলি ৰাওনা হোৱাৰ আগতে মই আশীৰ্বাদ বিচাৰি ঢাপলি মেলিছিলোঁ জ্যোতিপ্ৰসাদৰ ওচৰলৈ— অসমীয়াৰ সংস্কৃতিৰ ওজা, মোৰ শ্ৰদ্ধাভাজন গুৰু — ডেকা-গাভৰুৰ প্ৰেৰণা-দাতা জ্যোতিপ্ৰসাদৰ কাষলৈ। তেওঁৰ তেতিয়া নৰিয়া। সেই নৰিয়া আছিল যেন মৃত্যুৰ আগ জাননী! তেওঁৰ দেহাক গ্ৰাস কৰিব পাৰিলেও সেই বেমাৰে তেওঁৰ মাতটো, তেওঁৰ জ্বলন্ত চকুযুৰিক গ্ৰাস কৰিব পৰা নাছিল: বিশেষকৈ অদম্য মনোবলক নিশ্চয় সেও মনাব পৰা নাছিল। আন আন কথাৰ মাজতে তেওঁ মোক কৈছিল, "ভূপেন, তুমি যেতিয়া নিউয়ৰ্কলৈ যাবলৈ ওলাইছাঁ, তুমি সম্ভৱ সেই মহান নিগ্ৰো গায়ক পল ৰ'বছনকো লগ পাবলৈ চেষ্টা কৰিবা।" মই তেতিয়া নেজানিছিলোঁৱেই যে সেয়াই হ'ব আমাৰ শেষ সাক্ষাৎ। তেওঁৰ ভৰি চুই মই সেৱা কৰিছিলোঁ আৰু নিউয়ৰ্কলৈ উৰা মাৰিছিলোঁ। —— — মোৰ বাবে সেয়া আছিল সঁচাকৈয়ে ব্ৰহ্মপুত্ৰ জ্যোতিপ্ৰসাদৰ পৰা গীত-মাত সংগ্ৰামেৰে ভৰা মিছিছিপি পল ৰ'বছনলৈ উৰণীয়া যাত্ৰা। মোৰ বাবে এয়া যেন আছিল ভাব আৰু চিন্তাৰ কেইবাটাও পৰ্যায় আৰু দিশৰ এক অদ্ভুত ধাৰাবাহিকতাৰ

উদাহৰণঃ তেওঁলোকৰ দুযোৰে মাজত মই ইমানবোৰ মিল দেখা পাইছিলোঁ। দুয়োজনেই তেওঁলোকৰ সৃজনী প্ৰতিভাক সামাজিক পৰিৱৰ্তনৰ আহিলা স্বৰূপে, অন্যায় আৰু মানুহৰ দ্বাৰা মানুহক শোষণ কৰাৰ বিৰুদ্ধে নিযোগ কৰিছিল।

## ৰঙা বিভীষিকা

– ১৯৪৯ চন। মই চৰকাৰী বৃত্তিধাৰী ছাত্ৰৰূপে নিউযৰ্ক পাইছোঁগে ১২ ছেপ্টেম্বৰৰ দিনা। TWA প্লেইন এখনৰ পৰা আমেৰিকান ইমিগ্ৰেশান পুলিচে মোক ইলিচ আইলেণ্ডৰ কাৰাবাসলৈ লৈ গৈ সাত দিন বন্দী কৰি ৰাখিলে। এটা সৰু কক্ষত দুজন ল'ৰা আছিলোঁ। আনজন ইৰাকৰ মিছবাহ্ অল্ আছিল। কালিফোৰ্ণিযা বিশ্ববিদ্যালযত ৰাজনীতি পঢ়িবলৈ আহিছে। তেওঁকো তিনিদিন আগৰ পৰা বন্দী কৰি ৰাখিছে। মই কাশী বিশ্ববিদ্যালযৰ পৰা ৰাজনীতি পঢ়ি কিছুদিন বি বৰুবা কলেজত পঢ়ুৱাই, D H A S অত ৰিছাৰ্চ স্কলাৰৰূপে থাকি (ডঃ সূৰ্যকুমাৰ ভূঞাদেৱৰ সৌজন্যত) শ্বিলং-গুৱাহাটীৰ অল ইণ্ডিয়া ৰেডিঅ'ত কিছুদিন কাম এটা কৰি চৰকাৰৰ বৃত্তি পাওঁ আৰু নিউযৰ্কৰ কলম্বিযা বিশ্ববিদ্যালয়ত গণ-সংযোগত ডক্টৰেল ৰিছাৰ্চ কৰিবলৈ যাওঁ। কিন্তু মোক বিশ্ববিদ্যালযলৈ যাবলৈ নিদি এটা দ্বীপত (ইলিচ আইলেণ্ডত) বন্দী কৰি থোৱাত আচৰিত হৈছিলোঁ। মোৰ বযসো আছিল কম। দিনত এঘণ্টা এটা হল ঘৰলৈ নি খাদ্য দিযাৰ বাহিৰে দিনে-নিশাই (তলা মাৰে নিশা ৯ বজাত) আমাক সৰু কক্ষটোৰ ভিতৰতে ৰাখে। হলঘৰটোত সেই সমযতে মই আৰু মিছ্‌বাহে বহুতো ৰাজনৈতিক বন্দীক লগ পাওঁ। মোক বন্দী কৰাৰ কাৰণ একো নিদি মোক মাথোঁ কৈছিল "This is a routine check up"। আকৌ কোনোবাই ক'লে, কোবাৰেনটাইন। অৰ্থাৎ বেমাৰ থাকিলে সুস্থ আমেৰিকাত সোমাবলৈ নিদিয়ে। আগতে এই বন্দীশালত সুমুৱাই থৈ সুস্থ কৰিহে সুস্থ আমেৰিকাত ছাত্ৰ হ'বলৈ দিব। ক'তা, মোকতো কোনো ডাক্তৰে নেচালে। ক'তা, মোকতো স্বাস্থ্যৰ বিষয়ে একো নক'লে। ক'তা, মোক দেখোন কলিকতাত থকা আমেৰিকান কনছালৰ আমেৰিকান ডাক্তৰে পৰীক্ষা কৰি 'ভিছা' দিছিলে। আৰু মই দেখোন চৰকাৰী বৃত্তিধাৰী ছাত্ৰ। চৰকাৰেহে মোৰ এডমিশ্যন আদি ঠিক কৰি দিছে। যদি স্বাস্থ্যৰ বিষযেই ৰাখিছে তেন্তে ৬ দিন উৎকণ্ঠাৰে অচিন বন্দীশালত থকাৰ পিছত মেজিষ্ট্ৰেট এজনে মোক এটা পুলিচৰ দ্বাৰা মতাই নি কিয সুধিলে – 'তুমি আমেৰিকাৰ পৰা পঢ়ি গৈ, ভাৰতৰ দাৰিদ্ৰ্য কেনেকৈ গুচাবা বুলি ভাবিছা?' প্ৰশ্ন কৰিলে ঃ 'তুমি টেম্পল অব্ ফ্ৰিডম' বুলি কিতাপ এখন লিখিছা নেকি?' মই আচিৰত হ'লোঁ। ইংৰাজী কিতাপতো মই লিখা নাই। পিছত কথাটো

বুজিলোঁ। বিষ্ণুপ্ৰসাদ ৰাভাদেৱে লিখা 'মুক্তি দেউল' কিতাপখনত মোৰ কেইটামান গীত (যেনে 'অগ্নিযুগৰ ফিৰিঙতি মই') সন্নিৱিষ্ট কৰা হৈছিল আৰু সেয়েহে বেটুপাতত ৰাভাদেউ আৰু মোৰ নাম যুক্ত ৰচকৰূপে আছিল। ৰাভাদেউ তেতিয়া R.C.P.I. ৰ সক্ৰিয় সদস্য আছিল আৰু সৌমেন ঠাকুৰ আদিৰ সহকৰ্মী আছিল। মোৰ গীতত 'সৰ্বহাৰাৰ সৰ্বস্বক পুনৰ ফিৰাই আনিম', বা 'নৰ কঙ্কালৰ অস্ত্ৰ সাজি শোষণকাৰীক বধিম' আদিৰ অৰ্থ সোধাত মই যি ক'লোঁ (বৃটিছ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে লিখা বুলি) তাত মেজিষ্ট্ৰেটজন মৌন হ'ল। নিশা শুই থাকিলোঁ। সপ্তম দিনা এজন কৰ্মচাৰী আহি মোক দহমান বজাত ক'লেহি, 'তুমি এতিয়া তোমাৰ ইউনিভাৰছিটিলৈ যাব পাৰা। ভাৰতীয় ৰাষ্ট্ৰদূতাৱাসক আমি জনাই দিছোঁ - 'তুমি মুক্ত!' সেই ইলিচ আইলেণ্ডত থকা কালত এজন বৃদ্ধ নিগ্ৰো ৰাজনৈতিক বন্দীৰ সৈতে মোৰ পৰিচয় হৈছিল। তেওঁৰ এখন ভৰি কটা। তেওঁক কিয় বন্দী কৰা হৈছে বুলি সোধাত ব্যঙ্গ হাঁহি মাৰি ক'লে, 'এয়া দেখিছা বোপা (Sonny), মোৰ এই ভৰিখন আমেৰিকান গণতন্ত্ৰৰ বাবে দান দিছোঁ ২য় মহাসমৰত। মই আমেৰিকাৰ নাগৰিক। বৰণটো ক'লা। মই হেনো দেশদ্ৰোহী, কিয়নো মই নিগ্ৰো আৰু শ্বেতকায় মানুহৰ সমান অধিকাৰ বিচাৰোঁ! মই পল ৰ'বছনৰ আদৰ্শ আৰু সাহসক সন্মান কৰোঁ। সেয়েহে আজি মই বন্দী।' এই কথাখিনি ক'বলৈকে মোৰ বন্দীশালৰ অভিজ্ঞতা অকণমানহে ক'লোঁ। আৰু এইবাবেই ক'লোঁ যে, সেই বৃদ্ধ নিগ্ৰোজনৰ পৰা পল ৰ'বছনৰ বিষয়ে, তেওঁৰ সঙ্গীতৰ বিষয়ে সেই ৬/৭ দিনত বহুতো বাতৰি পালোঁ আৰু পণ কৰিলোঁ মই মুক্তি পালেই নিউয়ৰ্কত বা ৱাশ্বিংটনত মোৰ মনৰ শিল্পী পল ৰ'বছনক লগ ধৰিমেই।

## শিল্পীৰ পৃথিৱী দৰিদ্ৰ হ'ল —
## পল ৰ'বছন আজি নাই —

— এই কথা লিখিবলৈ লৈ মোৰ হাত কঁপিছে।

"মোৰ জীৱনৰ প্ৰথম খোজতে গম পালোঁ, মই মোৰ দেউতাৰ পুত্ৰ। মোৰ দেউতা হ'ল এজন এমেৰিকান নিগ্ৰো। সেয়েই মোৰ প্ৰথম চেলেঞ্জ।" -এই বুলি গৰজি উঠিছিল এজন দুখীয়া দাসৰ পুত্ৰই। পল ৰ'বছন। মহা সংগ্ৰামী সমাজ-সচেতন শিল্পী পল ৰ'বছনে এই চেলেঞ্জ লৈয়েই বিশ্ব খ্যাতিৰ উচ্চতম শিখৰত উঠিছিলগৈ আৰু শেষ জীৱনত প্ৰচণ্ড despair অত দিন কটাই ৭৭

বছৰ বয়সত সিদিনা মাথোঁ চকু মুদিলে। মই তেওঁৰ সান্নিধ্য ব্যক্তিগতভাৱে নিউয়ৰ্কত পোৱাৰ সৌভাগ্য অৰ্জন কৰিছিলোঁ। একলব্যৰ দৰে দূৰৰ পৰা তেওঁৰ প্ৰচণ্ড ধুমুহাসদৃশ ব্যক্তিত্বক সেৰা জনাই লাহে লাহে ওচৰ চাপিছিলোঁ। সেই কথা লিখাৰ আগতে পল ৰ'বছনৰ জীৱনটো বৰ্ণাই লওঁ। জন্ম তেওঁৰ নিউজাৰ্চিৰ প্ৰিন্সটনত। ১৯১৭ চনত যুৱক পল হয় অল এমেৰিকান ফুটবল টিমৰ প্ৰথম নিগ্ৰো চেম্পিয়ন। বেইছ বল, বাস্কেট বল, তৰ্ক (Oratory) আৰু পঢ়া-শুনাৰ ক্ষেত্ৰত জুনিয়ৰ ইয়াৰতে 'ফি বেটা কাপ্পা কী' পায় 'ৰ'বছন অব ৰাটগাৰ্চে'। নিউয়ৰ্কৰ কলম্বিয়া বিশ্ববিদ্যালয়ত (য'ত এই লিখকো বহু পাছত ছাত্ৰ আছিল) পলে 'ল' পঢ়ে। দুখীয়া আছিল বাবেই, পঢ়া-শুনা কৰিবলৈ খেলা-ধূলা কৰি দুপইছা আৰ্জি লৈছিল। ৬ ফুট ৩ ইঞ্চি ওখ, ২৩০ পাউণ্ড ওজনৰ ডেকা পল ৰ'বছনে সেই বিশ্ববিদ্যালযতে প্ৰথমে লগ পায় তেওঁৰ পত্নী এচলাণ্ডাক - যি পলক থিয়েটাৰৰ প্ৰতি প্ৰেৰণা যোগায। তেওঁক তেতিযাই লগ পায বিশ্ববিখ্যাত নাট সমালোচক আলেকজেণ্ডাৰ উলকটে । সেই সাক্ষাতৰ কথা ক'বলৈ গৈ উলকটে লিখিছে ঃ "I felt at the time that I had just crossed the path of some one touched by destiny."

## নাটঘৰলৈ বুলি

তাৰ পাছত ল'ৰ পৰা ফালৰি কাটি আহি নিউযৰ্কৰ গ্ৰীণউইচ ভিলেজৰ প্ৰভিন্স টাউন প্লেয়াৰ্ছৰ যোগেদি অভিনয কৰিবলৈ লয। বিখ্যাত নাট্যকাৰ ইউজিন অ' নীলে প'লৰ প্ৰতিভা দেখি ১৯২৪ চনত তেওঁৰেই নাটক 'অল গড্‌ছ চিল্ডৰেন গট উইংছ' অত প্ৰধান নায়কৰ ভাও দিলে। তাৰ পাছতেই উজ্জ্বল জ্যোতিষ্ক হৈ অ' নীলৰ নাটত 'এমপেৰৰ জোন্‌ছ' ৰূপায়িত কৰে। নাট সমালোচক জৰ্জ নাথানে তেওঁৰ শক্তিশালী অভিনয় দেখি লিখিছিল ঃ 'though eloquent, impressive and convincing.' কণ্ঠত গীত লৈ তেওঁ জন্মিছিল। ১৯২৮ চনত ৰ'বছনৰ উদাত্ত পুৰুষসুলভ কণ্ঠ (এজনৰ মতে 'Untrained-bass-baritone-voice') ধ্বনিত-প্ৰতিধ্বনিত হ'ল - জেৰম কাৰ্ণৰ "শ্ব' ব'ট" নাটকত- Joeৰ ভাওত। কাৰ্ণে পলৰ বাবে লিখিলে বিখ্যাত গান 'অল্ড মেন ৰিভাৰ।' নিগ্ৰোসকলে সমতা বিচৰা গান। এই গানেই এই লেখকক অনুপ্ৰেৰণা দিয়াৰ পাছত লিখিছিল 'বুঢ়া লুইত বোৱাঁ কিয় ?' ('গঙ্গা বইছ কেন', 'গঙ্গা বহতী হো কীউঁ' - দুয়োটা এই লেখকৰ মূল অসমীয়া ৰচনাৰ

অনুবাদ)। "OL' man river" আছিল পল ৰ'বছনৰ পাছনেল এনথেম্। একে কোবে খ্যাতিৰ উচ্চতম শিখৰত পল উঠিল শেক্সপীয়েৰৰ অ'থেলো নাটকত। নায়িকা ডেছডিমোনা বগা। অ'থেলোৰূপী পল ৰ'বছন ক'লা। চুম্বনৰ দৃশ্য আছে। আমেৰিকাত সেইটো কেনেকৈ হ'ব পাৰে! নিগ্ৰো এজনে মঞ্চত বগা অভিনেত্ৰীক চুমা খাব কেনেকৈ? আমেৰিকাৰ মহাভাৰত যে অশুদ্ধ হ'ব। সেই নাটক আমেৰিকাত মঞ্চস্থ কৰিবলৈ দিয়া নহ'ল। লণ্ডনত কিন্তু ১৯৩০ চনতে সেই নাট মঞ্চস্থ কৰিবলৈ দিয়া হ'ল। নিউয়ৰ্কত মঞ্চস্থ কৰিবলৈ অনুমতি পালে ১৯৪৩ চনতহে। দুশ পঁচানব্বৈ নিশা সেই নাটে আমেৰিকাক বলিয়া কৰি তুলিলে। ব্ৰডৱেত শেক্সপীয়েৰৰ নাটকৰ বুৰঞ্জীত ই এটি ৰেকৰ্ড। বৰ্ণ- বৈষম্যৰ মৰত ই এক প্ৰচণ্ড আঘাত। অসাম্যৰ জগতত পল ৰ'বছনৰ গুণেৰে অগণন নিগ্ৰোক দিলে এটি Black awareness।

## বোলছবি এৰি

এই Positive Black মনোভাব আৰু তেওঁৰ সমাজ সচেতনতাই হলিউডৰ বোলছবি জগতত তেওঁৰ বিৰাট সাফল্যকো বাধা দিলে। তেওঁ এঘাৰখন বোলছবিত অতি শক্তিশালী অভিনয় কৰে এক অভিনব 'Quet power'এৰে। পল ৰ'বছনৰ খং উঠিল হলিউডৰ ওপৰত কিযনো হলিউডৰ সকলো ছবিতে নিগ্ৰো চৰিত্ৰক বেয়াকৈ অংকন কৰা হৈছিল।

এইবাৰ তেওঁ সমাজত সাম্য থাপিবলৈ গীত গাবলৈ ধৰিলে। সাগৰৰ গভীৰতা-, তীখাৰ শকতি আৰু স্বাভাৱিক rasonance থকা এটি কণ্ঠ এবাৰ যি শুনিছে কোনেও পাহৰিব নোৱাৰে। মই নিউয়ৰ্কত শুনি তবধ মানিছিলোঁ তেওঁৰ উচ্চাৰণ আৰু প্ৰকাশৰ শক্তি দেখি। মূৰ দোঁ খাই গৈছিল। এজন মানুহে কেনেকৈ গীতেৰে বিপ্লৱ আনিব পাৰে সেই কথা পল ৰ'বছনক নুশুনিলে নেদেখিলে উপলব্ধি কৰা কঠিন। নিগ্ৰো স্পিৰিচুয়েল (আধ্যাত্মিক) গীতবোৰত তেওঁ অদ্ভুতভাৱে সামাজিক অৰ্থ আৰু তত্ত্ব দিলে তেওঁৰ প্ৰকাশেৰে।

- ১৯৩৪ চনত গ'লগৈ ইউৰোপত গীত গাবলৈ। জাৰ্মানীত সেই সময়ত ফেচিবাদ চলিছে। গীত গাবৰ সময়ত হিটলাৰৰ Storm troopers এ পল ৰ'বছনৰ গাৰ ৰং দেখি জোকাইছিল। সাম্যবাদী ৰাছিয়াই আনন্দিত হৈ The principles of Scientific Socialismঅৰ প্ৰেমত পৰিছিল। ১৯৩৬ চনত ফেচিষ্ট স্পেইনলৈ গৈ এণ্টিফেচিষ্ট ফাইটাৰ্ছসকলক গীতেৰে উদ্বুদ্ধ কৰিছিল।

## সমাজ আৰু সংগীত

জন্ম স্থান আমেৰিকাত তেওঁ সক্ৰিয় ৰাজনীতিত নামি পৰিল। গীত আৰু নাটেৰে। ৱাশ্বিংটনৰ ৰাষ্ট্ৰপতি ভৱন White House অৰ সন্মুখত পিকেটিং কৰি গীত গালে। বগা আৰু ক'লা শ্ৰোতা য'ত একেলগে বহিব নোৱাৰে তেনে কোনো অনুষ্ঠানত গীত নেগাওঁ বুলি ক'লে। উগ্ৰ বগাসকলে নিগ্ৰোক হত্যা কৰাৰ বিৰুদ্ধে পলে তুমুল আন্দোলন আৰম্ভ কৰিলে। ১৯৫২ চনত যেতিয়া 'ষ্টেলিন শান্তি পুৰস্কাৰ' পালে তেতিয়াৰ পৰা আমেৰিকাৰ অমানবীয় শক্তিসমূহে পল ৰ'বছনৰ শিল্পী জীৱনক নিঃশেষ কৰি দিলে। বোলছবি নাটক সংগীত সকলো ক্ষেত্ৰতে পল ৰ'বছনক এঘৰীয়া কৰিলে। তেওঁক এণ্টি আমেৰিকান কমিটীয়ে চমন দিলে। ছিনেট কমিটীবোৰত পলক জাউৰি জাউৰি প্ৰশ্ন কৰিলে, দোষাৰোপ কৰিলে। সুধিলে, পল তুমি কমিউনিষ্ট নেকি? পল ৰ'বছনে হয় না একো উত্তৰ নিদি প্ৰশ্নকৰ্তাসকলৰ ফালে চাই মাথোঁ ক'লে 'ফেচিষ্ট মাইণ্ডেড।' (গুপ্তভাৱে তেওঁৰ অন্তৰঙ্গ বন্ধুসকলক তেওঁ যে কমিউনিষ্ট পাৰ্টিৰ সভ্য নাছিল এই কথা প্ৰায়েই পলে কৈছিল বুলিও প্ৰকাশ।)

## নিউয়ৰ্কত ৰেডোফোবিয়া

দৰিদ্ৰ হাৰলেম হ'ল নিউইয়ৰ্কৰ বেষ্ট পেপাৰ বাস্কেট। নিগ্ৰোসকলৰ বাস। হাডছন নদীৰ পাৰৰ [illegible] বহুজাতিক গৃহত মই উঠিলোঁহি। তাৰ পাছত হাৰলেমলৈ যাতায়াত কৰিলোঁ। সেইখিনি সময়ত, আমেৰিকাত ছিনেটৰ জো মেকাৰ্থীয়ে হুলস্থূল কৰিছে। সাহিত্যিক, শিল্পী চৰকাৰী চাকৰিয়াল আদিক 'কমিউনিষ্ট' বুলি দোষাৰোপ কৰি ৰাজহুৱা বিচাৰ আৰম্ভ কৰিছে। 'ৰঙা ফুল এপাহ দেখিলে বা ৰঙা স্কাৰ্ফ এখন দেখিলেও এই মেকাৰ্থিটোৱে কমিউনিষ্ট বুলি ভাবে' বুলি বৰ্ণ নিৰ্বিশেষে সকলো আমেৰিকানে আলোচনা কৰিছে। নিৰ্দোষীক বহিষ্কাৰ কৰিছে। মানৱতাবাদী চাৰ্লি চেপলিনকো আমেৰিকাৰ পৰা বহিষ্কাৰ কৰোঁ কৰোঁ। পিকস্কিলত পল ৰ'বছনৰ বগা-ক'লা শ্ৰোতাৰ ওপৰত পুলিচৰ অত্যাচাৰ চলা অধিক দিন হোৱাই নাই এথোন। উইলি মেকগি নামৰ এজন নিগ্ৰোক মিছাকৈয়ে বগা নাৰী ধৰ্ষক বুলি ফাঁচি দিয়া হয়। এই বিষয়ে পিছত ওলাই পৰিছিল যে শ্বেতকায়া নাৰীগৰাকী বেশ্যা, আৰু তাই মিছাকৈয়ে সেই বুলি কৈছে। জাঁ পল ছাৰ্ত্ৰেই এই বিষয়ে 'The prostitute' বুলি নাট এখনো লিখি পেলালে। উইলি

মেকগিৰ বিচাৰৰ বাবে ধন তুলিবলৈ এটি সাংস্কৃতিক সন্ধিয়াত পল ৰ'বছনে গীত গাব। ভাল হল্ পোৱা নাই। পুৰণি হল্ এটাত গীত গাব। বাহিৰে ভিতৰে লোকে লোকাৰণ্য। বৰ্ণ আৰু ৰাজনীতি নিৰ্বিশেষে লোক আহিছে। অৱশেষত সেই মুহূৰ্ত আহিল। মাইক্ৰোফোনৰ সন্মুখলৈ ৬ ফুট ৩ ইঞ্চিৰ সেই সবাতোকৈ শ্ৰদ্ধেয় আৰু জনপ্ৰিয় গায়কজন আহিল। ৰ'বছনে মঞ্চৰ ওপৰলৈ আহি সুদীৰ্ঘ শিলাখণ্ডৰ দৰে মঞ্চত থিয় দিছিল। তেওঁৰ ৱাল নাটৰ দৰে ক'লা বৰণীয়া গাৰ ছালৰ বিপৰীতে তেওঁ পিন্ধা কঢ়া ইস্ত্ৰি কৰা বগা শ্বাৰ্টে মানুহজনৰ বল আৰু বলিষ্ঠ অংগ প্ৰত্যঙ্গৰ সুষম ৰূপটোক যেন আৰু প্ৰকট কৰি তুলিছিল। তেওঁৰ গাম্ভীৰ্যপূৰ্ণ উপস্থিতিয়ে সমগ্ৰ প্ৰেক্ষাগৃহ মোহাচ্ছন্ন কৰি ৰাখিছিল যদিও তেওঁৰ থিয় হোৱাৰ ভঙ্গীত এক শ্ৰদ্ধানত ভাব, যেন কৰিব খোজা কামটোৰ বাবে তেওঁ নিজকে উছৰ্গাহে কৰিছে। তেওঁৰ মাত শুনিবৰ বাবে আমি উন্মুখ হৈ পৰিছিলোঁ। কিন্তু গীত গোৱাৰ সলনি তেওঁ আমেৰিকাত বাতৰি কাকতৰ স্বাধীনতা সম্পৰ্কে ক'বলৈ ধৰিলে। সেই সময়ছোৱা আছিল ৰাজনৈতিক বিৰুদ্ধবাদীক মষিমূৰ কৰাৰ নীতি প্ৰচলন কৰা ছিনেটৰ মেকাৰ্থিৰ যুগ। উইলি মেক্গিৰ বিষয়ে যুক্তিপূৰ্ণ বক্তৃতা এটি দিয়াত দৰ্শকে হাত চাপৰি দিলে বাৰে বাৰে। কি অসাধাৰণ বাগ্মিতা আৰু কি উদাত্ত সেই কণ্ঠস্বৰ। তাৰ পাছত তেওঁ এটি নিগ্ৰো আধ্যাত্মিক গীত গাবলৈ ল'লে ঃ O ! man never : you don't say nothin', you jes' keep rolling along." (হে মানৱ ! তুমি নোকোৱাঁ, একো নোকোৱাঁ, কেৱল বাগৰি গৈ থাকাঁ।") মই আৰু মোৰ লগৰ বঙালী ছাত্ৰ বন্ধু দুজন অভিভূত হৈ মৌন হৈ গ'লোঁ। তেওঁৰ গীতে আমাক বিদ্যুৎ প্ৰৱাহৰ দৰে চুই গ'ল। বিজুলী সঞ্চাৰে সহস্ৰ ৰাইজ যেন উদ্বুদ্ধ হ'ল বৰ্ণ-বৈষম্যৰ বিৰুদ্ধে যুঁজিবলৈ। তেওঁ গোৱা গীতে আমাক এক নতুন সংগীত জগতৰ বতৰা দিলে। তেওঁৰ গীত গোৱাৰ ধৰণ আছিল এক অভিনৱ শৈলীৰ। গীতৰ প্ৰতিটো শব্দ আছিল স্পষ্টভাৱে উচ্চাৰিত। ফলত শব্দৰ সম্পূৰ্ণ অৰ্থই যেন শ্ৰোতাৰ অন্তৰাত্মাক স্পৰ্শ কৰিছিল। শ্ৰোতাসকলৰ অন্তৰলৈকে বিয়পি পৰা ৰ'বছনৰ কণ্ঠৰ বিভিন্ন অভিব্যক্তি আছিল আচৰিতভাৱে এগৰাকী ধ্ৰুপদী কণ্ঠশিল্পীৰ; তথাপি যেন ঠিক একে নহয়। মোৰ প্ৰাণত সজীৱ হৈ বাজি উঠিছিল তেওঁৰ শেহতীয়াকৈ গোৱা আন এটা আধ্যাত্মিক গীত ঃ "sometimes I feel like a motherless child; a long way from home."("কেতিয়াবা মই মাতৃহীন শিশুৰ দৰে অনুভৱ কৰোঁ ঘৰৰ পৰা বহুত দূৰৈত।") মোৰ ভাব হৈছিল, এয়া যেন মানৱীয় মৰ্যাদা লাভৰ বাবে সংগ্ৰাম কৰি থকা লক্ষ লক্ষ কৃষ্ণাঙ্গ মানুহৰ কণ্ঠস্বৰ। বাহিৰত অসংখ্য পুলিচ।

তেওঁলোকেও যেন পল ৰ'বচনৰ পিনে শ্ৰদ্ধাৰ দৃষ্টিৰে চালে। অনুষ্ঠানৰ শেষত মই মঞ্চৰ পাছফালে গৈ গ্ৰীণ ৰুমৰ ফালে আগবাঢ়িলোঁ। এজনে সুধিলে মই কোন। ক'লোঁ, এজন ভাৰতীয় ছাত্ৰ। বাট দিলে। মই পল ৰ'বচনৰ ওচৰ চাপিলোঁ। নিজৰ পৰিচয় দিলোঁ। মই তেতিয়া তেইশ বছৰীয়া, কৌতূহলী ভাৰতীয় ছাত্ৰ-যুৱক। পল ৰ'বচনে মোক দেখি হাঁহি মাৰি কৰমৰ্দন কৰি মোৰ প্ৰতি বৰ মৰম দেখুৱাই ক'লে- "কোৱাঁ ভাৰতৰ কি খবৰ?' তাৰ পাছত পাঁচ মিনিটমান সময় তেখেতে দিয়াত নিগ্ৰো সংগীতৰ প্ৰতি থকা মোৰ শ্ৰদ্ধাৰ কথা জনালোঁ। মোক ক'লে, "তুমি আহিবা।" সেয়াই আছিল তেওঁৰ সৈতে মোৰ প্ৰথম মৰমৰ চিনাকি। তেওঁক দেখি বিষ্ণু ৰুকাইদেউক লগ পোৱা যেন লাগিছিল। একলব্যৰ দৰে দূৰৈৰ পৰা তেওঁৰ ধুমুহাসদৃশ ব্যক্তিত্বক সম্মান জনাই লাহে লাহে ওচৰ চাপিছিলোঁ। এইদৰেই আৰম্ভ হৈছিল এই মহান শিল্পীগৰাকীৰ লগত মোৰ যোগাযোগ। তাৰ পাছত মোৰ সুদীৰ্ঘ চাৰি বছৰ নিউয়ৰ্ক বাসৰ সময়ত বহুবাৰ পল ৰ'বচনৰ সৈতে ব্যক্তিগতভাৱে সান্নিধ্য পোৱাৰ সৌভাগ্য হৈছিল।

'We are in the same boat brothers' শিকিছোঁ। জেফাৰছন স্কুল অব্ ছ'চিয়েল চায়েন্সত নিশা নিশা extra ক্লাছ কৰিছোঁ। এই অনুষ্ঠান পুলিচৰ কোপদৃষ্টিত পৰা ৰঙা ৰঙা বিধৰ! তাত পল ৰ'বছনে 'সমাজ পৰিৱৰ্তন আৰু সংগীত'ৰ বিষয়ে বক্তৃতা দিয়ে। 'স্পাৰ্টাকাছ' খ্যাত হাৱাৰ্ড ফাষ্টে পঢ়ায়- 'জীৱন আৰু নাটক'। আজিও মনত আছে, কলম্বিয়া বিশ্ববিদ্যালয়ৰ পৰা নিশা ইফালে সিফালে চাই যেতিয়া জেফাৰছন স্কুলত পল ৰ'বছনে লোৱা ক্লাছত বহোঁ তেতিয়া তেওঁ গীটাৰ এটা হাতত লৈ কৈছিল -"Guiter is not a musical instrument, it is a SOCIAL instrument."

এৰা, পল আছিল Social singer with a power to change। ১৯৪৯ চনত প্ৰধানমন্ত্ৰী নেহৰু যায় নিউয়ৰ্কলৈ। গৈয়েই তেওঁ পল ৰ'বছনক ফোন কৰি কৈছে 'Hi Paul !' নেহৰু-কৃষ্ণ মেনন-পল ৰ'বছনৰ বন্ধুত্ব হৈছিল ইংলণ্ডত। ১৯৫০ চনত আমেৰিকান চৰ্কাৰে পলক এমেৰিকাৰ বাহিৰলৈ যাবলৈ নিদিয়া হ'ল। এদিন কথাই কথাই কৈছিল "Bhup, they do not let me go out, so I move about like a caged lion within my country." সেই বছৰতে শান্তিনিকেতনলৈ তেওঁক নিমন্ত্ৰণ জনাইছিল। তেওঁক তেওঁৰ চৰ্কাৰে ভাৰতলৈ আহিবলৈ নিদিয়াত আমাক ক'লে, 'মই শুভেচ্ছাবাণী এটা বাংলা ভাষাত টেইপ কৰি পঠাব খুজিছোঁ, তোমালোকে লিখি দিয়া।' তেতিয়া মই আৰু মোৰ দুজন বাঙালী বন্ধুৱে লিখি, তেওঁক উচ্চাৰণ শিকাই টেইপ কৰাই

শান্তিনিকেতনলৈ পঠাইছিলোঁ। শান্তিনিকেতনত সেই সময়ত থকা লোকে পলৰ কণ্ঠত বাংলা ভাষাৰ শুভেচ্ছা বাণী শুনি আনন্দিত হৈছিল বুলি আমাক পিছত কৈছিল। তেওঁৰ বাণীত আছিল ভাৰতৰ খাটি খোৱা জনগণৰ মঙ্গল কামনা।

১৯৫০ চনতে পল ৰ'বছনৰ কেৰিয়াৰৰ ওপৰত এক প্ৰচণ্ড আঘাত দিয়ে কনচাৰ্ট মেনেজাৰবোৰে। তেওঁক ব্লেকলিষ্ট কৰিলে। ১৯৪৭ চনত পলৰ বছৰি আয় আছিল ১০৪,০০০ ডলাৰ। ১৯৫০ চনত তেওঁৰ বছৰি আয় নামি আহিল ২০০০ ডলাৰলৈ। অৰ্থাৎ মাহিলি প্ৰায় ১৬৬ ডলাৰ ৭৫ চেণ্ট! সেইখিনি কোনো টকাই নহয় আমেৰিকাৰ বাবে। আমি ছাত্ৰ হিচাপে মাহিলি বৃত্তি পাইছিলোঁ ২৫০ ডলাৰ। এই অপমানত ক্ষুব্ধ হৈ তেওঁ গৰজি উঠি আমেৰিকাৰ কনচাৰ্ট মেনেজাৰ-সকলক গালি পাৰিছিল - 'Princes of privilege' বুলি। তাত মই পঢ়াশুনা শেষ কৰি পল ৰ'বছন আৰু হাৰাৰ্ড ফাষ্টৰ পৰা বিদায় লৈ ভাৰতলৈ গুচি আহোঁ। আশীৰ্বাদ আজিও মনত পৰে। ভাৰতলৈ আহি পাছত ১৯৫৮ চনত গম পাওঁ যে, আমেৰিকাৰ চুপ্ৰীম কোৰ্টে দিয়া ৰায় মতে পল ৰ'বছনৰ পাছপোৰ্টখন ওভোটাই দিলে। অৰ্থাৎ তেওঁ বিশ্বত ঘূৰি ফুৰিব পাৰিব। তেওঁ পুনৰ মূৰ দাঙি কামত আগবাঢ়িব খুজিছিল; কিন্তু বৰ পলম হৈ গ'ল। নেৰানেপেৰা অসুখ তেওঁৰ লগৰীয়া হ'ল। ১৯৬১ চনৰ পিছত নিউয়ৰ্কৰ হাৰলেমত তেওঁৰ স্ত্ৰীৰ সৈতে বাস কৰিবলৈ ধৰিলে। তদুপৰি তেওঁ ভালপোৱা কিছু কিছু প্ৰগতিবাদী দেশৰ আভ্যন্তৰীণ ৰাজনৈতিক পৰিৱৰ্তনেও তেওঁৰ মনত দুখ দিয়া বুলি আমি গম পাওঁ। পল ৰ'বছনৰ শৰীৰ লাহে লাহে ভাগি আহিল। সৌ সিদিনা তেওঁ চিৰদিনৰ বাবে গুচি গ'লগৈ। আমেৰিকাৰ এজন বিখ্যাত লিখক হুবাৰ্ট চালে লিখিলে - 'Paul Robson went early, if naively into the battle for black-freedom. He could have sat back on the 50 yard line, rich and famous. But he chose to stand up and he counted- risking everything. Robson was a genuine tragic hero- one that loved not wisely, but too well-'

এৰা, পল ৰ'বছন ধনী হ'ব পাৰিলেহেঁতেন। সেই পথ তেওঁ লোৱা নাছিল। মই মানিব নোৱাৰোঁ যে তেওঁ 'ট্ৰেজিক হিৰো' আছিল। পলক বুজিব নোৱৰাসকলহে ট্ৰেজিক কেৰেক্টাৰ আছিল।

মোৰ মনত পৰিছে—
আৰু এনিশা পলে গীত গাব।

প্ৰকাশৰ স্বাধীনতাৰ বিষয়ে। আঁৰ কাপোৰ উঠাত দেখিলোঁ দুডাল খুঁটাত

থিয় হৈ থকা এখন পাতল পাৰ্টিশ্যন। আমেৰিকাৰ ধনী বাতৰি কাকতবোৰৰ বেটুপাত এঠা লগাই এই পাৰ্টিশ্যন কৰা হৈছে। নিউয়ৰ্ক টাইমছ, Time, Life আদিৰ ফলা ফলা পাতবোৰ আছে। মঞ্চত লাইট কম। হঠাৎ এটি সৰু নিগ্ৰো ল'ৰাই বাতৰি কাগজ কেইখনমান লৈ দৌৰি চিঞৰিছে- নিউজ পে-পাৰ--। হঠাৎ মঞ্চলৈ সিংহপুৰুষ পল ৰ'বছন আহি ক'লে - এই নিগ্ৰো ল'ৰাটোৱে আনৰ প্ৰকাশ বেচে, তাৰ নিজৰ খবৰ তাত প্ৰকাশ নহয়। তাৰ পাছত ওপৰলৈ মূৰটো তুলি পলে গীত গালে- প্ৰকাশৰ স্বাধীনতাৰ ধ্বজা তোলা নিগ্ৰো স্পিৰিচুয়েল কেইটি। তেওঁৰ কণ্ঠ মুদাৰালৈ গ'ল - হঠাৎ বজ্ৰৰ দৰে সেই বাতৰি কাকতৰ পাৰ্টিশ্যনত এটা ঘোচা মাৰি দিলে। তেওঁৰ ক'লা হাতখন ওলাই আহিল। তাৰ পাছ মুহূৰ্ততে এজন সাম্যপ্ৰেমী দুখীয়া শ্বেতকায় গায়ক আহি আৰু এটা ঘোচা মাৰি দিলে। তাৰ পিছত আলোক নিক্ষেপ কৰা হ'ল হাত দুখনলৈ। পলে গীত গাই আছে। অকল এজন পিয়ানো বাদকে পিয়ানোত গৰজি উঠিছে। হঠাৎ দেখা গ'ল বগা হাতখনে ক'লা হাতখনৰ সৈতে কৰমৰ্দন কৰিছে। পলে গীতেৰে কৈছে ঃ প্ৰকাশ প্ৰকাশ আমাক প্ৰকাশ লাগে। অগণন শ্ৰোতাই প্ৰশংসাত হাত তালিৰে হল কঁপাই তুলিছে। এয়া আছিল পলৰ সঙ্গীত পৰিবেশনাৰ অভিনৱ শক্তিশালী নিদৰ্শন! তেওঁক পাছত মই সুধিছিলোঁ যে এই মঞ্চৰ এই Setটো সাজোঁতে কিমান লাগিছে? পলে হাঁহি ক'লে ঃ পুৰণি বাতৰি কাকতেৰেহে কৰিছোঁ। দুই ডলাৰ মান অৰ্থাৎ বিশ টকামান পৰিছে। "Mass Art must be produced economically."

পল ৰ'বছন গ'লগৈ। কিন্তু থৈ গ'ল সমগ্ৰ বিশ্বৰ শিল্পীৰ বাবে সমাজ-সচেতনতা, সাহস আৰু সিংহদৰ্শন - যি বৈষম্যৰ শৃগালবোৰক যুগে যুগে খেদি পঠাব পাৰে। পল আছিল এই শতাব্দীৰ জনগণৰ কণ্ঠ। পল, তুমি আমাৰ মাজত সদায় থাকিবা। তোমালৈ আমাৰ অশ্ৰুসিক্ত নমস্কাৰ।

পৃথিৱীলৈ বহু শিল্পী আহিব - কিন্তু পলৰ দৰে গায়ক পাবলৈ শত-সহস্ৰ বছৰ বোধহয় লাগিব।

# কৰ্বি নে ধুমুহা

১৯২৬ চন।

৭ জানুৱাৰী।

কলিকতাৰ আলিপুৰৰ প্ৰেছিডেন্সি জেলত বহি কাৰাৰুদ্ধ বন্দী এজনে কলমটোক অগনিৰ চিয়াঁহীত জুবুৰিয়াই, নিৰ্ভীকভাৱে লিখি গৈছে ঃ

'মোৰ লিখাত ফুটি উঠিছে সত্য, তেজ আৰু প্ৰাণ ——উৎপীড়িত আৰ্ত বিশ্ববাসীৰ পক্ষে মই এটুপি সত্যৰ চকুলো —— মই নৃপতিৰ বিৰুদ্ধে বিদ্ৰোহ কৰা নাই—— বিদ্ৰোহ কৰিছোঁ অন্যায়ৰ বিৰুদ্ধে। মই জানো, এই আচামীৰ পিছত থিয় হৈ আছে স্বয়ং সত্য-সুন্দৰ ভগৱান। যুগে যুগে তেওঁ ঠিক আচামী ৰাজবন্দী সত্য-সৈনিকৰ পিছফালে থিয় হৈ আহিছে। ৰাজনিযুক্ত বিচাৰক সত্য বিচাৰক হ'ব নোৱাৰে—— এনে বিচাৰ প্ৰহসন কৰি যিদিনা যীশুখৃষ্টক ক্ৰুছবিদ্ধ কৰা হ'ল, গান্ধীক কাৰাগাৰত নিক্ষেপ কৰা হ'ল, সেইদিনা ভগৱানে কেনেকৈ নীৰৱে থিয় হৈছিল তেওঁলোকৰ পিছফালে। বিচাৰকে কিন্তু তেওঁক দেখা পোৱা নাই।— সম্ৰাটৰ ভয়ত বিচাৰকৰ বিবেক আৰু দৃষ্টি অন্ধ হৈ গৈছিল।'

অত্যাচাৰী ইংৰাজ চৰকাৰক, সৰ্বভাৰতৰ জনসাধাৰণৰ স্বাধীনতা আন্দোলনৰ

জুয়ে পুৰি আনিছে— আৰু কাৰাগাৰত থকা এইজন বন্দী গীতিকাৰ কবি কাজী নজৰুল ইছলামৰ কলম হৈ উঠিছে অশান্ত, অগনি পৰশা—। এনেদৰেই কাজী চাহাবে লিখিছিল জবানবন্দী।

'ধূমকেতু' আলোচনীৰ পাতে পাতে ঢালিছিল দেশপ্ৰেমৰ তপত তীখা এই কাজী চাহাবেই। শাৰদীয় সংখ্যা দুৰ্গা প্ৰতিমাৰ প্ৰতি অভিমান কৰি লিখিছিল ঃ

"আৰ কতকাল ৰইবি বেটী
মাটিৰ ঢেলাৰ মূৰ্তি আঁড়াল?
স্বৰ্গ যে আজ জয় কৰেছে
অত্যাচাৰী শক্তি চাড়াল।
দেবশিশুদেৰ মাৰছে চাবুক
বীৰ যুবাদেৰ দিচ্ছে ফাঁসি
ভূ-ভাৰত আজ-কসাইখানা
আসবি কখন সৰ্বনাশী?"

কাঠগড়াত থিয় হৈ কাজী চাহাবে ইংৰাজ বিচাৰকক বিস্মিত কৰিছিল এই বুলি ঃ

"মোৰ ওপৰত অভিযোগ, মই ৰাজদ্ৰোহী— এফালে ৰজাৰ মুকুট, আনফালে ধূমকেতুৰ শিখা। এজন ৰজা - হাতত ৰাজদণ্ড। আনজন নত - হাতত ন্যায দণ্ড। ৰজাৰ পক্ষে কৰ্মচাৰী, মোৰ পক্ষে সকলো ৰজাৰ ৰজা সকলো বিচাৰকৰ বিচাৰক - অনাদি অনন্তকাল ধৰি সত্য জাগ্ৰত ভগৱান —"

এনে এজন বিদ্ৰোহী কবিৰ আৰু এটি দিশ আছিল। সুৰ, গীত, হাঁহি, প্ৰেম ভালপোৱা, নানা ৰহণীযা ৰঙৰ দিশ। কাপত ওলাইছিল সহস্ৰ মিঠা মিঠা গীত। যেতিয়া হিন্দু প্ৰতীক লৈ লিখে তেতিয়া কাজী চাহাব হৈ যায় সাধক ৰামপ্ৰসাদৰ দৰে ভক্ত — যেতিয়া ইছলামৰ প্ৰতীক লৈ লিখে, তেতিয়া হৈ যায় কোৰাণৰ সুন্দৰতা আৰু পৱিত্ৰতা মনা সঁচা মুছলমান। সাম্প্ৰদায়িকতাৰ মূৰত গীতৰ লাঠীৰে মাৰ শোধাইছিল- 'জাতেৰ নামে বজ্জাতি'ৰ দৰে পোনপটীয়া গীত লেখি—। কাজী চাহাবৰ জাতীয়তাবাদে সকলো সংকীৰ্ণতাৰ বাধাৰ প্ৰাচীৰ ভাঙি দিছিল।

সেই সময়ৰ গণ সংযোগৰ একমাত্ৰ মাধ্যম গ্ৰামোফ'নৰ বাবে কাজী চাহাবে কত যে গীতৰ ৰেকৰ্ড কৰিলে। হাতত কলম ল'লেই গীত ওলায় — প্ৰেমৰ, অভিমানৰ, কামনাৰ, একতাৰ, দেশপ্ৰেমৰ। হাৰমনিয়মত আঙুলি লাগিলেই ওলায় কত ৰঙৰ সুৰ। বঙ্গদেশৰ সাহিত্যাকাশত তেতিয়া ৰবীন্দ্ৰনাথৰ ব্যক্তিত্ব দুপৰৰ পূৰ্ণ সূৰ্য। সেই সূৰ্যৰ তলত আন কবি তিষ্ঠি থকা টান। তথাপি কাজী

নজৰুলৰ প্ৰখৰ জ্যোতিক সেই সূৰ্যই ম্লান কৰিব নোৱাৰিলে। বিপ্লৱী পথেৰে কাজী নজৰুলে কলম হাতত লৈ জনগণৰ ক্ষোভ, আশা-নিৰাশাৰ ধ্বজা উৰুৱাই আগুৱাই গ'ল।

এই শতাব্দীৰ ২য়, ৩য় আৰু ৪ৰ্থ দশকত কাজী নজৰুলৰ প্ৰত্যক্ষ প্ৰভাৱ অসমৰ ডেকা কবি সমাজত নপৰাকৈ থকা নাই। জ্যোতিপ্ৰসাদ, বিষ্ণু ৰাভা আদিৰ কলমত যি অগনি ওলাইছিল- তাৰ বহুখিনি কাজী নজৰুলৰ প্ৰেৰণা বুলি আমাক ৰাভাদেৱে নিজেই কোৱা আমাৰ মনত আছে। গ্ৰামোফ'ন মাধ্যমত নজৰুলে হাত দিয়াত জ্যোতিপ্ৰসাদ, বিষ্ণু ৰাভা, গণেশ গগৈ, পাৰ্বতিপ্ৰসাদ আদিও সেই দিশত অনুপ্ৰাণিত হোৱাৰ কথাও আমি গম পাইছিলোঁ।

## সীমা ভঙা ধুমুহা

সিদিনা ঢাকাত এই বিপ্লৱী (আৰু ৰোমাণ্টিকো) কবিগৰাকীৰ মৃত্যু হ'ল। ১৯৪২ চনত দুৰাৰোগ্য ব্যাধিয়ে এই কবিগৰাকীৰ চিন্তা শক্তি নিঃশেষ কৰি দিলে। তেওঁৰ মৃতদেহ ভাৰতলৈ আনিবলৈ নিদিলে বাংলাদেশৰ বৰ্তমান শাসক শ্ৰেণীয়ে।

—— সিদিনা কলিকতাৰ গ্ৰামোফ'ন কোম্পানীৰ (এই কোম্পানী স্বৰ্গীয় কাজী চাহাবৰ কাৰ্যক্ষেত্ৰ আছিল) শিল্পীসকলে তেওঁৰ আত্মাৰ সদ্‌গতিৰ বাবে পতা শোক সভাত সভাপতিত্ব কৰিছিল- কবি প্ৰেমেন্দ্ৰ মিত্ৰই। উপস্থিত আছিল বিখ্যাত আধুনিক কবি সুভাষ মুখোপাধ্যায় আৰু কাজী চাহাবৰ সান্নিধ্য পোৱা কেইগৰাকীমান সংগীত পৰিচালক। অনিল বাগচিয়ে তেওঁৰ বিষয়ে নানা স্মৃতিচাৰণ কৰিলে। আন এজনে ক'লে কেনেকৈ কাজী চাহাবে এদিন এটি ইংৰাজী গীত (দক্ষিণ আমেৰিকাৰ সুৰৰ) শুনি পাছ মুহূৰ্ততে সেই সুৰৰ ছাঁ লৈ বাংলা গীত লেখি পেলাইছিল- আৰু বহু কথা।

—এনেতে—— সভাগৃহত সোমালহি কাজী সব্যসাচী আৰু কল্যাণী। দুয়োৰে চকুত চকুলো দেখি, আমি যিসকল সভাত উপস্থিত আছিলোঁ কিছু অনুভূতিপূৰ্ণ হ'লোঁ। সব্যসাচী কাজী চাহাবৰ পুত্ৰ। কল্যাণী তেওঁৰ আন এজন পুত্ৰ স্বৰ্গীয় কাজী অনিৰুদ্ধৰ পত্নী। সভাঘৰ মৌন হ'ল। সব্যসাচীয়ে চকুলো মচি কিছু ক্ৰোধ মিশ্ৰিত কণ্ঠেৰে প্ৰায় চিঞৰি দিলেঃ

"আপোনালোকে এইবোৰ কি স্মৃতিচাৰণ কৰিছে? এইবোৰ বাদ দি প্ৰতিবাদ কৰক। যি দেশে পুত্ৰক বা বোৱাৰীক নিজৰ দেউতাকৰ মৃতদেহ চাবলৈ নিদিয়ে,

যি দেশে মৃতা পত্নীৰ কবৰৰ নিচেই কাষতে মৃত্যুৰ পাছত চিৰদিনৰ বাবে বিশ্ৰাম লোৱাৰ আশাক মষিমূৰ কৰে, সেই দেশৰ বিৰুদ্ধে প্ৰতিবাদ কৰক" বুলি সক ল'বাৰ দৰে কান্দি পেলালে।

আমি সকলোৱে বুজি পালোঁ কেনে মৰ্মান্তিক আঘাত পাইছে- সব্যসাচী আৰু কল্যাণীয়ে। ঢাকালৈ লৰালৰিকৈ উৰি গৈও তেওঁলোক সমাধিস্থান পোৱাৰ আগতেই কাজী চাহাবৰ মৃতদেহৰ ওপৰত মাটি জাপি দিলে। এয়া বাংলাদেশৰ বৰ্তমান শাসকসকলৰ কি মতি-গতি! আমি বুজিবলৈ টান পালোঁ।

আন্তৰ্জাতিক সম্বন্ধৰ কথা, ভাৰতৰ বৈদেশিক নীতিৰ কথা ভাবি ক্ৰুদ্ধ নহৈ, সংযমেৰে সভাপতি প্ৰেমেন্দ্ৰ মিত্ৰই ক'লে "সব্যসাচী, অকল তুমি পিতৃহাৰা হোৱা নাই- আজি সমগ্ৰ ভাৰতৰ বিপ্লৱী সত্তা পিতৃহাৰা হোৱাৰ দৰে হৈছে। কোটি কোটি মানুহ তোমাৰ দেউতাৰাৰ মৃত্যুত দুখী----।"

সভাৰ শেষত কাজী সব্যসাচীয়ে এই লেখকক এনেদৰে কৈছিল:

"ঢাকা পোৱাৰ পাছত লৰালৰিকৈ যেতিয়া দেউতাক চাবলৈ মটৰেৰে আমি গৈ আছোঁ, তেতিয়া দেখোঁ শ শ মানুহ ঢাকা বিশ্ববিদ্যালয় গ্ৰাউণ্ডৰ পৰা উভতিছে-। আমি বুজিলোঁ সকলো শেষ! আমি বুজিছোঁ কিয় কলিকতাৰ বিমানকোঠত বাংলাদেশ বিমানখন এঘণ্টাৰ বাবে বেযা হৈছিল! পলম কৰিবলৈকে নহয়নে? আপুনি হিন্দু হৈ দেউতাৰ চিতাত মুখাগ্নি কৰিবলৈ নেপালে কেনে লাগিব? কেনে লাগিব আপুনি একেবাৰে মৃতদেহৰ ওচৰ পোৱাৰ লগে লগে যদি (জানি শুনিও) আপুনি নিজৰ দেউতাকৰ মুখখন দেখা নেপায়?"

মই সুধিলোঁ, "বাৰু বুজিলোঁ চৰকাৰৰ কথা। আপোনালোকক দেখি ঢাকাৰ ৰাইজে কি কৈছিল?"

উভতি অহা লোকসকলৰ বহুতে আমাক চিনি পাই চিঞৰি উঠিছিল: 'সৌৱা কাজী চাহাবৰ পুত্ৰ আৰু বোৱাৰী। তেওঁলোকৰ বাবে অলপমান ৰ'লে কিনো ক্ষতি হ'লহেঁতেন।'[১]

আজি আমিও সেই প্ৰশ্ন কৰোঁ। পিছে তাৰ উত্তৰ এটাই, 'কাজী নজৰুল ইছলাম'ক কোনেও কেতিয়াও কোনো ধৰণৰ সীমাত ধৰি ৰাখিব নোৱাৰিছিল- আৰু নোৱাৰিবও। কাজী নজৰুল জানো মাথোঁ কবি আছিল? তেওঁ আছিল এটি ধুমুহা- সংকীৰ্ণতাৰ বেৰ উৰুৱাই লৈ যোৱা এটি প্ৰচণ্ড সুৰীয়া ধুমুহা-----।

# শোণিতকোঁৱৰ গজেন বৰুৱাদেউ

দমদমৰ পৰা ১০ নৱেম্বৰ '৭৬ৰ আবেলি উৰা মাৰি পালোঁহি পালাম বিমান কোঠ। পোনে পোনেই কৌটিল্য মাৰ্গত থকা অসম ভৱন। বাহিৰত দেখো জৰ্জ বেকাৰে পায়চাৰি কৰি আছে। মোক দেখি বৰ ভাল পালে। গম পালোঁ আব্দুল মজিদ আছেগৈ অৱন বৰপূজাৰীৰ সৈতে--

১১ নৱেম্বৰৰ পুৱাতে উঠি বন্ধু নৰেশ ৰাজখোৱাৰ সৈতে গলোঁগৈ ইণ্ডিয়া ইন্সটিটিউট অব্ মেডিচিনৰ পাঁচ মহলাত চিকিৎসাধীন হৈ থকা আমাৰ মৰমৰ শিল্পী শোণিতকোঁৱৰ গজেন বৰুৱাদেৱৰ খবৰ ল'বলৈ। গৈ পোৱাৰ সময়ত তেখেত বিছনাত নাই। গা ধুবলৈ গৈছে। গাৰুৰ ওচৰতে দেখিছোঁ এটি বগা কুৰ্তা আৰু কেইখনমান অসমীয়া বাতৰি কাকত। সুন্দৰ নতুন বগা কুৰ্তাটো পিন্ধিছেহি। মোক সাবটি ধৰি বুকুত বুকু লগাই বেছ কিছু মুহূৰ্ত কটাই দিলে। ক'লোঁ, গজেনদা, আপোনাৰ অসুস্থতাৰ কথা গম পাই মই লৰৰি আহিছোঁ। তেওঁ ক'লে, 'ভূপেন, মোৰ কিবা পেপটিক আলচাৰ নে কিবা হৈছে। অহা শনিবাৰে অৰ্থাৎ ১৩ নৱেম্বৰত অপাৰেশ্বন হ'ব। ভাল হৈ যাম।' গজেনদাৰ মনত অপাৰ সাহ। অফুৰন্ত জীৱন লালসা দেখি বৰ ভাল লাগিল। তদুপৰি

গজেনদাক চিকিৎসা কৰা ডাক্তৰজন বিশ্ববিখ্যাত। গজেনদাই ক'লে, "বুইছা ভূপেন, এই মহান ডাক্তৰজনে মোক বৰ ভাল পায়। চিত্ৰশিল্পী বুলিয়েই এই বিশেষ মৰম, তেওঁ কোনো ৰোগীৰ বিছনাত নবহে। মোৰ বিছনাত বহি আৰ্টৰ কথা পাতেহি ———।"

মই যেতিয়া গজেনদাক এৰি আহোঁ তেতিয়া তেওঁ কোৱা এবাৰ কথা বাৰে বাৰে কাণত বাজিছিল: 'ভূপেন, বাৰে চহৰীয়া ভাওনাৰ প্ৰামাণ্য চিত্ৰখনৰ কাম তুমি শেষ কৰি পেলাবাগৈ। আৰু এটা কথা তেওঁ কৈছিল। চোৱাঁ, ভূপেন, আমাৰ দুয়োৰে কিবা লেটিপেটি আছে। তোমাৰ শুভদিনত (অৰ্থাৎ মই ৰজত কমল পোৱাৰ দিনত) মই তোমাৰ ওচৰত থাকিম বুলি কৈছিলোঁ নহয়। এয়া তুমি দিল্লীত থকাৰ সময়তে ময়ো ৰোগী হিচাপে——।' কোঠাৰ পৰা ওলাই আহি দীঘল বাৰাণ্ডাৰে খোজ কাঢ়োঁতে মই আৰু নবেশে দুয়ো দুয়োৰে চকুলৈ চোৱা-চুই কৰিছিলোঁ। আমি দুয়ো মৌন হৈ খোজ কাঢ়িছিলোঁ। বোধহয় দুয়ো চিৰসুন্দৰক মনে মনে প্ৰাৰ্থনা কৰিছিলোঁ এই বুলি: মানুহে যিমান সহায় কৰিব পাৰে কৰিলে বা কৰিব, কিন্তু হে চিৰ সুন্দৰ, তুমি এই আজীৱন সুন্দৰৰ পোহৰ বিচৰা গজেনদাক যেন সুস্থ-সবল কৰি দিয়াঁ ——।

## গজেনদাৰ আমালৈ শেষ চিঠি

মৰমৰ ভূপেন,

মোৰ অস্ত্ৰোপচাৰ হোৱাৰ পাছত হাস্পতালত মোক প্ৰায় কুৰি দিনমান ৰাখিলে। ইতিমধ্যে তুমি বাংলাদেশ আৰু বোম্বেলৈ যোৱাৰ কথা আছিল। তাৰ পাছত তুমি ক'লৈ গ'লাগৈ মই গম নাপালোঁ।

মোৰ অস্ত্ৰোপচাৰ কৰা হ'ল। পিছে মই তোমাক কোৱাটো নহয়, peptic ulcer হোৱা নাছিল। খোৱা নলীত কিবা ঘা লাগিছিল। সেই ঘা টুকুৰা কাটি তাত ৰবৰৰ পাইপ জোৰা লগাই দিলে। ডাক্তৰ গোপীনাথৰ মতে সেই ঘা টুকুৰাৰ ওচৰত দুৰাৰোগ্য হোৱাৰ আশঙ্কা আছে বুলি মোক জনাইছে। বায়প্চি কৰি তেনে দুৰাৰোগ্য থকাৰ কোনো প্ৰমাণ পোৱা নাই। গতিকে গোটেই অৱস্থা - মোৰ অসুখৰ এইটোহে। হাস্পতালৰ পৰা ওলোৱাৰ পাছত কেইদিনমান বৰ আৰাম পাইছিলোঁ। অলপ অলপ কিবা খাবও পাৰিছিলোঁ। আসাম হাউছত দুই এদিন সামান্য ভাত খাব পাৰিছিলোঁ। পিছে দিল্লীৰ পৰা অহাৰ পাছত আকৌ খাব নোৱৰা হ'লোঁ। এতিয়া কণী, গাখীৰ আদি জুলীয়া বস্তুকে খাই আছোঁ।

তুমি 'আমাৰ প্ৰতিনিধি'ত লিখিছা যে দাদাৰ যথেষ্ট মনোবল আছে। মোৰ মনোবল সঁচাই যথেষ্ট আছে। একেলগে দুই-তিনি মাহ নোখোৱাকৈ থকাৰ পাছতো সেইদিনা দিল্লী পাই কনট প্লেছৰ পৰা পাহাৰগঞ্জলৈকে এক-ডেৰ মাইল খোজকাঢ়ি ফুৰিছিলোঁ। পাছে মনোবলটো কিছু কমি যাবলৈ ধৰিছে। অইন কাৰণত নহয়, এই যে পেটত ফুটা কৰি ৬ ইঞ্চি দীঘল এটা পাইপ ভৰাই দিছে, সেই পাইপটো কেতিয়াবা শোঁওতে বা ইফাল-সিফাল কৰোঁতে পেটত খোচ খাই যি যন্ত্ৰণা হয় সেই যন্ত্ৰণাই মনটো হতাশ কৰি পেলায়। অৱশ্যে মই খাব পৰা হ'লে পাইপডাল ৬ মাহ মানৰ পাছত খুলি দিয়াৰ কথা আছে। দিল্লীৰ পৰা আহিয়েই ভাবিছিলোঁ কাহিলিপাৰাৰ জ্যোতি চিত্ৰবনৰ কাৰণে ছবিখন আঁকিব পাৰিম। পিছে ডাক্তৰসকলে মোক এতিয়া কোনো কামেই কৰিবলৈ নিদিয়া হ'ল, আনকি মানুহৰ লগত কথা পাতিবলৈও বাধা দিয়ে। দিল্লীৰ পৰা অহাৰ পাছত প্ৰতিদিন যেতিয়া শ শ মানুহে মোক চাবলৈ আহিল মোৰ সেইকেইদিন আনন্দত চকুপানী বাগৰি গৈছিল। মই সেৱা কৰি থকা ৰাইজৰ সেৱা, উৎকণ্ঠা দেখি অবাক হৈছোঁ।

বেমাৰৰ বাবে মই বিশেষ ভবা নাই, বহুদিন নাখাই নবৈ গাঁৱে-ভূঞে ঘূৰি ফুৰা খোৱা-বোৱাৰ প্ৰতি যত্ন নলৈ শৰীৰৰ ওপৰত কৰা অত্যাচাৰৰ বাবেই এনে ব্যাধিয়ে লগ ল'বলৈ সুযোগ পালে। তুমি মনত পেলোৱাঁচোন- মোৰ লগত পৰি তুমি কত পাছপৰা গাঁও, মিচিং গাঁও, কাৰবিগাঁও, এইবোৰৰ উপৰিও মোৰ অভিযানত সহায় কৰিবলৈ অৰুণাচলৰ কিমান ঠাইত ঘূৰি ফুৰিছিলাঁ, সেইবিলাক কথা মনত পেলালে তোমাৰ বুজিবলৈ অসুবিধা নাথাকিব। যি কি নহওক, বোম্বেত তোমাৰ 'চামেলি মেমচাহেব'ৰ সংগীত আদিৰ কাম নিশ্চয় শেষ হ'ব পায়। সোনকালে সম্ভৱ তুমি ঘূৰিবা। ১৭ জানুৱাৰীত (১৯৭৭ চনৰ) শিল্পী দিৱসৰ দিনা জ্যোতি ভৱনটো মুকলি কৰা হ'ব। তালৈ তুমি আহিবা চাগৈ, "জ্যোতি ভৱন" মুকলি কৰাত তোমাৰ উপস্থিতি খুব প্ৰয়োজনীয়।

জ্যোতি ভৱনটো এইবাৰ সম্পূৰ্ণ হ'বগৈ বুলি আশা কৰিছোঁ। এই সন্দৰ্ভত সাংস্কৃতিক মন্ত্ৰী শ্ৰীমান হিতেশ্বৰ শইকীয়াই অতি মহৎ কাম কৰিলে। যোৱা ১২/১৫ বছৰে চৰকাৰে এই কথা ভাবিবলৈ অৱসৰেই পোৱা নাছিল। সেয়ে ৰোগ শয্যাত পৰি পৰি মই শইকীয়াৰ এই মহৎ প্ৰচেষ্টাৰ কথা ভাবি ভাবি শলাগ লৈছোঁ। "জ্যোতি ভৱন" সম্পৰ্কে তুমি মই আৰু কেইজনমান বহি সাংস্কৃতিক মন্ত্ৰী শইকীয়াক লৈ এটা আগতীয়া আলোচনা কৰিব পৰা হ'লে ভাল আছিল। তথাপি মই মোৰ মনে ভবা কিছুমান কথাৰে কেইটামান পৰামৰ্শ পঠাইছোঁ,

কাগজলৈও লিখিছোঁ। মোৰ কথা জ্যোতি ভৱনটো আধুনিক সাজেৰে সজ্জিত হ'ব নালাগে। শিল্পী জ্যোতিপ্ৰসাদৰ সপোনৰ সকলো বস্তুকে ধুনীয়াকৈ সজাই-পৰাই যেন বৈশিষ্ট্যপূৰ্ণ কৰি তোলে। মই এনেকুৱা ভাবিছোঁ যে, তেজপুৰৰ ডি চি-ৰ ঘৰৰ আগৰ ডাঙৰ ডাঙৰ সেই শিলৰ খুটা দুটা আনি জ্যোতি ভৱনৰ গেট নিৰ্মাণ কৰা হওক। আৰু তেনে দুই চাৰিটা খুটা ক'ল পাৰ্কৰ পৰা আনি দ-পৰ্বতীয়াৰ দুৱাৰখনৰ দৰে এখন গেট সজাব লাগে। সন্মুখৰ দেৱালখন ভাঙি তাক নতুন কৰি খোদাই আদি কৰি ভিতৰ ফালে বামুণী পাহাৰত পৰি থকা বহু ভগ্নাৱশেষ আদি সংগ্ৰহ কৰি আনি সজ্জিত কৰাৰ উপৰিও জ্যোতিপ্ৰসাদৰ এটা প্ৰস্তৰ মূৰ্তি সোঁফালে ৰখাৰ ব্যৱস্থা কৰিব লাগে। কলিকতাৰ জোড়াসাঁকোত ৰবি ঠাকুৰৰ ঘৰটোৰ দৰে জ্যোতিপ্ৰসাদৰ সকলো ব্যৱহাৰিক বস্তু ঘৰটোত সজাই-পৰাই ৰাখিব লাগে। এই সম্পৰ্কত তুমিও সাংস্কৃতিক মন্ত্ৰীলৈ তোমাৰ ফালৰ পৰা পৰামৰ্শ আদি দিবা। তোমাক খুউব চাবৰ মন গৈছে। অসমলৈ আহিলেই তুমি মোৰ ওচৰ পাবাহি বুলি আশা ৰাখিলোঁ। তোমাৰ মৰম আৰু অনুপ্ৰেৰণাত মই জীয়াই আছোঁ। আৰু থাকিম।

ইতি -<br>তোমাৰ<br>গজেনদা<br>২০/১২/৭৬

## এইমাত্ৰ এটা খবৰ পালোঁ গজেনদা গ'লগৈ, জামুগুৰি শূন্য

শোণিতকোঁৱৰ, নৃত্যশিল্পী, চিত্ৰশিল্পী কৃষ্টিৰ বিষয়ে আজীৱন ঘূৰি ফুৰা শিল্পী বাৰেচহৰীয়া ভাওনাক বিশ্ববিখ্যাত কৰি তোলা শিল্পী, এসময়ত অসমীয়া নৃত্য লৈ জাভা বৰ্ণিও জাকাৰ্টাত পৰিভ্ৰমণ কৰি যশস্যা গোটোৱা শিল্পী, পৰ্বত-ভৈয়ামৰ বুজাবুজিৰ বাবে দাৰিদ্ৰ্য সাবটি লৈও অক্লান্তভাৱে কাম কৰি যোৱা শিল্পী, অতি মৰমৰ অতি শ্ৰদ্ধাৰ গজেন বৰুৱাদেৱক কেনচাৰ ৰোগে ২১ তাৰিখে (১৯৭৭ৰ জানুৱাৰীৰ) চিৰদিনলৈ ক'ৰবালৈ লৈ গ'ল বুলি মোৰ ভাই অমৰ হাজৰিকাই মোৰ বোম্বেৰ ঠিকনালৈ তাঁৰ এখন পঠাইছে।

মই একো লিখিব নোৱৰা হৈছোঁ। জ্যোতি ককাইদেউ, বিষ্ণু ককাইদেউ, বৰ্জীনদা আদিৰ চিৰ সহযোগী শোণিতকোঁৱৰৰ সংগ্ৰামৰ ওৰ পৰিল।

গজেনদা জ্যোতিত মিলি গ'ল। আমি তলৰপৰা চাই আছোঁ। চকু আমাৰ সেমেকা। মুখত মাত নাই। গজেনদাৰ আত্মাই শান্তি পাওক। পৰিয়ালটোলৈ কি লিখোঁ? পিছত লিখিম - আজি আৰু নোৱাৰিছোঁ ——————

# প্ৰমথেশ বৰুৱাৰ শোষোক্তি

## ধন কুবেৰৰ বিৰুদ্ধে মৃত্যুৰ আগতে বৰুৱাৰ শেষোক্তি - নে আত্মবিশ্লেষণ ?

এসময়ৰ ৰাজকুমাৰ, পিছত প্ৰায় দৰিদ্ৰ প্ৰমথেশ বৰুৱা আছিল বাংলা তথা ভাৰতৰ ছবিজগতৰ প্ৰতিষ্ঠাতা শ্ৰদ্ধেয় জনক, জিনিয়াছ। সকলো একাধাৰে। অথচ মৃত্যুৰ সময়ত অৰ্থাৎ ২য় মহাযুদ্ধৰ পিছত, অমাৰ্জিত ধনকুবেৰহঁতৰ বিৰুদ্ধে শেষ উক্তি কৰি যাবলগীয়া হৈছিল। আজি কমাৰ্চিয়েল বনাম আৰ্ট ফিল্মৰ সংঘাতৰ সময়ত যি ঘটিছে- তেওঁৰ শেষ জীৱনতো সেয়েই ঘটিছিল যেন লাগে। বৰুৱাই সুন্দৰ বাংলা ভাষাত লিখি থৈ যোৱা এই মূল্যবান শেষ প্ৰবন্ধটি (ভুল ক'ত) আমাৰ হাতত পৰিছেহি। হুবহু অনুবাদ কৰি দিছোঁ। চাওকচোন বৰুৱাৰ কলিজাৰ কান্দোন আৰু ক্ৰোধ— পঢ়িলে আজিৰ মননশীল ছবি নিৰ্মাতাই, আজি লিখা যেন নেলাগেনে ?

## ভুল ক'ত ?

ভুল ? আমাৰ মাজতে আছে। যথেষ্ট ভুল। সত্যৰ পিনে চকু মুদি থকা লাভ

নাই। আমাৰ সাম্প্ৰতিক ছবিবোৰে অন্ততঃ অভ্ৰান্তভাৱে এই কথাকে প্ৰমাণ কৰে যে——

'আমাৰ' বোলোঁতে আমি পৰিচালকৰ পৰা আৰম্ভ কৰি সকলো কলাকুশলীৰ কথা কৈছোঁ-, যাৰ প্ৰচেষ্টাত আৰু কলাকুশলতাত ৰূপ পায় এটি চিত্ৰকাহিনী। বাংলা চিত্ৰশিল্পৰ ক্ষেত্ৰত 'অগ্ৰগতি' কথাটো যদি ব্যৱহাৰ কৰা অন্যায় হয়, মোৰ পক্ষে! পৰ্যালোচনা কৰিলে দেখা যাব যে প্ৰায় এক যুগ আগতে আমিয়েই এনে কেইখনমান জ্যোতির্ময় ছবি উপহাৰ দিব পাৰিছিলোঁ- যাৰ ঔজ্জ্বল্যই দৰ্শকৰ শ্ৰদ্ধা আৰু সুখ্যাতি আনিব পাৰিছিল আমাৰ ভঁড়াললৈ। ফলত, আমাৰ চিত্ৰশিল্পৰ মান ওখ হোৱাত আমাৰ এনে লাগিছিল যেন ই পালে এক স্থায়ী প্ৰতিষ্ঠা। হায়ৰে তেতিয়া কি জানিছিলোঁ যে সেই জ্যোতি মাথোন এটি ক্ষণিকৰ জিলিঙনি। —— লাহে লাহে আকৌ আমাৰ চিত্ৰজাগতিক প্ৰগতি হ'বলৈ ধৰিলে অধোগামী! কিন্তু কিয়? কিয়? কোনে ঘটালে আমাৰ এই অধঃপতন?

আমি সিদিনাৰ সেই আলোকবাহী পথিকৃতৰ দল - আজিওতো আমি সকলো আছোঁ। সকলো থাকোঁতেও নিৰুপায় হৈ, কিয় আমাৰ চকুৰ আগতে চাবলগীয়া হৈছে, লাহে লাহে সেই আলোকতীৰ্থই - এই হেন তমসাঘন পঙ্কিল পৰিণতি!

এয়া কাৰ পাপ? কাৰ অপৰাধ? সেই দিনত যিসকলে চিত্ৰশিল্পৰ প্ৰগতিৰ বাবে আমৰণ কৃচ্ছ্ৰ সাধন বৰণ কৰি লৈছিল, আমি নিজেও সেই ভাগ্যৱানসকলৰ (দুৰ্ভাগ্য হয়তো) অন্যতম। আপুনি জানিব খোজেনে সেই আমিয়েই আজি কি ধাৰণা ৰাখোঁ - সাম্প্ৰতিক চিত্ৰশিল্প সম্পৰ্কে, মোৰ মতামত পিছত জানিলেও হ'ব। তাৰ আগতে দেখা যাওক, চিত্ৰশিল্পৰ অঙ্গ ব্যৱচ্ছেদ কৰি ক'ত লুকাই ৰখা হৈছে - সেই ফুল? প্ৰথমৰ ফালে, আমি - কলাকুশলীসকল আছিলোঁ 'প্ৰযোজক' নামধাৰী কৃতীপুৰুষসকলৰ (যাৰ শুভেচ্ছা আৰু অৰ্থানুকূল্যত ছবি সৃষ্টি হৈছিল) ক্ৰীড়নক। তথাপি তেওঁলোকক লৈয়েই গঢ়ি তুলিব লাগিব সুন্দৰ সুৰুচিপূৰ্ণ ছবি। আমাৰ সকলোৰে তেতিয়া লক্ষ্য আছিল - একেটাই। যিভাবেই হওক আমাৰ সপোন আৰু সাধনাক বাস্তৱত ৰূপায়িত কৰিবলৈ আমি বদ্ধ-পৰিকৰ। ফলত ক্ষণিকৰ কাৰণে পুৰস্কাৰ আমি পাইছিলোঁ। কিন্তু টকা আৰু খ্যাতি বৃদ্ধিৰ লগে লগেই ঘটিল আমাৰ বিভ্ৰান্তি। আমি কলাকুশলীসকলেই আত্মহাৰা হৈ পৰিলোঁ আত্মপ্ৰশস্তিত। প্ৰযোজকসকলে লুব্ধনেত্ৰে চালে বেঙ্কৰ বহীত জমাৰ অঙ্কৰ পিনে। লচপচাই উঠিল তেওঁলোকৰ হাত। অতৃপ্ত-অৰ্থ-স্পৰ্শ-লালসাত!

আমি মিতালি পাতিলোঁ সেই 'সিঁহত'ৰ সৈতেই। সহজলভ্য লাভৰ সোৱাদ অতি সহজে আৰু কিমান কম সময়ত, কম খৰচত ছবি কৰিব পাৰি - 'কমাৰ্চিয়েল'

ছবি। আমাক শিকালে (প্ৰাণান্তকৰ চেষ্টা কৰিলে শিকাবৰ)- ছবি তৈয়াৰীৰ ব্যৱসায়ত আৰ্ট্-ফাৰ্ট লৈ মূৰ ঘমোৱাটো নিতান্তই নিৰৰ্থক বেপাৰ, - আচল লক্ষ্য হোৱা উচিত - অৰ্থ উপাৰ্জন। বুজালে, সেই পথতেই কিদৰে সম্ভৱ হৈছে - চক্‌চকীয়া গাড়ী, প্ৰাসাদোপম ঘৰ আৰু বিলাস সম্ভাৰ সংগ্ৰহ কৰা। জপ মন্ত্ৰ হ'ল টকা টকা। আৰু -আৰু। কিনি লোৱা দালালৰ দৰে টকাৰ লোভ দেখুৱাই সিহঁতে বিচাৰিলে আমাক কৰি তুলিবলৈ - পূৰাপূৰি - কুবেৰ পূজাৰী।

এই আজিৰ প্ৰযোজকহঁতৰ বহুতেই স্পষ্টভাৱে পৰিচালকসকলৰ পৰা আগতেই জানিব খোজে কিমান কম টকাত ছবি কৰিব পাৰি? **সৰ্বনিম্ন ব্যয়কাৰী পৰিচালকেই পায় নিয়োগ - পায় প্ৰযোজকৰ প্ৰশংসা। ফলত হয় এয়ে যে আমাৰ দৰে কলাকুশলীসকলেও ৰেশ্যনৰ দাম যোগাৰ কৰাৰ প্ৰয়োজনত, বাধ্য হৈয়েই আৰ্ট, আত্মা, আদৰ্শ আৰু সাধনাক ৰসাতললৈ পঠাই - ৰাজী হৈ যাওঁ - সিহঁতৰ প্ৰস্তাৱত। বাচি থকাৰ তাগিদাত এয়ে নকৰি উপায় ক'ত? আৰু সেয়ে আমাৰ বাংলা চলচ্চিত্ৰৰ সুনাম আজি পঙ্ক-লাঞ্ছিত।**

-মই কৈছোঁ, আমাৰ প্ৰযোজকহঁতেই আমাৰ কলাপূজাৰীসকলক কৰি তুলিছে - অৰ্থসচেতন। সেয়ে আজি **ইয়াত ইমান অজস্ৰ কলা-কুশলীৰ ভিৰ, যাৰ মাজত সাধনা আৰু কৰ্তা-ভজনৰ মনোবৃত্তি হৈ উঠিছে প্ৰকাশ্যভাৱেই প্ৰকট। ৰেৱাজ হৈছে আমাকেই দোষী কৰাৰ। সবাতোকৈ বিস্ময়কৰ কথা এই যে, সকলো প্ৰযোজকেই আমাক টানি নমালে এই হেন পঙ্কাৱৰ্তত। অথচ সিহঁতেই আমাৰ বিৰুদ্ধে সেই একেই নেতিবাচক প্ৰচাৰত পঞ্চমুখ! কয় - আমাৰ মাজত হেনো নাই নিষ্ঠা, নাই জ্যোতি, নাই কোনো প্ৰাণচাঞ্চল্য। আমি হেনো হৈ পৰিছোঁ মৃত - ফছিল! কিন্তু সঁচাকৈ দোষ কাৰ? এয়া কাৰ অনাচাৰ? কাৰ পাপ? মোৰ দৃঢ় আৰু সুচিন্তিত অভিমত - দায়ী - প্ৰযোজক। মই ইহঁতক বোলোঁ অৰ্থপিশাচ। শিক্ষা মোৰ আৰম্ভ হৈ গৈছে। এনেহেন প্ৰযোজকক কড়াই গণ্ডাই হিচাপ কৰি, প্ৰায়শ্চিত্ত কৰাব লাগিব। নিজৰ পাপ আৰু ভুলৰ 'খেচাৰৎ' দিবলৈ।** অসমাপ্ত বাংলা ছবিৰ সুদীৰ্ঘ তালিকাৰ পৰাই বুজিব পাৰি সেইদিনৰ ফুলৰ বাগিচা আজি ভৰি গৈছে হাবিৰে। ইহঁতক বিদায় দিব লাগিব। লগে লগে তেওঁলোকো যাব লাগিব - যিসকলে আমাৰ দলত, 'কলাপূজাৰী'ৰ ছদ্মবেশত দীক্ষা লৈছে মাথোঁ বৈশ্যধৰ্মত। চৰম হৈ উঠিছে ইহঁতৰ ব্যৱসায়ী মনোবৃত্তি - সেয়ে পতন ইহঁতৰ আসন্ন।

আমাৰ সাম্প্ৰতিক চিত্ৰশিল্প সম্পৰ্কে এয়েই মোৰ অভিমত। ভুল যদি মোৰ কিছু থাকে, সাদৰ আহবান জনাইছোঁ - সেই ভুল দেখুৱাই দিবৰ বাবে। প্ৰমাণ

কৰক যে - মই ভ্ৰান্ত। স্বাগত জনাইছোঁ সেই জনক (এনে জন যদি থাকে) যদি তেওঁ পাৰে, মোক আলোক দান কৰি বাধিত কৰিব--- (প্ৰমথেশ বৰুৱা)

বৰুৱাৰ এই সমালোচনা বা বিশ্লেষণ সমগ্ৰ দেশে নীৰৱে শুনিলে। 'এচকেপিষ্ট বৰুৱাজ চেলেঞ্জ' - বুলি কাকতত প্ৰবন্ধটি ওলাইছিল। কিন্তু টু শব্দ শুনা নগ'ল। কোনো ফালৰ পৰা। কাৰো হিম্মৎ নহ'ল বৰুৱাৰ যুক্তি কটাব। কৰিব কেনেকৈ? এই বৰুৱাইতো শৰৎচন্দ্ৰৰ সাহিত্যক অমৰ কৰিলে, ৰবি ঠাকুৰৰ গীতক বাইজৰ মাজলৈ আনিলে - স্বকীয় প্ৰতিভাৰে চিত্ৰৰ ভাষাৰে! এটা ইণ্ডাষ্ট্ৰী গঢ়ি থৈ গ'ল ভাৰতত। তাহানি ফিল্ম এনকোৱাৰী কমিটীৰ বহুল প্ৰচাৰিত এখন মহাসভা বহিল। সমস্বৰে ৰব উঠিল - চৰ্কাৰী সাহায্য লাগেই!

---সুদৰ্শন প্ৰমথেশ বৰুৱাই মিচিক্ কৰে হাঁহি মাৰি তেতিয়া ক'লে -

'চৰ্কাৰটো যদি আমাৰ হয়, চৰ্কাৰ যদি মাৰ্জিত হয়, তেন্তে চৰ্কাৰী সাহায্য অনস্বীকাৰ্য্য। কিন্তু সেই সাহায্য যুক্তিপূৰ্ণ হ'ব যদিহে চৰ্কাৰে সাৰ্থক পৰিকল্পনা কৰিব জানে।' এয়ে আছিল আমাৰ অসমৰ গৌৰীপুৰৰ প্ৰমথেশৰ সাহস।

সৃজনী প্ৰতিভাসম্পন্ন লোকৰ গালি খায়ো ভাল লাগে। নকৰিলেই বা প্ৰমথেশে এখনো অসমীয়া ছবি। সেয়েহে, জ্যোতিচিত্ৰবনৰ প্ৰথম ফ্ল'ৰখনিৰ নামকৰণ প্ৰমথেশ বৰুৱা ফ্ল'ৰ দিয়াৰ প্ৰস্তাৱটো কৰিছিলোঁ ময়েই। কাৰণ তেওঁ ভাৰতীয় ছবিজগতৰ ভোটাতৰা।

# হাস্য কৌতুকাভিনেতা ঃ ৰাৰণ নাথ

## অসমৰ গ্ৰামোফোন ৰেকৰ্ড জগতৰ অন্যতম বাটকটীয়া

এই লেখকৰ ঘৰত এদিন পুৱাতে আহি ওলালহি প্ৰৱীণ শিল্পী প্ৰফেছৰ ৰাৰণ নাথ। অসমৰ অৱসৰপ্ৰাপ্ত চীফ ছেক্ৰেটেৰী ধৰ্মানন্দ দাসদেৱৰ এসময়ৰ ক্লাছফ্ৰেণ্ড, স্বৰ্গীয় বিষ্ণুপ্ৰসাদ ৰাভাৰ অন্তৰঙ্গ বন্ধু। জ্যোতিপ্ৰসাদে আমাক যেতিয়া 'জয়মতী', 'শোণিত কুঁৱৰী' আদিৰ ৰেকৰ্ড নাট কৰাবলৈ কলিকতালৈ নিয়ে, তেতিয়াৰ পৰাই আমি ৰাৰণ নাথদেৱৰ নাম শুনিছিলোঁ। যোৱা প্ৰায় পাঁচটা দশকে নাথে তেওঁৰ গীত ৰচনা প্ৰতিভা, কেৰিকেচাৰ, হাস্য কৌতুক অভিনয় আদিৰে লক্ষ লক্ষ লোকক আনন্দ দি আহিছে। কথাই কথাই মই নাথক পুৰণি কথা সুধিলোঁ। প্ৰথমতে হুমুনিয়াহ এটি কাঢ়ি পিছ মুহূৰ্ততে স্বভাৱসুলভ ৰগৰ সানি তেওঁ বহু কথাই কৈ গ'ল। 'ভূপেন বোপা, এইখান বৰ ডাঙৰ হিষ্টিৰী।' তাৰ পাছত জানিলোঁ ঃ ১৯২৮ চনত ক্লাছ এইটৰ পৰাই পঢ়া শুনা এৰি স্বাধীনতাৰ আন্দোলনত জঁপিয়াই পৰিল। ঘৰৰ আৰ্থিক অৱস্থা দুখলগা। ১৯৩০/৩১ চনত কংগ্ৰেছৰ

(সৰভোগত) ছেক্ৰেটেৰীও হয় তেওঁ। দেওহাটীৰ সঙ্গীতজ্ঞ মিহিৰনাথ চক্ৰৱৰ্তী আৰু বৰপেটাৰ ওস্তাদ সৰ্বেশ্বৰ বায়নৰ তলত সংগীত শিকি অভয়াপুৰীৰ ৰাজবাড়ীলৈ গৈ মেনেজাৰজনৰ পৰা অৱহেলা পোৱাত পোনে পোনেই অভয়াপুৰীৰ নৃপতি যোগেন্দ্ৰনাৰায়ণ ভূপ বাহাদুৰৰ কাষ পালেগৈ। নাথৰ কৌতুক দেখি ৰজা বাহাদুৰে তেওঁক ৩০০·০০ টকা পুৰস্কাৰ দিলে। তাৰ আগতে সেই ৰাজ্যৰ হাইস্কুলৰ হেডমাষ্টৰ পূৰ্ণবাবুৱে ১৫৭ টকা দিয়ালে। নাথে সেই দিনৰ সেই ধন পাই ভাল কাপোৰ-কানি কিনি কিছু 'ভদ্ৰ' হ'ল। " ভূপেন বোপা, মই তেতিয়া অনুভৱ কৰিলোঁ যে মোৰ মাতটো ডাঙৰ কৰিব লাগে। সেয়ে বিস্কুটৰ টিন এটা কাটি চুঙাৰ দৰে কৰি লৈ মই কেৰিকেচাৰ কৰিছিলোঁ। তেতিয়াৰ দিনত মাইক্ৰোফোন নাছিল আমাৰ অসমত। সেই বিস্কুটৰ টিনেৰেই মই মাইক্ৰোফোন কৰি লৈ মোৰ মাতটোক বহুত শ্ৰোতাৰ সমুখত আগবঢ়াইছিলোঁ" বুলি নাথে হাঁহি দিলে। তাৰ পাছত কৈ গ'ল: '১৯৩০/৩১ চনত কংগ্ৰেছ জুবিলী হ'ব গুৱাহাটীত। সেই উপলক্ষে স্বৰ্গীয় উমেশ চৌধুৰীয়ে নাথক মতাই আনি এটি অনুষ্ঠানত তেওঁৰ হতুৱাই কৌতুক কৰালে। তেতিয়া কংগ্ৰেছ প্ৰেছিডেন্ট আছিল বিষ্ণুৰাম মেধি। নাথৰ কৌতুকত বিষ্ণুৰাম মেধিৰ বিষয়েও কিছু নিৰ্মল ব্যঙ্গ কৰিছিল বাবেই মেধিৰ ভীষণ খং উঠিল। নাথক মাননি দিয়াৰ কথা আছিল ১০ টকা। যেতিয়া মেধিক ১০ টকা মাননি খুজিবলৈ আহিল তেতিয়া নাথক মেধিয়ে খঙালসুলভ স্বভাৱেৰে হেনো 'নন্‌চেঞ্চ' বুলি গালি পাৰিলে। নাথৰো মস্তিষ্কৰ উত্তাপ বাঢ়ি গ'ল। 'বাপা, প্ৰায় হাতাহাতি হয় আৰু ' — ভাগ্যে তাত উপস্থিত থকা দেশভক্ত তৰুণ ফুকনে নাথক সাবটি ধৰিলে আৰু ইপিনে গোপীনাথ বৰদলৈদেৱে বিষ্ণু মেধিদেৱক শান্ত কৰি সাবট মাৰি ধৰে। স্বৰ্গীয় ফুকন আৰু বৰদলৈয়ে ৰাজনীতিবিদ আৰু শিল্পীৰ এই মহান কাজিয়া দেখি হাঁহি হাঁহি বাগৰি পৰিল। নাথৰ ইও এক নিৰ্মম কৌতুকাভিনয় আছিল।

১৯৩৫ চন। তাহানিৰ হিজ মাষ্টাৰ্ছ ভয়েচ কোম্পেনীয়ে কলিকতাৰ পৰা ৪০·০০ টকা পঠাই ৰেকৰ্ড কৰিবৰ বাবে নাথক মাতিলে। সৰভোগৰ পৰা কলিকতালৈ ৰেলৰ টিকটৰ দাম আছিল ৫·০০ টকা। নাথ গৈ কলিকতাত ১৪৬ নং আমহাৰ্ষ্ট ষ্ট্ৰীটত উঠিলগৈ। এইচ এম ভি-ত তেতিয়া উচ্চ কৰ্মচাৰী আছিল হেম গুহ। নাথে তেতিয়াৰ দিনৰ অসমীয়া ব্যৱসায়ী পীতাম্বৰ দাসৰ পৰামৰ্শ মতে তেওঁৰে সৈতে 'ডি কে ফোন' নাম দি অসমত ছাপ্লাই কৰিবৰ বাবে এটি গ্ৰাম'ফ'ন কোম্পেনী খুলিলে। লেবেলটো অসমীয়া! বি ৰাজা নামৰ

এজন ব্যৱসায়ীয়ে তেওঁলোকক ব্যৱসায়ৰ বুদ্ধি দিলে। এনেকৈ তেওঁ মাজে মাজে ১০০/১৫০ টকা আৰ্জিবলৈ ধৰিলে। বলাই সেন নামৰ এজন মহানুভৱ বঙালী জমিদাৰে নাথক সন্মান কৰি বিনা পইছাতে সুন্দৰ ঘৰ এটাত থাকিবলৈ দিলে। সেনদেৱৰ অসমীয়া গীত-মাতৰ প্ৰতি প্ৰীতি আছিল। তেওঁ কৈছিল "নাথ, আপনি মাজে মাজে আমাৰ ছেলেমেয়েদেৰ অসমীয়া গান এবং ভাষা শিখিয়ে দেবেন।" নাথ সেনৰ প্ৰতি আজিও কৃতজ্ঞ। অ' ৰ'ব। অসমীয়া গ্ৰাম'ফ'ন কোম্পেনীটোৰ কি হ'ল? মাথোঁ ক'লে, তিনিটা মেচিন অভয়াপুৰীলৈ আনি বেচিছিল - পিছে কিবা ঘৰুৱা কাৰণত পাৰ্টনাৰ পীতাম্বৰ দাসে কলিকতাত আত্মহত্যা কৰিলে। প্ৰথম অসমীয়া গ্ৰাম'ফ'ন কোম্পেনী 'ডি কে ফোন'ৰো লগে লগে মৃত্যু হ'ল।

আপুনি কৰা প্ৰথম গ্ৰাম'ফ'ন ৰেকৰ্ডখন কি আছিল বুলি সোধাত নাথে চকুকেইটা মুদি, অতীত ৰোমন্থন কৰি ক'লে, "বাপা, মোৰ প্ৰথম ৰেকৰ্ড হ'ল 'বহুবিবাহ' আৰু 'কল্যাণময়ী' নাটকৰ এটা দৃশ্য। সেই ৰেকৰ্ডত ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাদেৱৰ এটা গীতো ব্যৱহাৰ কৰিছিলোঁ।" তাহানি কলিকতাত ওকালতি কৰি থকা আৰু পাছত অসম হাইক'ৰ্টৰ চীফ জাষ্টিচ হোৱা স্বৰ্গীয় হলিৰাম ডেকা আৰু লক্ষ্মীনাথ বেজবৰুৱাদেৱৰ পৰা তেওঁ বৰ উদ্গনি আৰু মৰম লাভ কৰিছিল।

কথাই কথাই সুধিছিলোঁ, আপোনাৰ চুপাৰহিট ৰেকৰ্ড কোনখন আছিল? "বুঢ়া বুঢ়ীৰ জমা খৰচ" নামৰ ৰেকৰ্ডখন অসম্ভৱ বিক্ৰী হৈছিল বুলি নাথে ক'লে। এক কুৰি চৈধ্যখন ৰেকৰ্ড নাথে কৰিছিল এইচ এম ভিত আৰু ৩খন কৰিছিল কলম্বিয়া লেবেলত।

এটা প্ৰশ্ন কৰাৰ লোভ মই সামৰিব নোৱাৰিলোঁ। আপুনি প্ৰতিখন ৰেকৰ্ডত এইচ এম ভি কোম্পেনীত কিমান টকাকৈ পাইছিল? নাথে হাঁহি হাঁহি ক'লে, "ভূপেন বাপা, মই যোৱাৰ আগতে ৰেকৰ্ডৰ প্ৰতি পিঠিৰ বাবে দিছিলে ১১ টকা। তাৰ মানে দুই পিঠিত ২২ টকা। কিন্তু যিহেতু মই বৰ জনপ্ৰিয় আছিলোঁ, মোক দুই পিঠিৰ বাবে দিছিলে ২৮ আৰু ২৮ টকা অৰ্থাৎ ৫৬ টকা। সেয়েই তেতিয়া বহু টকা। খাবলৈ তেতিয়া সৰ্বমুঠ দৈনিক খৰচ আছিল মাত্ৰ ছয় অনা।

ৰাৱণ নাথ আজি বৃদ্ধ হৈছে। তেওঁৰ শিক্ষিত পুত্ৰ এজনক আজি তেওঁৰ ক্লাছ ফ্ৰেণ্ড ধৰ্মানন্দ দাসদেৱেও (ইমান পাৱাৰ থকা সত্ত্বেও!) চাকৰি এটা দিব পৰা নাই। নাথৰ ই এটা ক্ষোভ। আৰু এটা তেওঁৰ ক্ষোভ আছে বৰ্তমানৰ 'আকাশবাণী'ৰ বিৰুদ্ধে। তেওঁলোকে হেনো ৰাৱণ নাথৰ খুহুতীয়া গীত-মাতবোৰক যিমান গুৰুত্ব দিব লাগিছিল দিয়া নাই। কিছু বছৰ আগতে

,গুৱাহাটীৰ আকাশবাণীৰ বিৰুদ্ধে প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীলৈ ব্যক্তিগত চিঠি লেখিও একনলেজমেণ্ট ৰচিদ পাইছে। মোক সেই ৰচিদ দেখুৱাইছে। তাৰ পাছতহে পৰিয়াল পৰিকল্পনা বিভাগে (আকাশবাণীৰ) দুটা খুহুতীয়া ৰচনা তেওঁৰ দ্বাৰা প্ৰচাৰ কৰাইছে।

এইজন প্ৰবীণ শিল্পী লৈ এই বৃদ্ধ বয়সত অসম চৰকাৰে এটি 'শিল্পী পেঞ্চন' (সাহিত্যিক পেঞ্চনৰ দৰে) আগবঢ়াব নোৱাৰেনে?

# প্ৰবীণ শিল্পী প্ৰভাত শৰ্মা

তাহানিৰ কথা। ১৯৩৩-৩৪ চন। ভোলাগুৰিত জ্যোতি ককাইদেৱে যেতিয়া 'চিত্ৰবন' পাতি অসমৰ গুণী গুণী শিল্পী একত্ৰিত কৰিছিল,- কৰি 'জয়মতী' নিৰ্মাণ কৰিছিল, তেতিয়া তাত দেখা গৈছিল (আমি শুনা কথা) ফণী শৰ্মা, ফুনু বৰুৱা, গজেন বৰুৱা, স্বৰ্গজ্যোতি, আইদেউ সন্দিকৈ, মনোভি বৰুৱা আৰু বহুতকে। তাৰ মাজতে জাকত জিলিকা আছিল শ্যাম বৰণীয়া ওখ ডাঙৰ সদাহাস্যমুখী অভিনেতা, নাট্যকাৰ প্ৰভাত শৰ্মাদেউ। জ্যোতি ককাইদেৱে 'ইন্দ্ৰমালতী' নিৰ্মাণ কৰাৰ সময়ত ১৯৩৯/৪০ চনত আমাক কৈছিল ঃ 'ভূপেন, গদাধৰ সিংহৰ ভাওটো যাচিবলৈ মই প্ৰভাতক আনিছিলোঁ। বৰ গুণী আৰু সুন্দৰ শিল্পী প্ৰভাত। নাট লিখাতো হাত সুন্দৰ। কিছু অপৰিহাৰ্য কাৰণত প্ৰভাতৰ ঠাইত ফুনু বৰুৱাক গদাধৰৰ ভাওটো দিয়া হৈছিল- যদিও, প্ৰভাতৰ 'টেলেণ্ট' মই পাহৰিব নোৱাৰিম।'—

— তাৰ পাছত প্ৰভাত শৰ্মাদেউ থাকিলগৈ তিনিচুকীয়াত। ডিবৰুৰ বৰুৱা পৰিয়ালৰ 'ৰংঘৰ' (তিনিচুকীয়া) চিনেমাৰ মেনেজাৰ হৈ আজীৱন কটালে। সুন্দৰ এটি পৰিয়াল লৈ (তেওঁৰ পুত্ৰ-কন্যাসকল ভালভাৱে শিক্ষিত) শৰ্মাদেউ

তিনিচুকীয়াৰ সাংস্কৃতিক জীৱনৰ এটি মিঠা অঙ্গ হৈ পৰিছিল। মই আৰু গজেন বৰুৱা প্ৰায়েই তালৈ গৈছিলোঁ। লগতে মাজে মাজে গৈছিল কলা-সাংবাদিক প্ৰমোদ বৰদলৈ। মিঠা হাঁহিটো মাৰি সুন্দৰ ওখ মানুহজনে আমাক সাবটি ধৰিছিল। মাতিছিলোঁ 'প্ৰভাত দা' বুলি। অসমীয়া মঞ্চত এসময়ত চাঞ্চল্যৰ সৃষ্টি কৰিছিল তেওঁৰ ৰচিত 'ৰাজনটী' নাটকেৰে। অসমীয়া ফিল্ম শিল্পৰ সুখ-দুখৰ সৈতে সক্ৰিয় অংশগ্ৰহণ কৰিছিল প্ৰভাতদাই। অসমৰ সাংস্কৃতিক জগতখনৰ পৰা প্ৰভাতদাই যোৱা ১৯ জুন '৭৭ অৰ দিনা (ডিব্ৰু মেডিকেল কলেজত) চিৰদিনৰ বাবে প্ৰস্থান কৰিলে। প্ৰভাত দাৰ মধুৰ ব্যক্তিত্ব, শৰীৰৰ উচ্চতাতকৈও অধিক মনৰ চিন্তাশীলতা, বহল বুকুখনৰ উদাৰতা, নাট আৰু সংস্কৃতিৰ জগতত দেখুওৱা আগ্ৰহ আৰু সৃজনী প্ৰতিভা, এই সকলো গুণ লৈ অসমৰ শিল্পীৰ পৃথিৱীখন ইমানদিনে শুৱাই থকা প্ৰভাত শৰ্মাদেউ চিৰজ্যোতিৰ দেশলৈ গুচি গ'ল। ই অসমৰ বাবে অপূৰণীয় ক্ষতি। — মই এজন মৰমৰ দাদাক হেৰুৱালোঁ।— ০ ০ ০

# কিন্তু সি গ'লগৈ
# জয়ন্ত গ'লগৈ ----

সি গ'লগৈ —

আমাৰ ঘৰ শূন্য —

পৰি আছে সেই গীটাৰখন মই এমেৰিকাৰ পৰা ১৯৫২ চনত আনি দিয়া - সি তেতিয়া আঠ বছৰীয়া ল'ৰা। পৰি আছে সেই ডোমব্ৰাটো। ১৯৫৬ চনত ৰাছিয়াৰ ইউক্ৰেনৰ পৰা আনি দিয়া -

পৰি আছে আৰু এটি ডোমব্ৰা, ১৯৬৭ চনত তাছখণ্ডৰ পৰা আনি দিয়া। তাৰ যাদুকৰী আঙুলিৰ পৰশ ইহঁতে আৰু নাপায়! —

সকলো ঠাইলৈ সি মোৰ সৈতে যোৱা নাছিল - সি সৰু আছিল।

১৯৭৩ আৰু ৭৪ চনত জাৰ্মানীলৈ মই তাক লৈ গৈছিলোঁ। তাৰ পৰা অনা-ইলেকট্ৰিক অৰ্গেণটোও আজি মৌন হৈ আমাৰ নিজৰাপাৰৰ ঘৰত পৰি আছে -

আৰু অকলশৰে বহি আছে গাভৰু বিধৱা মনীষা —

আৰু 'আকাশৰ তৰা হৈ থকা দেউতা আকাশৰ কোনখিনিত আছে' বুলি সোধা তাৰ চাৰে ছয়বছৰীয়া মৰমৰ পুতেক ৰাজা—

ৰাণা ভাইটি অকল আমাৰ ভাইটি নাছিল ---
শিল্পীৰ পৃথিৱীখনৰেই ভাইটি আছিল সি --------
আমাৰ তাৰ মৰমৰ ওপৰত 'মনপলি' নাই। আমি মাথোঁ ককায়েক।

এইবাৰ আমাৰ ঘৰৰ দুৰ্গা পূজা- অভিনৱ। দশমীত গোসাঁনী বিদায় দিয়া শৰতত আমি ষষ্ঠীৰ দিনাই ৰাণাক বিসৰ্জন দিবলগীয়া হ'ল --

সহস্ৰ লোকৰ মাজত নৱগ্ৰহ শ্মশানত আমাৰ অকণমান মৰমৰ ৰাজাক মই কোলাত লৈ আমাৰ ৰাণাৰ মুখাগ্নি কৰিবলৈ ক'বলগীয়া হৈছিল। ক'লোঁ- 'বাবা ৰাজা তই ধূপ এডাল জ্বলাই দে না।'

সি ক'লে, 'কিয় বৰ্তা (বৰদেউতা) ?' মই মৌন। --- আপুনি কি ক'ব তেতিয়া --- ?

মোৰ চকুপানী লুকুৱাই ক'লোঁ- "দে না ভাই এডাল জ্বলাই।" সি ক'লে, "বেলুন দিব লাগিব কিন্তু বৰ্তা" --- মই ক'লোঁ- বহুত বেলুন দিম দে বহুত --- সি ধূপ জ্বলালে -- তাকো আমি চাবলগীয়া হ'ল। চিতা জ্বলি উঠিল ----

১৯৬৭ চনত মোৰ এখন ছবিৰ (চিক্‌মিক্ বিজুলী) বাবে গীত এটি লিখিছিলোঁ

'মৃত্যুক সাবটি সমাধি তলিত
অকলে আছোঁহি শুই ------
মোৰ মৃতদেহ বগা কাপোৰেৰে
কোনোবাই ঢাকি দিলে
আন কোনোবাই গঙ্গা জলেৰে
দেহাটি তিয়াই দিলে -----
নিশ্চয় তুমি তেতিয়া আছিলা
আনৰ মৰম ছুই -------
মই আছিলোঁ ক্ষণ গণি গণি
আশাৰ বৃক্ষ কই -------

সেই ছবিত সি আছিল মোৰ সহকাৰী সংগীত পৰিচালক। মই সকলোবোৰ গীতৰ সুৰ দিয়াৰ পিছত হঠাতে ক'লোঁ- ৰাণা ভাইটি, এই গীতটোৰ সুৰ তই দে। তই গাবি। তই অৰ্কেষ্ট্ৰেশ্যন কৰিবি। সি সেই নিশা তাৰ দোস্ত- দোস্ত হবিবুৰ ৰহমানেৰে সৈতে বহি - গীতটোৰ সুৰ দিলে। পিছদিনা গাই শুনালত মই ভাল পালোঁ।

মইতো নাজানিছিলোঁ যে মৃত্যু সাবটি গীতটো তাৰ বাবে ইমান সোনকালে ফলিয়াব। মইতো নাজানিছিলোঁ দোস্ত হবিবুৰ ৰহমানৰ গাতো সেই গীতটো

ফলিয়াব? জনা হ'লে- সেই গীত ময়েই গালোঁহেঁতেন। আমি থাকি গ'লোঁ 'আশাৰ বৃক্ষ কই' ----- আৰু ৰাণা, দোস্তইঁত ডেকা ডেকা বয়সতে গ'লগৈ ----। ৰাণা গৈছিল 'নতুন আশা' সুৰেৰে সজাবলৈ ----- আচৰিত নাটক --- নিয়তি ----- নিয়তি ---- ৰাণাৰ শ্ৰাদ্ধৰ দিনা আমাৰ ঘৰত মহিলাসকলে গাইছিল

'শ্যামকানু দূৰৈ হৈ নেযাবা
সোণৰ বাঁহী গঢ়াই দিম
ঘৰতেই বজাবা -----
নন্দেৰ দুলাল বাচা তুমি
আছিলা যে সৰু
পঞ্চ বয়সতে তুমি
ৰখাইছিলা গৰু' ------

সোণৰ বাঁহী গঢ়াই দিলেও ৰাণা সোঁশৰীৰে কেতিয়াও নাহে বুলি জানো ------

কাৰণ, হেমন্ত দত্তৰ ভাষাৰেই সি জানো গাই যোৱা নাই -

'মই যি বাটেৰে ওলালোঁ আজি
নাহোঁ উলটি
মই ন পথেৰে জ্যোতিৰ পখী
ফুৰোঁ বিচাৰি -----'

আজি ৰাণাই সুৰ দিয়া মোৰ নিজৰেই ভাষাৰ গীতটি গাবলৈ মন যায় -----

চন্দ্ৰ তৰাক থাপ মাৰি আনি
থেকেচি পেলাবৰ হ'ল
সূৰ্যমুখীয়ে সজাব কাহানি
বেথাৰ সমাধি তল। ------

তাৰ প্ৰাণৰো প্ৰাণৰ প্ৰগতি শিল্পী সংঘই ষ্টেডিয়ামত পতা 'জয়ন্ত সৌৰৰণ'ৰ নিশা-

মই গাইছিলোঁ ঃ

'ঘৰ আছে মায়া নাই
সঙ্গীহীনৰ সঙ্গী নাই
ফুলৰ যেন সুগন্ধ নাই
কাৰনো মৰম আঁকোৱালি ল'বা,
সঁহাৰি নেপাবা -

শ্ৰান্ত বতৰ
ক্লান্ত বায়ু
সুৰ বন্দী হ'ল
আশাৰ তৰী
নিৰাশাৰ
বালিত পৰি ৰ'ল -------
সকলো আছে কিবা নাই
জীৱন আছে ৰস নাই
প্ৰভাত আছে সূৰ্য নাই
শূন্যাতে একো যে নাই
কি বিচাৰি ক'লৈ গুচি যাবা ------
সঁহাৰি নেপাবা -----
ভাবিছিলোঁ এবুকু ভৰাই
ঘৰৰ মায়া পাবা
সেই মায়াৰে কোমল কোলাত
ক্ষণিক জিৰাবা,
সঁহাৰি নেপাবা।

# ''ব'হাগ দেখিলোঁ অথচ মঘাই ওজা নাই

বিহুবিহীন অসমীয়া জাতিৰ কথা যেনেকৈ ভাবিব নোৱাৰি, মঘাই ওজা-বিহীন অসমীয়া গ্ৰাম্য সংস্কৃতিৰ শকতিৰ কথাও ভাবিব নোৱাৰি।

এক দশকৰো আগৰ কথা ঃ

এদিন মেগাফোন কোম্পানীয়ে মোক ক'লে ঃ 'আপুনি এটি প্ৰস্তাৱ দিছিলে। মঘাই ওজাৰ বিষয়ে। মঘাই ওজাক মাতি পঠিয়াওক এতিয়া। আমি ৰেকৰ্ড কৰিম তেওঁৰ যাদুকৰী ঢোলৰ।' মই কৰ্মকৰ্তাক সুধিলোঁ মঘাই ওজাৰ ঢোল শুনিছেনে ?. তেওঁ ক'লে ঃ 'আমি গণনাট্য সংঘৰ অধিবেশনত তেওঁক কলিকতাত দেখিছোঁ, শুনিছোঁও। জবাব নাই তেওঁৰ। তদুপৰি আমাক সলিল চৌধুৰীয়ে কৈছে বহু কথা। আপোনাৰ ঘৰতে ৰাখিব যদি বেয়া নেপায়।' মই সানন্দে মাতি পঠালোঁ। ঢোল চাৰিটা আৰু এজন 'পালিক' লৈ ওলালহি মোৰ টালিগঞ্জৰ ঘৰত। ৰেকৰ্ড হৈ গ'ল। সকলোৱে তবধ মানিলে তেওঁৰ ঢোল শুনি। — এদিন সন্ধিয়া তেওঁ ঘৰলৈ ওভতোঁতে পলম কৰা দেখি মই চিন্তিত হৈছোঁ। পাছত ওলালহি। ক'লৈ গৈছিল ? সুধিলোঁ মই। 'এ নক'ব আৰু কলিকতাৰ শ্ৰোতা মানুহবোৰ ভাল। পাছে, ট্ৰামত উঠা মানুহবোৰ বেয়া।' তেওঁ ক'লে।

মই বোলো কি হ'লনো ওজা? 'এঃ মোৰ জেপত থকা ৰূপ আঢ়ে কুৰি লৈ গ'ল বুইছেনে হাজৰিকা!' মই ক'লোঁঃ কাইলৈ পাই যাব। মঘাই ওজা বুলি নাজানিলে বাবে কোনোবা কলিকতীয়াই ধনখিনি নিলে। টোকোনাতো! পিছদিনা আমি যুক্তি কৰি গোটাই পঞ্চাশটা টকা ওজাৰ হাতত দিলোঁ। আও, ইহঁতে ফিৰাই দিলেনে? আমি ক'লোঁ, অ' তো, মঘাই ওজাৰ ধন কোনোবাই মাৰিব পাৰে নে? তেওঁ টকাখিনি চাই ক'লেঃ 'নোটখিনি একে একে যেন লাগিছে। পিছে, ধনখিনি বান্ধি থোৱা মোৰ হাঁচতিখন একা! 'মই ক'লোঁ, কলিকতীয়া লোকে অসমৰ কৃষ্টিৰ চিন হিচাপে নিলে সেইখন। বাদ দিয়ক। সহজ সৰলভাৱে হাঁহি ওজাই ক'লেঃ 'এৰা, হাজৰিকা, নিয়ক দিয়ক। সিহঁতে চাওক আমাৰ বোৱনীয়ে তাঁত শালত কেনে কমাল ব'ব পাৰে। অসমৰ নাম হওক কলিকতাত। কি কয়?' মোক সুধিলে। মই ক'লোঁঃ সজ কথা —। এয়া আছিল মঘাই ওজাৰ সৰলতা।

যোৰহাটত সিদিনা মাথোঁ। তেওঁৰ কেন্সাৰ হোৱাত যোৰহাটৰ ৰাইজে চিকিৎসাৰ্থে সহায় কৰিছে মৃত্যুমুখী ওজাক। জিলা পুথিভঁৰালত তেওঁৰ সাহায্যাৰ্থে ময়ো গীত গাইছিলোঁ। — সেই সন্ধিয়া তেওঁ ঢোল বজাব খুজিলে। আমি বাধা দিলোঁ। তেওঁৰ ল'ৰাটিয়ে বজালে। মঘাই ওজাই উচ্ পিচ্ লগাইছে - ঢোল বজাবই। মই মঞ্চৰ পিছফালে নি ক'লোঁ- আজি নালাগে! 'হাজৰিকা, ইহঁত ডাক্তৰমখা বৰ ভাল। ডিবৰুত মোক বৰ সহায় কৰিছে। পিছে ইহঁতে মিছা কথা কয়। মোৰ কেন্সাৰ-ফেন্সাৰ একো হোৱা নাই বুইছে।' মই ক'লোঁ, নিশ্চয় আপোনাৰ একো হোৱা নাই। পিছে আজি বজাব নালাগে আপুনি। তথাপি কিন্তু এই অদমনীয় মনৰ মঘাই ওজাই উপস্থিত ৰাইজক সেৱা জনাই বহুতো মনৰ কথা ক'লে, ঢোল নবজাইও নিজে ৰচা গীত গালে, সমাজক ব্যঙ্গ কৰিলে গীতে-মাতে। নিশা বিদায় দিলোঁ উপেন বৰুৱাৰ ঘৰত অলপ 'চুপ' খুৱাই। গোটা বস্তু কেতিয়াও তেওঁৰ ডিঙিৰে নাযায় —। কেইদিনমান পাছত মোৰ বন্ধু হেমেন বৰুৱাৰ ঘৰৰ ল'নখনত আমি বহি আছোঁ - হঠাতে ওলালহি মঘাই ওজা। মই আচৰিত হ'লোঁ ওজাক দেখি। ধুতি চাৰ্ট পিন্ধি চুলিত তেল লৈ, ভালকৈ ফণিয়াই। হাঁহি হাঁহি ক'লে, 'হাজৰিকা, আপুনি বৰুৱাৰ ঘৰত আছে বুলি শুনিয়েই আহিলোঁ।' সুধিলোঁ আপুনি ঘৰত জিৰণি লোৱাৰ কথাহে আছিল! 'নাই নাই কি জিৰণি ল'ম। মই ঠিক আছোঁ, মোৰ কেন্সাৰ হোৱা নাই নহয়।'

মই ক'লোঁ- নাই হোৱাতো, পিছে কেইদিনমান জিৰণি লওকচোন। মই আৰু হেমেনে ক'লোঁ- আপোনাক কলিকতা ফুৰাবলৈ লৈ যাম। যাব? (আচলতে আমাৰ দুয়োৰে ইচ্ছা আছিল কলিকতাত ডাক্তৰক আৰু এবাৰ দেখুওৱা)। ওজাই

ক'লে, 'এৰা, বোম্বেখনো এবাৰ চাই, তাত আকৌ ঢোল বজাই আহিবৰ মন। বুইছে হাজৰিকা, সেই বিমল ৰায়, বলৰাজ চাহানি, সলিল চৌধুৰীবোৰ আটাইখনেই মোৰ বন্ধু নহয় - জানেই। এবাৰ লগ ধৰাৰ মন।' মই ক'লোঁ, বিমল ৰায়, বলৰাজ দুয়ো ঢুকাল যে জানে? শুনিছিলোঁ; বিমল ৰায় বোলে কেন্সাৰত ঢুকাল। মই হয় বুলি কোৱাত ওজাই একে উশাহেৰে ক'লে, 'মোক এই বেমাৰটোৱে নোৱাৰিব দেই। মই এতিয়া মোৰ গাঁৱৰ পৰা আহিছোঁ যোৰহাটলৈ।' আমি আচৰিত হ'লোঁ- মৃত্যু মুখত বহি থকা মঘাই ওজাৰ মনৰ বল দেখি। মই ক'লোঁ, মোৰে শপত ওজা, কেইদিনমান জিৰণি লওক। ভাল হ'লে আকৌ বিশ্ববিজয় কৰিব ঢোলেৰে, গীতেৰে। আমি গোটেইখন বিচৰণ কৰিম। আকাশৰ পিনে চাই ওজাই ক'লে- 'ঢোলৰ স্কুল এটা খুলি ডেকা ল'ৰা কিছুমানক ঢোল শিকাই যোৱাৰ মন আছে। সেই বাসনা পূৰাবই লাগিব — আজিকালি ল'ৰামখাৰ সাধনা নাই, বুইছে।' এয়া আছিল মঘাই ওজাৰ চিন্তা। এয়া আছিল মঘাই ওজাৰ জীৱন-লালসা। মঘাই ওজাৰ দৰে ওজা নোলায় আৰু, আমি হিয়া ভুকুৱাই চিঞৰিলেও নাপাওঁ আৰু —। যিমানেই ঢোলৰ ওজা নোলাওক! মঘাই ওজাৰ শ্ব'মেনশ্বিপ থকা পাৰফৰমিং আৰ্টিষ্ট ভাৰততে বিৰল।

## মঘাই ওজা নাই কথাষাৰ ভাবিব নোৱাৰি

কুলিটোৱে বাৰে বাৰে কান্দে —<br>
তাঁত শালত শিপিনী থৰ লাগে —<br>
ঘনেপতি ৰাঁচ নচলে — দোৰপতি মাকো থমকে —<br>
মাধৈ মালতী ফুলিও নুফুলে —<br>
ঢেঁকী থমকি ৰয় — মঘাই ওজা নাই —<br>
গোনা ম'হৰ যুঁজ শেষ হয় —<br>
গগনাৰ মাতেৰে কোনোবাই উচুপে —<br>
ঢোলত চাপৰ্ নপৰে —<br>
মঘাই ওজা নাই —<br>
ৰিঙা ৰিঙা মন —<br>
গধুৰ গধুৰ —<br>
এইবাৰ বিহুতলি যেন নহয় সিমান মধুৰ —<br>
মঘাই নাই —

মঘাই ওজাৰ ঢোলৰ চাপৰে সমাজ সলোৱাৰ শৱদৰ গৰ্জন কৰি তাকে আজীৱন প্ৰতিধ্বনিত কৰি কৰি 'বঙালী' বঙা দিনৰ পিনে গৈ গৈ

আজি বিহুৰ দিনত সকীয়াইছে ———

অসমৰ পথাৰত ঘাম পেলোৱা খেতিয়কৰ কলিজাৰ ছন্দ ঢোলত উলিয়াব পাৰি —

মঘাই ওজা নাই — কথাষাৰ ভাবিবই নোৱাৰি ———

হিয়া ভুকুৱাই কান্দিলেও নেপাম। অকল ঢোলৰ শৱদক অসমৰ পথাৰত আমি জীয়াই ৰাখিলেহে মঘাই ওজাই চাগে পাব- কিঞ্চিত শান্তি ———।

# অসমীয়া সাহিত্যলৈ প্ৰথম জ্ঞানপীঠ পুৰস্কাৰ

খ্যাতনামা ঔপন্যাসিক, কবি, সাংবাদিক ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যলৈ এইবাৰৰ (১৯৮০ চনৰ) ভাৰতীয় জ্ঞানপীঠ পুৰস্কাৰ (একলাখ টকা) আগবঢ়োৱা হৈছে। ড° ভট্টাচাৰ্যৰ 'মৃত্যুঞ্জয়' নামৰ '৪২-ৰ বিপ্লৱৰ পটভূমিত লিখা অসমীয়া উপন্যাসখনত সৰ্বভাৰতীয় চিন্তাধাৰা আৰু জীৱন স্ৰোতত অসমীয়া জীৱনৰ একাত্মীয়তাৰ বিচাৰ কৰিয়েই এই পুৰস্কাৰ দিয়া হৈছে। ইতিমধ্যে ইয়াৰ আগতে ড° ভট্টাচাৰ্যই নগা জীৱনৰ পটভূমিত লিখা 'ইয়াৰুইঙ্গম' নামৰ উপন্যাসৰ বাবে সাহিত্য অকাডেমী লাভ কৰিছিল। অসমীয়া উপন্যাসৰ বাবে জ্ঞানপীঠ পুৰস্কাৰ গ্ৰহণ কৰি ড° ভট্টাচাৰ্যই অসমীয়া সাহিত্যক গৌৰৱান্বিত কৰি তুলিলে। জ্ঞানপীঠ পুৰস্কাৰ দিয়া হয় সৰ্বভাৰতৰ বিভিন্ন ভাষাৰ সাহিত্যৰ উৎকৃষ্ট ৰচনাৰ ওপৰত এক বিশেষ উদ্যোগ প্ৰতিষ্ঠানৰ পৰা। প্ৰতিষ্ঠিত ভাৰতীয় জ্ঞানপীঠ ন্যাসৰ পৰা ইয়াৰ আগতে বঙালী সাহিত্যৰ স্বৰ্গীয় তাৰাশংকৰ বন্দোপাধ্যায়, বিষ্ণু দে, আশাপূৰ্ণা দেৱী, উৰিয়াত গোপীনাথ মহান্তি, যোৱা বছৰ (১৯৭৯) হিন্দী কবি

সচ্চিদানন্দ বাৎসায়ন 'অজ্ঞেয়' আদি বিখ্যাত সাহিত্যিকসকলক দিয়া হৈছিল। পঞ্চদশবাৰৰ বাবে দিয়া এই বঁটা (১৯৮০) অসমীয়াত এইবাৰেই প্ৰথম দিয়া হ'ল।

৫৬ বছৰ বয়সীয়া ড° ভট্টাচাৰ্যৰ অসমীয়া সাহিত্যলৈ অৱদান লেখত ল'বলগীয়া। এহাশুধীয়াকৈ সাহিত্য সেৱা আৰু সাংবাদিকতাকে জীৱনৰ মূল কৰ্মস্থলী বুলি বাছি লোৱা ধীৰ স্থিৰ আৰু সদালাপী, বুদ্ধিদীপ্ত ড° ভট্টাচাৰ্যই 'নৱযুগ' নামৰ সাপ্তাহিক কাগজ, 'ৰামধেনু' আদি সম্পাদনা কৰাৰ উপৰিও বিভিন্ন ৰচনাত তেওঁৰ গঠনমূলক সুস্থ চিন্তাধাৰা ব্যক্ত কৰিছে। সাংবাদিকতা সম্বন্ধে তেওঁ কৈছে - 'জনসাধাৰণৰ মৌলিক সমস্যাৰ বিষয়ে সাংবাদিকসকলৰ গভীৰ জ্ঞান নাথাকিলে সাংবাদিকতাৰ গতিশীলতা হেৰাই যায়। চহৰ কেন্দ্ৰিকতা বৰ্তমান সাংবাদিকতাৰ এক দোষত পৰিণত হৈছে।' অসমীয়া ভাষাত লিখা তেওঁৰ কেইবাখনো গ্ৰন্থ হিন্দী, মালয়ালম আদি বিভিন্ন ভাষালৈ অনূদিত হৈছে। আই, শতঘ্নী, ৰাজপথে ৰিঙিয়ায় (প্ৰথম উপন্যাস) আদি ভালেকেইখন উপন্যাসৰ উপৰিও 'কলং আজিও বয়' আৰু কেইবাখনো গল্প সংকলনো প্ৰকাশ হৈছে। ড° ভট্টাচাৰ্যৰ চিন্তাধাৰাৰ মৌলিকতা আৰু ৰচনা-ৰীতি ভাষা আৰু জীৱনবোধ আদৰ্শ আৰু সমাজ-জীৱনৰ লগত গভীৰ পৰিচয় তেওঁৰ লেখনীৰ বৈশিষ্ট্য। নগা জীৱনৰ লগত একাত্মীয়তাৰে সৈতে তেওঁলোকৰ জীৱনৰ আশা পৰিৱৰ্তনশীল জীৱনধাৰা সংঘাত আৰু সমস্যা ৰাজনৈতিক আশা-আকাংক্ষাক জীৱন্তভাৱে দাঙি ধৰা তেওঁৰ ইয়াৰুইঙ্গমৰ দৰে গ্ৰন্থ ভাৰতীয় সাহিত্যত বিৰল। '৪২-ৰ বিপ্লৱত অসমীয়া মানুহৰ আত্মাহুতি আৰু অৱদান, অসমীয়া থলুৱা লোকৰ সৰ্বভাৰতীয় আদৰ্শৰ লগত একীকৰণৰ চিত্ৰ 'মৃত্যুঞ্জয়' উপন্যাস বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ অনন্য সৃষ্টি। তেওঁৰ কবিতা 'বিষ্ণু ৰাভা এতিয়া কিমান ৰাতি' বহুতৰ মুখে মুখে। ৰাছিয়ালৈ গৈ ঘুৰি আহি ৰাছিয়া ভ্ৰমণৰ কথাও তেওঁ লিখিছে। অসমীয়া সাহিত্যত খুহুতীয়া ৰচনা আৰু ব্যঙ্গ বিষয়ত তেওঁ ডক্টৰেট উপাধি পাইছে আৰু বৰ্তমান গুৱাহাটী বিশ্ববিদ্যালয়ৰ সাংবাদিকতাৰ অধ্যাপক। অসমীয়া সাহিত্যক সৰ্বভাৰতীয় আসনত সুপ্ৰতিষ্ঠিত কৰি অনন্য গৌৰৱ কঢ়িয়াই অনাৰ বাবে ড° ভট্টাচাৰ্যলৈ আমাৰ আন্তৰিক অভিনন্দন।

# তবলাবাদক স্বৰ্গীয় বলোৰাম দাস

ক্ষমা কৰিব। অপ্ৰিয় সত্য কথা লিখিবলৈ মন গৈছে। কিন্তু লিখিম বুলিও যেন লিখিব পৰা নাই। হাতৰ কলমডাল দেখোন বগা কাকতৰ ওপৰত থমকি ৰৈ যাব খোজে। মনটো যেন কিবা উকঙা লাগিছে।

এয়া কলা-সংস্কৃতিৰে ঠাহ খাই থকা এখন জিলা- গোৱালপাৰা। কলা-সংস্কৃতিৰ যেন বৰপেৰা।

জানো, শিল্পীয়ে জনতাৰ মনৰ কথা বুজে- উপলব্ধি কৰে; সেয়ে চাগে দুবেলা দুমুঠি অন্ন যোগাৰ কৰিব নোৱাৰি ভাগৰি পৰিও জনতাৰ মনত খোৰাক যোগাবলৈ আগবাঢ়ি আহিছিল - গোৱালপাৰা চহৰৰ কলিতাপাৰা নিবাসী স্বৰ্গীয় বলোৰাম দাস। সময়ৰ হাত-বাউল আৰু শিল্পীমনৰ অদম্য উৎসাহ-উদ্দীপনা থকা হেতুকে স্বৰ্গীয় ভবেন ওস্তাদ, স্বৰ্গীয় গোপাল নাথ, স্বৰ্গীয় ধ্বজেন্দ্ৰনাৰায়ণ দাস, স্বৰ্গীয় লবকুশ ওস্তাদ, স্বৰ্গীয় মহেশ ওস্তাদ, স্বৰ্গীয় দেবেন কছাৰী, স্বৰ্গীয় অনুকূল নাথ আদি বহুতেই আগবাঢ়ি আহিছিল। তাহানি তেওঁলোকৰ প্ৰতিভা সৰ্বজনবিদিত। কিন্তু আজিৰ ডেকা চামে হয়তো তেওঁলোকৰ প্ৰতিভাক সুঁৱৰিবলৈ বিচৰা নাই। নাইবা পাহৰি গৈছে। তথাপি সময়ৰ আহ্বানক নেওচি

সুৰেন নাথ, ধীৰেন দাস, উমেশ্চন্দ্ৰ দাস আদিয়ে উচ্চ সংগীতৰ সেৱা কৰি আহিছে।

স্বৰ্গীয় বলোৰাম দাসৰ তবলাবাদক হিচাপে থকা খ্যাতি বহুতেই জানে - হয়তো বহুতে নাজানে। গোৱালপাৰা চহৰৰ বিবাহৰ বৈঠকী (টি পাৰ্টি) নতুবা যিকোনো সংগীতানুষ্ঠানত উচ্চাঙ্গ সংগীতত স্বৰ্গীয় বলোৰাম দাসে তবলা সঙ্গত কৰি সভামগুলীৰ মনাকাশ আকৰ্ষিত কৰিছিল। সেয়ে তেওঁলোকৰ লগত একেলগে বৈঠকীত যোগদান কৰা ব্যক্তি উমেশ্চন্দ্ৰ দাসে কৈছিল, স্বৰ্গীয় বলোৰাম দাসৰ হাত মানেই যাদুৰ নিচিনা আছিল।

স্বৰ্গীয় বলোৰাম দাস আজি আমাৰ মাজত নাই। কিন্তু এদিন তেখেতৰ তবলাৰ লহৰ আছিল শ্ৰোতা দৰ্শকমণ্ডলীৰ কাৰণে এক সুমধুৰ অভিজ্ঞতা। ভাবিলে আচৰিত লাগে, দুবেলা দুমুঠি অন্নৰ কাৰণে সংগ্ৰাম কৰি ভাগৰি পৰিও স্বৰ্গীয় বলোৰাম দাসে কলা-চৰ্চাৰ পৰা আঁতৰিব পৰা নাছিল। এয়েই শিল্পী - সঁচা শিল্পী। পৰিতাপৰ কথা যে এনেকুৱা শিল্পীয়ে হা ভাত-কাপোৰ কৰিয়েই মৃত্যুক সাবটি লয়। স্বৰ্গীয় বলোৰাম দাসেই এটি জ্বলন্ত উদাহৰণ। এৰা মৃত্যুৰ পিছতে এওঁলোকক আমি জনতাৰ শিল্পী আখ্যা দিওঁ অথচ জীৱিতাৱস্থাত এওঁলোকৰ আৰ্তনাদ শুনিও আমি চকু মুদি থাকোঁ। এয়া অপ্ৰিয় সত্য। নহ'লেনো এনেকুৱা শিল্পীও চৰকাৰী সাহায্যৰ পৰা বঞ্চিত হয়নে? এয়া নিশ্চয় আমাৰেই গাফিলতি। হায়! শিল্পীৰ জীৱন!

# ৰুদ্ৰ বৰুৱা

অসমৰ সংগীত আৰু কলা-সংস্কৃতি জগতৰ অতি পৰিচিত নাম ৰুদ্ৰ বৰুৱা আৰু নাই। চৈধ্য ফেব্ৰুৱাৰী '৮০ৰ আকাশবাণী আৰু বাতৰি কাকত যোগে প্ৰচাৰ হোৱা তেওঁৰ মৃত্যুৰ বাতৰিয়ে তেওঁৰ প্ৰিয় পৰিজনৰ লগতে অসমৰ সমূহ ৰাইজক ম্ৰিয়মান কৰি তোলে।

স্বৰ্গীয় বৰুৱা চিকিৎসাৰ বাবে ভেলোৰৰ খৃষ্টান মিছন হাচপতালত আছিল - গৈ আৰু তাতে চৈধ্য ফেব্ৰুৱাৰীৰ আবেলি ৪-১৫ বজাত তেওঁ শেষ নিশ্বাস পেলায়। তেওঁৰ বয়স ৫২ বছৰ হৈছিল।

১৯২৮ চনত নগাঁও জিলাৰ পুৰণি গুদামত জন্ম গ্ৰহণ কৰা বৰুৱাই সৰুতেই পিতৃ বৰদা বৰুৱাক হেৰুৱায় আৰু অসহায় অৱস্থাত নানান বিপৰ্যয়ৰ মাজেৰে নগাঁৱত স্কুলীয়া আৰু কলেজীয়া জীৱন পাৰ কৰি শ্বিলঙত চৰকাৰী কামত সোমায়গৈ। সমবায় বিভাগত শিক্ষা বিষয়া, প্ৰচাৰ বিভাগৰ উপ-সঞ্চালক আৰু পাছত সুকীয়াকৈ খোলা সাংস্কৃতিক বিভাগত ক্ৰমে উপসঞ্চালক আৰু সঞ্চালকৰ পদলৈ উধাই বৰুৱাই শেষ সময়লৈ অসমৰ সাংস্কৃতিক জগতলৈ বিভিন্ন প্ৰকাৰে অবিস্মৰণীয় বৰঙণি আগবঢ়াই গ'ল।

বৰুৱাৰ সৰু কালৰ পৰা সঙ্গীতত ৰাপ আছিল। অসমৰ লোকগীতৰ প্ৰতি বিশেষভাৱে আকৃষ্ট হৈ তেওঁ বনগীতৰ মাজেৰে ৰাজ্য জুৰি প্ৰতিষ্ঠা লাভ কৰিবলৈ সক্ষম হৈছিল। তেওঁ নিজে এগৰাকী জনপ্ৰিয় গায়ক আছিল, লগতে সেই সময়ছোৱাত তিনিশৰো অধিক বনগীত নিজে ৰচনা কৰি সুৰ দিছিল। আনহাতে অসমৰ ধ্ৰুপদী সংগীত আৰু লোক-নৃত্য-গীততো তেওঁৰ যথেষ্ট ব্যুৎপত্তি আছিল। ৰুক্মিণী হৰণ, কুমাৰ হৰণ, গৌতম বুদ্ধ, নতুন ভাৰত, ৰামায়ণ আদি পৌৰাণিক বিষয়ৰ নৃত্য-নাটিকাৰ সংগীত পৰিচালনাত তেওঁ কৃতিত্ব দেখুৱাইছিল। তদুপৰি কেবাখনো চলচ্চিত্ৰত তেওঁ সঙ্গীত পৰিচালনা কৰিছে।

মঞ্চ আৰু চলচ্চিত্ৰৰ অভিনেতা হিচাপেও বৰুৱাৰ দক্ষতা উল্লেখযোগ্য। তাহানি মঞ্চ নাট্য 'পহিলা তাৰিখ'ৰ মূল চৰিত্ৰত আৰু ৰাষ্ট্ৰীয় পুৰস্কাৰ প্ৰাপ্ত ছবি 'মমতা'ৰ এটা চৰিত্ৰৰ অভিনয়ত দেখুওৱা তেওঁৰ অভিনয় প্ৰতিভা পাহৰিব নোৱৰা ধৰণৰ।

আমাৰ বিভিন্ন সাংস্কৃতিক অনুষ্ঠানৰ লগত ওতপ্ৰোতভাৱে জড়িত, কিছুমান প্ৰতিষ্ঠানৰ কৰ্ণধাৰ, কেন্দ্ৰীয় সঙ্গীত নাটক একাডেমীৰ সদস্য, জ্যোতিচিত্ৰবন ষ্টুডিঅ' ছ'চাইটিৰ সচিব, কথাছবি বিত্ত নিগমৰ মেনেজিং ডাইৰেক্টৰ, অনাতাঁৰ কেন্দ্ৰৰ সংগীত পৰীক্ষক বৰুৱাৰ অকাল মৃত্যুত অসমৰ সাংস্কৃতিক জগতত অভাৱনীয় ক্ষতি হ'ল। সত্ৰীয়া গীত-নৃত্যাদি ভাৰত আৰু ইণ্ডোনেছিয়াত প্ৰচাৰ কৰা, চৰকাৰী ভিত্তিত নাট প্ৰতিযোগিতা, বাৰেচহৰীয়া ভাওনা, বিভাগীয় নাট্য দল গঠন, তেজপুৰত জ্যোতিভাৰতী স্থাপন, ৰাজ্যিক সংগীত মহাবিদ্যালয় স্থাপন, আন্তঃ ৰাজ্যিক সাংস্কৃতিক বিনিময় আদিত একনিষ্ঠভাৱে লাগি থকা এইগৰাকী অমায়িক, কষ্টসহিষ্ণু শিল্পী তথা কলা সংগঠকৰ মৃত্যুত অসমৰ শিল্পী সমাজ আৰু ৰাইজ মৰ্মাহত হৈছে।

# কমলাপ্ৰসাদ আগৰৱালাও গ'লগৈ

অসমৰ জাতীয় সংগীত 'অ' মোৰ আপোনাৰ দেশ'ৰ নীৰৱ সুৰকাৰ, প্ৰাক্তন সংসদ-সদস্য, বিধায়ক আৰু বিশিষ্ট সমাজকৰ্মী প্ৰখ্যাত আগৰৱালা পৰিয়ালৰ কমলাপ্ৰসাদ আগৰৱালাৰ (৭৩) কেতেকীবাৰীৰ 'মালিনী বন'ত যোৱা ২৫ ফেব্ৰুৱাৰী '৮০ত মৃত্যু হয়।

ওৰেটো জীৱন ৰাজহুৱা কামতে ব্ৰতী থকা আৰু নিজেই 'অনুষ্ঠান' স্বৰূপ হৈ পৰা আগৰৱালা সঙ্গীতজ্ঞ পৰমানন্দ আগৰৱালাৰ তৃতীয় পুত্ৰ আৰু জ্যোতিপ্ৰসাদ আগৰৱালাৰ ভায়েক। আইনৰ স্নাতক আগৰৱালা ১৯৪০-৪৭ চনলৈ 'আপাৰ হাউছ'ৰ সদস্য (এম এল চি) নিৰ্বাচিত হয়। ১৯৫২-৬৭ চনলৈ তিনিবাৰ তেজপুৰ সদৰ সমষ্টিৰ পৰা বিধায়ক নিৰ্বাচিত হয়। তেওঁ ১৯৪৮ চনৰ পৰা ১৯৬১ চনলৈ তেজপুৰ পৌৰসভাৰ সভাপতি হিচাপে একেৰাহে কাৰ্যনিৰ্বাহ কৰি অভিলেখ সৃষ্টি কৰে। ১৯৪৫ চনৰ পৰা আগৰৱালা একেৰাহে দৰং কলেজৰ প্ৰতিষ্ঠাতা কাৰ্যপালক। ১৯৭১ চনত তেজপুৰ লোকসভা সমষ্টিৰ মধ্যকালীন নিৰ্বাচনত বিজয়ী হৈ ছয় বছৰ কাল সংসদী সদস্য হৈ থাকে। আগৰৱালাই ১৯৫৬-৬২ চনলৈ অসমৰ কংগ্ৰেছ পাৰ্লিয়ামেণ্টৰী পাৰ্টিৰ সাধাৰণ সম্পাদক

আৰু চীফ হুইপ হিচাপে কাৰ্যনিৰ্বাহ কৰে। তেওঁ ১৯৬৭ চনত অসম বিত্তীয় নিগমৰ চেয়াৰমেন আৰু ১৯৬৩-৬৬ চনলৈ তেজপুৰ মহকুমা পৰিষদৰ সভাপতি নিৰ্বাচিত হয়। কিছুদিনৰ বাবে আগৰৱালাই তেজপুৰ একাডেমিৰ শিক্ষক আৰু তেজপুৰৰ বাৰতো যোগদান কৰে। তেওঁ তেজপুৰ জ্যোতি-কলা কেন্দ্ৰৰ সভাপতি হিচাপে মৃত্যুৰ কাললৈকে থাকে।

স্বৰ্গীয় আগৰৱালাৰ বাসভৱন ঐতিহ্যপূৰ্ণ 'পকী'ত ১৯২১ চনত মহাত্মা গান্ধী, চৌকত আলী, মহম্মদ আলী, পণ্ডিত মদনমোহন মালব্য আদি আলহী স্বৰূপে থকাটো উল্লেখযোগ্য। ১৯৩৪ চনতো মহাত্মা গান্ধী দ্বিতীয়বাৰৰ বাবে তাতে আলহী হয়। ১৯৩৭ চনত জৱাহৰলাল নেহৰু আদি সেই সময়ৰ ৰাষ্ট্ৰীয় নেতৃবৰ্গ 'পকী'তে আলহীৰূপে থকাটো স্মৰণীয়।

এই ঐতিহ্যপূৰ্ণ ভৱনটো ১৯৭৭ চনৰ সোতৰ জানুৱাৰীৰ দিনা 'জ্যোতি-ভাৰতী' লৈ ৰূপান্তৰিত কৰি আগৰৱালাই অসমৰ সংস্কৃতিৰ বৰঘৰলৈ আনুষ্ঠানিকভাৱে আগবঢ়ায়।

সামাজিক, সাংস্কৃতিক, শিক্ষানুষ্ঠান আদি বিভিন্ন ৰাজহুৱা অনুষ্ঠানৰ লগত জড়িত থাকি পত্নী শ্ৰীমতী মিনা আগৰৱালাৰ সৈতে সুদৰ্শন কমলাপ্ৰসাদ আগৰৱালাই নিস্বাৰ্থভাৱে আজীৱন সেৱা আগবঢ়ায়।

স্বৰ্গীয় আগৰৱালাই ১৯৫৯ চনত দালাই লামাক তেওঁৰ পৰিয়ালৰ সোণ চৰোৱা ঐতিহ্যপূৰ্ণ ছাতিৰে তেজপুৰ পৌৰসভাৰ সভাপতি হিচাপে স্বাগতম জনোৱাৰ সৌভাগ্য লাভ কৰে। তেজপুৰৰ পুৰণি ঐতিহ্যৰে সমাহিত উদ্যানবোৰৰ ঘাইকৈ ক'ল পাৰ্ক আৰু আধুনিক ৰূপত নৱনিৰ্মিত চক্ বজাৰখন নিৰ্মাণৰ পৰিকল্পনা আগৰৱালাৰ সৌন্দৰ্যপ্ৰেম আৰু মাৰ্জিত ৰুচিৰ পৰিচায়ক।

বিভিন্ন ৰাজহুৱা কামত ব্ৰতী থকা আগৰৱালা এগৰাকী নীৰৱ সুৰকাৰ। তেওঁ -'অ' মোৰ আপোনাৰ দেশ'ৰ উপৰিও ককায়েক জ্যোতিপ্ৰসাদৰ কেইবাটাও গীতত সুৰাৰোপ কৰে। আগৰৱালাই জীৱনৰ শেষ বয়সত সত্ৰীয়া গীতি-নৃত্যৰ আলমত আধুনিকতম মঞ্চ উপযোগী ৰূপত আৰু নিজস্ব বৈশিষ্ট্যৰে খোলৰ বোল দি শুকজনাৰ নাট স্যমন্তক হৰণ অনুপমভাৱে যুগুতায়। সেইদৰে শুকজনাৰ ৰুক্মিণীহৰণ নাটৰো মঞ্চৰূপ যুগুত কৰি সত্ৰীয়া গীতি-নৃত্যৰ বিষয়ত থকা পাৰদৰ্শিতাৰ চানেকী দিয়ে।

# 'ৰংমন'ৰ ৰং চিৰযুগমীয়া হ'ল

ৰং ভৰা মন হ'লেহে শিশু সাহিত্য সৃষ্টি কৰিব পাৰি।

'দস্যু-ভাস্কৰ' চৰিত্ৰৰে ল'ৰাৰ পৰা বুঢ়ালৈকে সবাৰে মনত চাঞ্চল্যৰ সৃষ্টি কৰা লেখক 'ৰংমন' আজি আৰু আমাৰ মাজত নাই। 'ৰংমন' কোন? আজি পঁচিশ বছৰে এই প্ৰশ্ন মোক সহস্ৰজনে কৰিছে- বিশেষকৈ চেমনীয়াসকলে কৰিছে। মই কিন্তু লিখিব পৰা নাছিলোঁ। কোৱা যে বাৰণ। 'ৰংমন' ছদ্মনাম লোৱা অতি অমায়িক লোকজন মোৰ অন্তৰঙ্গ বন্ধু। তেওঁৰ অনুৰোধ, 'হাজৰিকা, মোৰ আচল নামটো কৈ নিদিব দেই, আপোনাৰ শপত।'

'ৰংমন' ছদ্মনামত অসমীয়া সাহিত্যত ৬২টা ৰহস্যঘন ডিটেক্‌টিভ কাহিনী-সমৃদ্ধ 'ভাস্কৰ পুস্তকমালা'ৰ স্ৰষ্টা ৰবীন দেই যোৱা ২১ জুলাই '৮০ তাৰিখে তেওঁৰ কলিকতাৰ বাসভৱনত পৰলোক গমন কৰে।

ৰবীন দে'ৰ জন্ম হয় শিৱসাগৰৰ নাজিৰাৰ এক বঙালী পৰিয়ালত আজিৰ পৰা প্ৰায় ৫৬ বছৰ আগতে। প্ৰাথমিক শিক্ষা যদিও শিমলুগুৰিৰ বঙালী স্কুলতে আৰম্ভ কৰিছিল, ১৯৩৫ চনত তেওঁ অসমীয়া মাধ্যমত নাজিৰা হাইস্কুলত পঢ়িবলৈ লয়। ১৯৪২ চনত গান্ধীজীৰ অসহযোগ আন্দোলনত শান্তি সেনা হৈ যোগ

দিয়ে। ১৯৪৩ চনত ৰবীন দেই নাজিৰা হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতাৰ স্কটিচ চাৰ্চ কলেজত পঢ়িবলৈ লয়। পঢ়া-শুনা সাং কৰি তেওঁ ঘৰৰ ল'ৰা ঘৰলৈ আহে। নাজিৰালৈ উভতি আহি তেওঁ এটি সৰু ব্যৱসায়ত মনোনিৱেশ কৰে। সেই কামত তেওঁ শান্তি নেপালে। তেওঁ লেখক মানুহ। তেওঁৰ কাপে লিখিবলৈ উচ্‌পিচালে।

১৯৬০ চনত পুনৰ কলিকতালৈ যায়। ১৯৬৪ চনত 'ছোভিয়েট দেশ' পত্ৰিকাৰ সম্পাদনা বিভাগৰ সৈতে (অসমীয়া ভাষাৰ) যুক্ত হয়। ইয়াৰ আগতে কিন্তু তেওঁ 'ৰংমন' ছদ্মনামত ভাস্কৰ ছিৰিজ লিখিবলৈ ল'লেই। আৰু পূৰ্ণ বয়স্কৰ বাবে অসমীয়া সাহিত্যত নানা কিতাপ। কিন্তু চেমনীয়া আৰু শিশুৰ বাবে কিতাপ ক'তা? তেওঁ এই অভাৱ পূৰণ কৰাৰ মানসেৰে অবিৰামভাৱে লিখি যায়। 'দস্যু ভাস্কৰৰ আৱিৰ্ভাব' তেওঁৰ প্ৰথম ডিটেক্‌টিভ উপন্যাস। তাৰ পাছৰ পৰা এখনৰ পাছত এখনকৈ ভাস্কৰ চিৰিজৰ উপন্যাস প্ৰকাশ হ'বলৈ ধৰে। মৃত্যুৰ সময়লৈকে 'ৰংমন' ওৰফে ৰবীন দেৰ ভাস্কৰ চিৰিজৰ ৬১ খন কিতাপ প্ৰকাশ পাইছিল। মৃত্যুৰ ঠিক আগলৈকে ভাস্কৰৰ আৰু এখন কিতাপ প্ৰায় ১০০ — পৃষ্ঠামান লিখি থৈ গৈছে। সেইখনো অলপতে প্ৰকাশ পাব। সেইখনৰ পটভূমিকা অসমৰ সাম্প্ৰতিক আন্দোলন বুলি আমি জানিব পাৰিছোঁ।

দেই অকল ডিটেকটিভ উপন্যাস লিখিয়েই ক্ষান্ত থকা নাছিল। চেমনীয়াৰ বাবে 'ৰংমন' ছদ্ম নামেৰেই ১৯৬৯ চনত 'ডাকু' নামেৰে তেওঁৰ এখন শিশু উপন্যাস প্ৰকাশ পায়। তাৰ পাছত 'পৱন কোঁৱৰ' আৰু 'পৰ্বতৰ ৰেঙণি' নামৰ আৰু দুখন প্ৰকাশ কৰে। 'ডাকু' শিশু উপন্যাসখন এসময়ত 'ভাইটি-ভনীটি' নামৰ আলোচনী এখনত ধাৰাবাহিকৰূপে প্ৰকাশ পাইছিল। এই তিনিখন শিশু উপন্যাস অসমীয়া সাহিত্যত লেখত ল'বলগীয়া সৃষ্টি।

জীৱনৰ শেষছোৱাত 'পৰাশৰ' ছদ্ম নামেৰে 'নিপাতৰ পাত' নামৰ এখন সামাজিক উপন্যাস 'আমাৰ প্ৰতিনিধি'ত (যোৱা বছৰ ১৯৭৯ ৰ শাৰদীয় সংখ্যাৰ পৰা) ধাৰাবাহিকভাৱে লিখি আছিল। নাজিৰাৰ দিখৌ নদীৰ পাৰৰ মাছমৰীয়া জনজীৱনৰ দৈনন্দিন সুখ-দুখৰ কাহিনী সুন্দৰভাৱে আঁকিছিল।

ৰবীন দে এগৰাকী সু-অভিনেতাও আছিল। নাজিৰা নাট্য সমাজৰ গুৰি ধৰোঁতা দেই অসংখ্য নাটকৰ মুখ্য চৰিত্ৰত অভিনয় কৰি নাজিৰাৰ নাট্য ৰসিক দৰ্শকক যথেষ্ট আনন্দ দিব পাৰিছিল।

এই 'ৰংমন'ৰ মৃত্যুৰ পাছতে তেওঁৰ কিতাপৰ অনুৰাগীসকলৰ অসংখ্য চিঠিৰে আমাৰ অফিচ ভৰি পৰিছেহি। কলিকতাত থাকি বৈচিত্ৰ্যপূৰ্ণ এটি ছিৰিজ লিখি

তেওঁ কৌতূহলী পাঠকৰ অন্তৰ জয় কৰিব পাৰিছিল। তদুপৰি অসমীয়া সাহিত্যত সেইটো ধাৰাত যথেষ্ট বৰণগিও দি গৈছে। তেখেতৰ পৰিয়ালক "আমাৰ সমবেদনা জনাব" বুলি বহুতে লেখিছে।

আজি ভাৰতৰ অংগে অংগে যি ভুল বুজাবুজিৰ (সি কাৰোবাৰ উচ্চমন্যতা বা কাৰোবাৰ মই সক ভাবৰ বাবেই হওক) প্ৰকাশ দেখিছোঁ। তাৰ মাজতো আচল সৎ কৰ্মীক সকলোৱে সম্মান কৰি অহাও দেখিছোঁ। সাহিত্যই যুগে যুগে মানুহৰ মনৰ সেতু গঢ়ি অহা দেখিছোঁ। দেৰ অসম আৰু অসমীয়া ভাষাপ্ৰেম স্বাভাৱিক। তেওঁৰ সৃষ্টি স্বতঃস্ফূৰ্ত। তেওঁ মাধ্যম কৰিলে অসমীয়া ভাষা। কাৰণ স্বাভাৱিক। অসমৰ নাজিৰাৰ দিখৌ নৈৰ পাৰত জনম লভা, লভি তাৰে বায়ু সেৱন কৰি ডাঙৰ-দীঘল হোৱা ৰবীন দেৰ ভিতৰৰ নাজিৰাৰ 'ৰংমন'টোক মাৰে কোনে? সেই ৰংমন কলিকতাতে থাওক বা বিলাততে থাওক ৰংমন সদায় ৰংমন। ৰংমন — দিখৌপৰীয়া ৰংমন আজি নাই। কিন্তু জীয়াই আছে চেমনীয়া তথা সমগ্ৰ অসমীয়া ৰাইজৰ অন্তৰতম তন্ত্ৰী স্পৰ্শ কৰিব পৰা সৃষ্টি; যি অসমীয়া — সাহিত্য-সংস্কৃতিত চিৰ উজ্জ্বল হৈ চিৰ যুগমীয়া হৈ বিৰাজ কৰিব।

দিখৌৰ চেনেহ ল'বা, ৰংমন
লুইতৰ আশীষ ল'বা ৰংমন
বিদায় ৰংমন —

# দা ভয়চ — তচন্দুক —

এই প্রবন্ধটো লিখিবলৈ মোৰ মন যোৱা নাই –। গুৱাহাটী। ১৯৫৩-৫৪ অত মই শিক্ষা সাং কৰি বিদেশৰ পৰা গুৱাহাটীলৈ উভতি আহিয়েই গণনাট্য সংঘত জঁপিয়াই পৰিছোঁহি। 'এৰা বাটৰ সুৰ' বুলি এখন ৰেডিঅ' নাটক লিখি, সুকণ্ঠ বিচাৰি ফুৰিছোঁ। পালোঁ শ্যাম বৰ্ণৰ লাহি পাহি ডেকা তচন্দুক ইউচুফক। অনাতাঁৰৰ বাবে, মঞ্চত ঘোষণা কৰাৰ বাবে, আবৃত্তিৰ বাবে গদগদীয়া উচ্চাৰণৰ বাবে, কথোপকথনত নাটকীয় বাস্তৱতাৰ বাবে পালোঁ তচন্দুক ইউচুফক। তাৰ পিছত গুৱাহাটী বিশ্ববিদ্যালয়ত মই পঢ়াবলৈ ল'লোঁ। কিছুকাল পিছত হ'ল সৰ্বভাৰতীয় শিল্পী বলৰাজ সাহনি, অমৰ শেইখ, সলিল চৌধুৰী আদিক লৈ (হেমাঙ্গ বিশ্বাসদেৰৰ তত্বাৱধানত) বিৰাট গণ নাট্য সম্মিলন। তাত 'এৰা বাটৰ সুৰ'খন মঞ্চত অনাতাঁৰ নাটকৰ নিচিনাকৈ আগবঢ়ালোঁ। (সেই নাটখনে সৰ্বভাৰতীয় আন্তঃবিশ্ববিদ্যালয়ৰ প্ৰতিযোগিতাত প্ৰথম স্থান পালে দিল্লীত। গুৱাহাটী বিশ্ববিদ্যালয়ৰ জয় জয় ময় ময় এলাহাবাদতো।)

সেই গণনাট্য সম্মিলনত দিনে বাইশ হেজাৰ মানুহকৈ চল্লিশ হেজাৰৰো ওপৰ সংখ্যক শ্ৰোতাই একেটা প্ৰশ্নকে কৰিছিল । কোন সেই ঘোষকজন ? মই

গৌৰৱেৰে উত্তৰ দিছিলোঁ- 'দা ভয়চ্— তচন্দুক ইউচুফ।'

১৯৫৫ চন। গুৱাহাটী বিশ্ববিদ্যালয় এৰিলোঁ। কলিকতালৈ গুচি আহি 'এৰা বাটৰ সুৰ'খন বোলছবিলৈ ৰূপান্তৰিত কৰিবৰ আপ্ৰাণ চেষ্টা কৰিছোঁ। তচন্দুকক কলিকতালৈ মাতি পঠালোঁ। লগতে আনিলোঁ ফণী শৰ্মাদেৱক, বিজয় শঙ্কৰক আৰু বহুতকে। এটি এটি ভাও দি। তচন্দুকে সেই ছবিত খলনায়কৰ ভাও দিলে সুন্দৰভাৱে। মই মাজে মাজে জোকাইছিলোঁ- তচন্দুক, তোমালোকৰতো নিজৰে চাহ বাগিচা আছে। চাহ বাগিচাৰ বেয়া মেনেজাৰ এজনৰ ভাওটো তুমি ল'লে তোমালোকৰ চাহ বাগিচাৰ লোকসকলে বেয়া নেপায়তো? তচন্দুকে হাঁহি মাৰি ক'লে- 'ভূপেন দা, এক্টিং ইজ এক্টিং আফ্‌টাৰ অল।'

তচন্দুকৰ অসমীয়া, হিন্দী, ইংৰাজী উচ্চাৰণ বৰ ভাল আছিল। তচন্দুকে জীৱিকা নিৰ্বাহৰ বাবে অতি সহজতে তেতিয়া চাহ বাগিচাত ডাঙৰ চাকৰি লৈও এটি আৰামৰ জীৱন কটাব পাৰিলেহেঁতেন। পিছে তচন্দুকৰ ছফিচ্‌টিকেটেড্ অভিনয় চাই মই যেনেকৈ বিচাৰিছিলোঁ ঠিক তেনেকৈয়ে পাইছিলোঁ। সহস্ৰ সহস্ৰ দৰ্শকে তচন্দুকৰ অভিনয়, পুৰুষসুলভ কণ্ঠ মৰমেৰে গ্ৰহণ কৰিছিল। তাৰ পিছত তচন্দুকৰ সৈতে মোৰ সান্নিধ্য বাঢ়ি আহিল। ফণী শৰ্মাদেৱে এদিন কলিকতাত ক'লেহি, 'মই তচন্দুকক মোৰ বোলছবিত নায়কৰ ভাও দিম। কাহিনীটো আন ধৰণৰ। ছবিখনৰ নাম – 'পুৱতি নিশাৰ সপোন।' মোক তেখেতে ক'লে, 'ভূপেন, তুমি মিউজিক দিব লাগিব।' মোৰ ভাল লাগিল- তচন্দুকে এটি ভাল ভাও পোৱাত। দৰং জিলাৰ বিশ্বনাথ, জামুগুৰি আদিত আউটডোৰ শ্যুটিং শেষ কৰি তচন্দুক আৰু ফণী শৰ্মাদেউ কলিকতা পাইছেহি। ৰাশ্ব্ প্ৰিণ্ট মোক দেখুৱাইছে যাতে মই গীত লিখিবলৈ প্ৰেৰণা পাওঁ- দৃশ্যসমূহৰ পৰা। কিছু দৃশ্যত কেমেৰাই সুন্দৰ গুকুলা কঁহুৱা ফুল ধৰি আনিছে। মোৰ এতিয়াও স্পষ্ট মনত আছে- তচন্দুকে কোৱা এষাৰি কথা "ভূপেনদা, দৃশ্যটোত সময় গৈ থকা ইমেজ ওলাই পৰা নাইনে?" – মই কথাষাৰ বৰ ভাল পালোঁ। দৃশ্যটি আকৌ চালোঁ। সেই বতাহত কঁপি থকা কঁহুৱা ফুলৰ সৌন্দৰ্যৰ সৈতে সেই চৰিত্ৰটিৰ মনৰ গতিক যেন ইণ্টাৰকাট কৰিব পাৰি- এনে ভাব হ'ল। তচন্দুকক কথাটো ক'লোঁ। তেওঁ ক'লে, 'বঢ়িয়া হ'ব ভূপেন দা, লিখি পেলাওক গীতটো।' পিছদিনা মই লিখি পেলাইছিলোঁ ——

'কঁহুৱা বন
মোৰ অশান্ত মন
আলফুল হাতেৰে
লোৱা সাবটি

এটি এটি ক্ষণ
যেন মুকুতাৰে ধন
এনেয়ে হেৰুৱালে
নাহে উভতি

তচন্দুকে যেতিয়া একোটা চৰিত্ৰৰ ৰূপ দিছিল, তেতিয়া সেই চৰিত্ৰৰ সৈতে ইন্‌ভল্‌ভদ্ হৈ তেওঁ আন সকলো জড়িত কলাকুশলীৰ সৈতে আলচ কৰাটো মোৰ চকুত পৰিছিল। ই বৰ ডাঙৰ গুণ। কাৰণ, বোলছবি এটি সামূহিক আৰ্ট। তচন্দুক এই বিষয়ে সদায় সজাগ আছিল।

তচন্দুকে বিশ্বৰ নাট জগতত, বোলছবি জগতত, সাহিত্যৰ জগতত কি হৈছে তাৰ খবৰ ৰাখিছিল —— বৰ মননশীলতাৰে। সেয়েহে মঞ্চতো পাশ্চাত্যৰ যশস্বী নাট্যকাৰসকলৰ নাটকৰ অসমীয়া ৰূপান্তৰ কৰোঁতা ৰূপেও আমি তচন্দুকক পাইছিলোঁ। তাৰ পিছত পাইছিলোঁ- এখনৰ পিছত এখনকৈ নানা ধৰণৰ অসমীয়া ছবিত।

পুনৰ 'পুৱতি নিশাৰ সপোন'ৰ ফালে উভতি চাওঁ। ফণী শৰ্মাদেৱে মোক ক'লে- 'ভূপেন আক এটা গীত লিখা এটি দৃশ্যৰ বাবে। তচন্দুকৰ ভাওটো এনে বুলি বৰ্ণনা কৰিলে ঃ 'তেওঁ তেজপুৰৰ পগলা ফাটেকৰ পৰা ওলাইছে। তেজপুৰৰ ভোমোৰাগুৰিৰ পৰা শিলঘাটলৈ ফেৰীত উঠি উদাসভাৱে গৈ আছে। তেওঁৰ অতীতৰ কথা মনত পৰিছে। সুন্দৰ অতীতে যেন তেওঁৰ দুখময় বৰ্তমানক বাৰে বাৰে আমনি কৰিছে ।'

মই লিখিলোঁ ——
'সোঁৱৰণি মোৰ
ৰাঙলী জীৱনৰ
ৰংবোৰ কেনিবা গ'ল।

হাতীপটি ভাগি পৰিল
আকাশত অগনি জ্বলিল' ইত্যাদি।

বহিৰ্দৃশ্যত লুইতৰ বুকুত ফণী শৰ্মাদেৱে তচন্দুকক লৈ সেই দৃশ্য গ্ৰহণ কৰিলে। তাৰ পিছত কলিকতালৈ আহিল ইনডোৰ শুটিঙৰ বাবে। শুটিং কৰি কৰি এদিন তচন্দুক কলিকতাৰ পৰা নোহোৱা হ'ল। ফণী শৰ্মাদেৱক মই সুধিলোঁ-

ঃ তচন্দুক হঠাতে ক'লৈ গ'ল? তেতিয়া ষ্টুডিঅ'ৰ এটি অকলশৰীয়া চুকলৈ মাতি নি মোক তেখেতে ক'লে - 'ভূপেন, তচন্দুকৰ আচল জীৱনৰ পৰহি হোৱা ট্ৰেজেডি এটিৰ খবৰ পাই নগাঁৱৰ ঘৰলৈ গ'ল। সুধিলোঁ কি ট্ৰেজেডি? ফণী

শৰ্মাদেৱে ক'লে, - 'তেজপুৰ আৰু শিলঘাটৰ ফেৰীত তচন্দুকৰ দেউতাক গৈ আছিল। তেওঁ জোতাযোৰ খুলি, ফেৰীৰ ওপৰত বহা ঠাইত, সুন্দৰকৈ বহি আছিল। হঠাৎ তেওঁ ভৰ বাৰিষাৰ লুইতত জপিয়াই পৰিল। ফেৰীৰ মানুহে আৰু আন যাত্ৰীয়ে তেওঁক বচাবৰ আপ্ৰাণ চেষ্টা কৰিলে। তেওঁ কিন্তু, 'নো', 'নো' বুলি চিৰদিনৰ বাবে লুইতত সমাধি ল'লে।'

মোৰ হাত-ভৰি অৱশ হোৱাৰ দৰে হ'ল। ভাবিলোঁ ছবিখনৰ এটা দৃশ্যত তচন্দুকে যি চৰিত্ৰৰ মনৰ ভাব প্ৰকাশ কৰিছিল, যি লোকেশ্যনত সেই দৃশ্য গ্ৰহণ কৰা হ'ল- তাতেই তচন্দুকে আচল জীৱনত মৰমৰ দেউতাকক হেৰুৱালে। কি কো-ইনচিডেন্স! এই ট্ৰেজেডিৰ পিছত তেওঁ যেতিয়া কলিকতালৈ আহি ষ্টুডিঅ'ত সোমালহি তেতিয়া আমি মৌন হৈ গৈছিলোঁ। ইমান ডাঙৰ শোকত পৰিও কিন্তু তচন্দুকে পুনৰ অতি মনোযোগেৰে অন্যান্য দৃশ্যত অভিনয় কৰি গ'ল। কান্দিলে যদিও অকলে কান্দিলে। উচুপিলে যদিও অকলে উচুপিলে।

সিদিনা কলিকতাত এটি অমঙ্গলীয়া ৰাতিপুৱা, বাতৰি কাকতত তচন্দুকৰ অকাল মৃত্যুৰ বাতৰি পাই মোৰ মুখৰ মাত নোহোৱা হ'ল। চকুপানী অকলেই মচিলোঁ। কলঙৰ পাৰত ডাঙৰ-দীঘল হোৱা তচন্দুকে বিশাল লুইতৰ পাৰৰ সাংস্কৃতিক পুনৰ্জাগৰণত নিজৰ সাধ্যানুসাৰে যি সুন্দৰ বৰঙণি যোগালে তাৰ বাবে অসমী আয়ে সদায় তচন্দুকক মৰম কৰিব। অসমীয়া ৰাইজে সদায় তেওঁক সুঁৱৰিবই।

ভাই তচন্দুক, তোমাৰ মনত আছেনে- সঙ্গীতানুষ্ঠানসমূহত মোৰ কথা এনাউন্স কৰাৰ সময়ত তুমি প্ৰায়ে কৈছিলা- 'দেয়াৰ আৰ টু চুইট  ৱৰ্ডচ ইন দা  ৱৰ্ল্ড অব্ মিউজিক।' তাৰ পিছত মোৰ নাম আৰু উপাধি কৈছিলা। মনত আছেনে ময়ো কোনোবা কোনোবা অনুষ্ঠানত তোমাৰ কথা ঘোষণা কৰিছিলোঁ ঃ দেয়াৰ ইজ ওৱান চুইট _ৱৰ্ড ইন দা _ৱৰ্ল্ড অব্ ভয়চ - এণ্ড দেট্ ইজ- তচন্দুক? মোক সাবটি ধৰিছিলা। সেই 'দা ভয়চ' আজি স্তব্ধ। পুনৰ মোৰ মন গৈছে চিঞৰি দিবলৈ - 'হাতীপটি ভাগি পৰিল, আকাশত অগনি জ্বলিল, সূৰুযৰ চকুলো সৰিল——।' অসমৰ ডেকা ডেকা শিল্পী এনেকৈ নোহোৱা হ'ব লাগেনে?

তচন্দুক, তোমাৰ ইমান অভিমাননে? একেবাৰে যে গুচি গ'লা? ইমান খং নে ? কি হৈছিল তোমাৰ? কথা নোকোৱা কিয়? তচন্দুক, য'তে থাকা শান্তিৰে থাকা যেন। তোমাৰ পুৰুষ কণ্ঠৰ প্ৰতিধ্বনি অমৰ হৈ থাকিব। বিদায় তচন্দুক, ভাইটি মোৰ ———

# লতাঃ গোদাৱৰীৰ পাৰৰ পৰা লুইতৰ পাৰলৈ

ৰাধাগোবিন্দ বৰুৱাই বহুতো দি গ'ল। আসাম ট্ৰিবিউন, দৈনিক অসম, অসমবাণী, ষ্টেডিয়াম আৰু কত কি? তেওঁৰ মৃত্যুৰ কিছু দিন আগতে তেওঁৰ বাসস্থানলৈ মোক আমন্ত্ৰণ কৰি নি কৈছিলঃ 'ভূপেন, এখন সংগীত কলেজ অসমত নেলাগেনে?' মই ক'লোঁঃ লাগে। তেওঁ ক'লে, 'তুমিও আহাঁ, আমি কামত লাগি যাওঁ।' তাৰ পিছতে, ৰাধাগোবিন্দদেউ সিপুৰীলৈ গুচি গ'লগৈ—। তাহানিৰ অসম চৰকাৰে এই বিষয়ত বহুতো কিবা কৰিম বুলি নিমাত হ'ল।

ককাইদেউ, কথাটো উলিয়ালে ভালেই কৰিলে। আমাৰো উদ্দেশ্যত একেই চিন্তা — কি চিন্তা?

আমি এটি পুঁজি গোটাব খুজিছোঁ তেখেতৰ নামত, এখন সংগীত কলেজৰ

- বাবে।

- আৰু —

- আৰু কি?

- যোৱা চাৰি বছৰে অসমে জীয়াই থকাৰ আন্দোলন কৰিছে। বহুতো শিল্পীৰ দুৰৱস্থা বাঢ়িহে গৈছে। — জ্যোতি গ'ল। বিষ্ণু গ'ল, মঘাই গ'ল — ফণী শৰ্মা গ'ল। আজি গাঁৱে-ভূঞে সৰু সৰু শিল্পীৰো অৱস্থা দিনক দিনে বেয়াৰ ফাললৈ গৈছে — তেনে লোকক সহায় কৰিবলৈকো আমাক এটি পুঁজি নেলাগেনে?

- নিশ্চয় লাগে -

- তেন্তে আমাক এটি সহায় কৰি দিয়ক -

- কেনে ধৰণৰ?

- লতা মঙ্গেশকাৰক গুৱাহাটীলৈ দুনিশাৰ বাবে আনি দিয়ক। সকলো ৰাজনৈতিক দলীয় পক্ষপাতিত্বৰ উৰ্ধত ৰাখিম এই দুটি সন্ধিয়া। — এই কথোপকথন হৈছিল মোৰ আৰু গুৱাহাটীৰ বিখ্যাত সাংস্কৃতিক অনুষ্ঠান 'হেঙুল'ৰ প্ৰতিনিধিসকলৰ মাজত। কেইবামাহো আগতে গুৱাহাটীৰ নিজৰাপাৰত। এইবাৰ ওপৰ অসম ফুৰি আহি — উৰি আহিলোঁ অসম এৰি — আজি মই বোম্বেত। ৩ নৱেম্বৰ '৮৩ চন। মোৰ সৈতে 'হেঙুল'ৰ দুজন প্ৰতিনিধি। পেডাৰ ৰোডৰ 'প্ৰভুকুঞ্জ'ত আজি পুৱা, আমি লতাৰ পৰা লিখিত প্ৰতিশ্ৰুতি পালোঁ '৮৪ ৰ ফেব্ৰুৱাৰীৰ ১ তাৰিখৰ পৰা ৮৪ ৰ মাৰ্চৰ ৭ তাৰিখৰ মাজত, যিকোনো শনি, দেওবাৰে, দুনিশাৰ বাবে লতা মঙ্গেশকাৰ তেওঁৰ ওঠৰজনীয়া দলৰ (লণ্ডনৰ এলবাৰ্ট হললৈ যোৱা দলটিৰ) সৈতে গুৱাহাটীলৈ গীত পৰিবেশন কৰিবলৈ আহিব।

এইখিনিতে দুটা কথা কৈ থওঁ। ১৯৫৫ চনত যেতিয়া মোৰ 'এৰা বাটৰ সুৰ'ৰ বাবে লতাই 'জোনাকৰে ৰাতি, অসমীৰে মাটি, জিলিকি জিলিকি পৰে' গায়, তেতিয়াৰে পৰাই অসমৰ প্ৰতি লতাৰ আন্তৰিক মৰম আৰু শ্ৰদ্ধা মই দেখি আহিছোঁ— যোৱা চাৰি বছৰে অসমৰ আন্দোলনৰ চৰম কালতো, বোম্বেত মোক লগ পালেই লতাই সোধে- 'ভূপেনদা, অসমৰ খবৰ কওক। অসমক ভাল পাওঁ। আমি চিন্তিত। কিবা সমাধান হ'লনে?'

বহু বছৰ আগৰ কথা। তেতিয়া মই নিউয়ৰ্কত। নিউয়ৰ্কৰ ইণ্ডিয়া হাউছত হঠাতে এদিন 'ইলাষ্ট্ৰেটেড উইকলী অব্ ইণ্ডিয়া'খন পালোঁ। ভাৰতৰ আলোচনী। জনাৰ অপৰিসীম আগ্ৰহ। সেই আলোচনীতে দেখিলোঁ। কভাৰ ষ্টৰী হৈছে লতা মঙ্গেশকাৰৰ। 'নতুন নাইটেঙ্গল' বুলি বহু কথা লিখা হৈছে।

পঢ়িলোঁ। পাহৰিলোঁ।

উভতি আহি মোৰ জীৱনৰ সংগ্ৰাম আৰম্ভ হৈ গৈছে। গুৱাহাটী-কলিকতা। কলিকতাত বঙালী ছবি এখনৰ সঙ্গীত পৰিচালনাৰ দায়িত্ব পালোঁ। নাম 'কড়ি

ও কমল'। ভাবিলোঁ এই ছবিৰ বাবে লতাক গোৱাম। তেতিয়া কলিকতাৰ কোনো সঙ্গীত পৰিচালককেই লতাক ছবিত গান গোৱাবৰ বাবে আগবাঢ়ি অহা নাছিল।

হেমন্তদা (মুখাৰ্জী) তেতিয়া বম্বেত স্বনামধন্য। তেওঁক লগত লৈ গ'লোঁ। লতা তেতিয়া বালকেশ্বৰ হাউছত থাকে। গৈ দেখোঁ মজিয়াতে এডজনমান কুকুৰ পোৱালি লৈ লতা উমলি আছে।

হেমন্তদা ওখ-পাখ মানুহ। গহীন হৈ ক'লে ঃ 'এয়া ভূপেন হাজৰিকা। বঙালী ছবি এখন কৰিছে। গান গাব লাগিব।' মোলৈ চাই লতাই ক'লে ঃ 'আপোনাৰ নামতকৈ বয়সত সৰু।'

লতাই ক'লে ঃ বলৰাজ সাহনীৰ মুখত শুনিছোঁ। বিমলদাৰ (স্বৰ্গীয় বিমল ৰায়) মুখত শুনিছোঁ।

বলৰাজ, বিমল ৰায়হঁত আমাৰ স'তে সেই সময়ত গণ নাট্য আন্দোলনৰ স'তে নিবিড়ভাবে জড়িত আছিল। বলৰাজ সাহনী মোৰ বৰ ভাল বন্ধু আছিল। নিউয়ৰ্কৰ পৰা আহি বম্বেত বলৰাজৰ স্কুটাৰতে মই উঠি ফুৰিছিলোঁ।

লতাই গান গালে। তাৰ পিছত আৰু এখন ছবি। নাম 'অসমাপ্ত'। এইখন বোধহয় প্ৰথম ছবি য'ত একজন নহয় পাঁচজন সঙ্গীত পৰিচালক আছিল। মইও আছিলোঁ একজন। লতাই এই ছবিতো গান গালে। মোৰ সুৰত নহয়। নচিকেতা ঘোষৰ সুৰত। যোগাযোগ কিন্তু মই কৰি দিছিলোঁ। এনেতে মোৰ ৰেডিঅ' নাট 'এৰা বাটৰ সুৰ'খনে গুৱাহাটী বিশ্ববিদ্যালয়ৰ হৈ প্ৰথম পুৰস্কাৰ পালে। তালকোট্ৰা গ্ৰাউণ্ডত পুৰস্কৃত হ'ল।

ছবি কৰাৰ হেঁপাহ হ'ল, কৰিলোঁবেই। টকা-পইছাৰ ভীষণ অসুবিধা হৈছিল। মনে মনে স্থিৰ কৰিলোঁ লতাক এই ছবিত গান গোৱামেই।

ভৰ' মতে কাম। লতাক শিকালোঁ। প্ৰতিটো শব্দ নিখুঁত উচ্চাৰণৰ বাবে সুধি ল'লে। গানটোৰ অৰ্থ বুজি ল'লে। ক'লে ঃ গানটোৰ কথা আৰু সুৰৰ পৰাই গম পাইছোঁ যে অসমখন বৰ সুন্দৰ।

বহু আলোচনা হ'ল তাৰ পিছত। তুলনামূলক কথা। আমাৰ লাচিত বৰফুকন আছে। মহাৰাষ্ট্ৰত শিবাজী আছে। ৰামদাস আছে তাত। আমাৰ আছে শংকৰদেউ। উঁহাই কান্দে তেজপুৰত। সীতাই কান্দে মহাৰাষ্ট্ৰত। অসমৰ আছে আইনাম, বিহুনাম, বৰগীত। আমাৰ আছে ওভি। পোৱাড়া। তামাচা।

লতাই ক'লে ঃ আৰু বহু কথা মিলে। কিছু আবেগবিধুৰ হৈ ক'লে ঃ ভূপেনদা আচৰিত হৈছোঁ যে ভাৰতৰ কোনো ঠাইতে মাকক 'আই' নোবোলে। অসমৰ দৰে আমিও মাৰাঠীত আই কওঁ সোৱৰণিৰ মিঠা সমলয়।

এবাৰ আহিল কলিকতালৈ। ক'লে লতাইঃ 'মই আপোনাৰ ঘৰত থাকিম। বঙালী ৰেকৰ্ড এখন কৰিম। আপুনি সুৰ, পৰিচালনা সকলো কৰিব লাগিব।'

মই কথাষাৰ শুনিলোঁ। তেতিয়া হেমন্ত, সলিল সকলো কলিকতাত। মইও নতুন গীতিকাৰ এজনক লোৱালোঁ। নাম পুলক বন্দোপাধ্যায়। চৌৰঙ্গীৰ ৰেষ্টুৰেণ্ট এখনত চাইনীজ খুৱাই কি গান লিখিব লাগিব ক'লোঁ।

পিছদিনা সুৰ কৰিলোঁ। সুৰ কৰিলোঁ স্বৰ্গীয় উত্তম কুমাৰৰ ঘৰত। সেইদিনাই আখৰা কৰাই ৰেকৰ্ড কৰিলোঁ। এপিঠিত 'ৰংমন, মাছলৈ গ'ল'ৰ সুৰত 'ৰঙিলা বাশীতে' আৰু আন পিঠিত 'মনে ৰেখো'।

সৌ সিদিনা লতাৰ আধুনিক বঙালী গানৰ আটকধুনীয়া এল পি এখন ওলাইছে। তাত দেখিলোঁ 'মনে ৰেখো'ৰে এপিঠি সজাইছে।

গীতটোৰ শেহত আছেঃ ভালদৰে তুমি চোৱাচোন মনত পৰে নে নাই?

মনত পৰে নিশ্চয়। সেইবাবেই লতা অসমলৈ আহিছে।

## আৰ জি বৰুৱা ঃ কলাক্ষেত্ৰ

প্ৰস্তাৱিত ৰাধাগোবিন্দ বৰুৱা সোঁৱৰণী কলাক্ষেত্ৰৰ সাহায্যাৰ্থে লতা মঙ্গেশকাৰে তেওঁৰ দলৰ সৈতে গুৱাহাটীলৈ আহি ২০ আৰু ২১ মাৰ্চ (১৯৮৪)ৰ দুনিশা নেহৰু ষ্টেডিয়ামত সহস্ৰ সহস্ৰ শ্ৰোতাক গীতেৰে সেৱা কৰি গ'ল। ২২ মাৰ্চৰ দিনা স্বৰ্গীয় ৰাধাগোবিন্দ বৰুৱাৰ পৰিয়ালে দান দিয়া মাটিত এই কলাক্ষেত্ৰৰ আধাৰশিলা স্থাপন কৰি লতাই অনুভূতিৰে কৈছিলেঃ 'মই শঙ্কৰদেৱৰ পৱিত্ৰ ভূমি অসমলৈ আহি ধন্য মানিছোঁ। ভূপেনদাৰ পৰা গম পাইছোঁ ৰাধাগোবিন্দ বৰুৱাদেৱে শাস্ত্ৰীয় সঙ্গীত জনপ্ৰিয় কৰিবলৈ আৰু অসমীয়া সত্ৰীয়া সঙ্গীতৰ গৱেষণা কৰিবলৈ পট্টৱৰ্দ্ধনৰ দৰে বিখ্যাত মাৰাঠী সঙ্গীতজ্ঞক মাতি আনি অসমত দুবছৰ ৰাখিছিলেহি। হেঙুল গোষ্ঠীয়ে মোক অনাৰ বাবে মই ধন্যবাদ দিছোঁ। এতিয়া আৰ জি বৰুৱাৰ অপূৰ্ণ বাসনা পূৰ্ণ হোৱাৰ পথত। ভূপেনদা আৰু পি জি বৰুৱাৰ পৰিকল্পনা মতে এই প্ৰস্তাৱিত কলাক্ষেত্ৰই যেন ভৱিষ্যতৰ অসমীয়া শিল্পীসকলক উদ্গনি দিয়ে।' লতাই কামাখ্যা, গুৱাহাটী বিশ্ববিদ্যালয়, কটন কলেজ, বি বৰুৱা কলেজ আৰু আসাম ট্ৰিবিউন অফিচত সহস্ৰ সহস্ৰ আবাল-বৃদ্ধ-বনিতাৰ মৰম পাই আমাক কৈছিল- 'অসমলৈ মোৰ সদায় মনত পৰি থাকিব'।

# ১৯৮৮ চনৰ লতা নাইটৰ পাৰ্শ্বজ্যোতি

৫ মাৰ্চ '৮৮ চন। গাৰোপাহাৰৰ ওপৰত আমাৰ আকাশী যানখন। লাহে লাহে গুৱাহাটীলৈ নামি আহিছো। আই এ চি ২২৯ ফ্লাইটখনৰ এক্‌জিকিউটিভ ক্লাছৰ থ্রি বি আসনত বহিছো মই। খিৰিকীৰ কাষত থ্ৰি এ আসনত বহিছে লতা মঙ্গেশকাৰ। বৰঝাৰ এয়াৰপোৰ্টলৈ চোঁ চোঁকৈ নামিব ধৰিছে আকাশীযান। লতাই হঠাৎ ক'লে: 'কামাখ্যা পাহাৰটো ইয়াৰ পৰা দেখা পায় নেকি?' মই খিৰিকীৰে জুপি চাই ক'লোঁ: 'সৌটো কামাখ্যা পাহাৰ।' লতাই অনুভূতিৰে ক'লে: 'কামাখ্যাখন বৰ ভাল লাগে। ভূপেনদা, মোৰ ভনী আশা ভোঁচলেৰ জন্মৰ পাছত গণ বাপুৱে নাম ৰাখিছিল 'কামাক্ষী'। কামাখ্যা গোসাঁনীক আমাৰ মঙ্গেশকাৰ পৰিয়ালটোৱে বৰ সন্মান কৰে। মই যোৱাবাৰ দেখিছিলোঁ কামাখ্যা মন্দিৰ। এইবাৰ আকৌ কেতিয়া দেখিম?' মই ক'লোঁ, 'কাইলৈ পুৱাতে লৈ আহিম। কথা দিলো।'

৭ মাৰ্চ '৮৮ চন। সন্ধিয়া ৬ বজাত সংগীতৰ কাৰ্যাবলী আৰম্ভ কৰিবলৈ গৈ ৬ বাজি ১৫ মিনিট যোৱাৰ লগে লগে বিশাল মঞ্চলৈ অনা হ'ল অসমীয়া বাদ্য-যন্ত্ৰীবৃন্দৰ দল।

শিল্পী শ্ৰীপ্ৰভাত শৰ্মাৰ নেতৃত্বত এই দলে বাঁহী, নেগাৰা, ভোৰতাল গগনা, দোতোৰা আদি খাচ অসমীয়া বাদ্য-যন্ত্ৰেৰে এনে সুন্দৰ সবল বাদ্য বজাবলৈ আৰম্ভ কৰিলে যে, বোম্বেৰ পৰা অহা বিশ্ববিখ্যাত বাদ্যযন্ত্ৰীসকলৰ চকু স্থিৰ হৈ গ'ল। মাৰাঠী শিল্পী অনিল মুহিলেই মোক উইংছৰ কাষত ক'লে, "এওঁলোকৰ তুলনা নাই।" লতাই মঞ্চৰ পিছৰ পৰা আমাৰ অসমীয়া বাদ্যযন্ত্ৰীসকলৰ বৰগীতৰ পৰা বড়ো, মিচিং, বিহুলৈ সকলো জনগোষ্ঠীৰ লোকগীতৰ সুৰৰ জিলিকনি পাই আন্তৰিকভাৱে কৈ উঠিল- "ভূপেনদা, প্ৰভাতৰ নেতৃত্বত এই বাদ্যযন্ত্ৰীসকলে আৰু সৃষ্টি কৰি ভাৰতৰ অন্যান্য ঠাইত অসমীয়া সুৰ-সমলয় দাঙি ধৰিব লাগে।" মোৰ গুৰু দুজনা জ্যোতিপ্ৰসাদ আৰু বিষ্ণুপ্ৰসাদেও এনে সুৰ-সমলয়কে বিচাৰিছিল।

কোনোবা এজনে আন এজনক সুধিলে- "ৰাষ্ট্ৰীয় শংকৰদেৱ বিকাশ সমাজ প্ৰতিষ্ঠানটো নবগঠিত। অসমতে ইয়াৰ জন্ম। ইয়াৰ নামকৰণত 'ৰাষ্ট্ৰীয়' শব্দটো দিয়াৰ অৰ্থ কি?" ওচৰতে থিয় হৈ থকা এই সমাজৰ কৰ্মী এজনে ক'লে, "অসমীয়া জাতিটোৰ বাবে দুখৰ কথা যে সমগ্ৰ ভাৰতত আজিলৈকে শংকৰদেৱে বিচৰা সমন্বয়ৰ প্ৰচাৰ হোৱা নাই। আমি 'ধৰ্মীয় সংগঠন' নহয়। আমি আজিৰ

বাস্তৱে বিচৰা অসমৰ নানা ধৰ্ম-ভাষাৰ সুগঠিত এখন সমাজ গঢ়িব খুজিছোঁ। আৰু এই কথাটো সাহেবে সমগ্ৰ ভাৰতত ক'ব খুজিছোঁ। সেয়েহে 'ৰাষ্ট্ৰীয়' শব্দটো আমি এই সংগঠনৰ নামত প্ৰথমেই ব্যৱহাৰ কৰিছোঁ। 'শংকৰদেৱ' শব্দটো দিছোঁ এই বাবেই যে অসমৰ বাহিৰৰ বহুতো বুদ্ধিজীৱীয়ে ভাবে শংকৰ মানে ভণ্ডুৰা শিৱ কিম্বা শংকৰাচাৰ্য। অসমৰ শংকৰদেৱৰ পৰা আৰম্ভ কৰি আজানপীৰ আৰু শংকৰৰ সমাজ-সচেতনতাৰ আদৰ্শখিনিৰ মৰ্ম বুজা জ্যোতিপ্ৰসাদ, বিষ্ণুপ্ৰসাদৰ পৰম্পৰা বুজি কাম কৰা। বাকী দুটা শব্দ 'বিকাশ' আৰু 'সমাজ'।"

৮ মাৰ্চ '৮৮ চন।

লতা নাইটৰ টিকেট বেচিব পৰা গৈছে হেনো মাত্ৰ দুদিন নে তিনিদিন। চৰকাৰে নেহৰু ষ্টেডিয়ামলৈ চূড়ান্তভাৱে এই কামৰ বাবে অনুমতি দিওঁতে কিবা কাৰণত পলম কৰিবলগীয়া হৈছিল হেনো। যি হওক অজস্ৰ মানুহে আহি, এই সন্ধিয়াটোক মৰম কৰিলেহি। ধন কিছু উঠিল। এই শ'টো মুখ্যমন্ত্ৰীৰ সাহায্য পুঁজিৰ বাবে কৰা হৈছিল। যি হওক ৰাষ্ট্ৰীয় শংকৰদেৱ বিকাশ সমাজে ৮ তাৰিখে ৰাতিপুৱাই মোৰ তালৈ আহি ক'লেঃ "ভূপেনদা, মুখ্যমন্ত্ৰীৰ ওচৰলৈ আমি দিয়া সাহায্য পুঁজি লৈ আপুনিও ব'লক।"

যি হওক, মুখ্যমন্ত্ৰীৰ বাসভৱনত ৰাঃ শঃ বিঃ সমাজে মুখ্যমন্ত্ৰী প্ৰফুল্লকুমাৰ মহন্তক ক'লে, "এয়া, এক লাখ এহেজাৰ টকা আপোনাৰ সাহায্য পুঁজিলৈ দান। তদুপৰি ৰাজ্যিক ক্ৰীড়া পৰিষদক ষ্টেডিয়ামৰ খেলপথাৰ মেৰামতিৰ বাবে ১৪ হেজাৰ টকা। দীপালী বৰঠাকুৰক সাহায্য দিয়া হৈছে পাঁচ হেজাৰ টকা। মুঠতে আঢ়ৈ লাখ + ১৪,০০০ + ১,০০০ = দুই লাখ পয়ষষ্ঠি হেজাৰ টকা অসম চৰকাৰক দিয়া হ'ল। শঃ বিঃ সমাজৰ হৈ এই লেখকৰ উপৰিও গৈছিল সৰ্বশ্ৰী ৰবীন দত্ত, সুৰেন বৰা, ৰাণা গোস্বামী, সূৰ্য হাজৰিকা, নৱেন বুজৰবৰুৱা, আলম আলী আৰু নিৰোদ চৌধুৰী। সেই সময়ত উপস্থিত আছিল মন্ত্ৰীদ্বয় ললিত ৰাজখোৱা, বিৰাজ শৰ্মা, চীফ ছেক্ৰেটাৰী অচ্যুৎ শইকীয়া আৰু এগৰাকী দয়ালু উচ্চ কৰ্মচাৰী, বিত্ত বিভাগৰ।

## সোণৰ খাৰু নেলাগে মোক

'চেনাই মই যাওঁ দেই -----" আদি ধুনীয়া গীত পৰিবেশন কৰি অসমৰ আৰু বাহিৰৰো শ্ৰোতাবৃন্দৰ অন্তৰত সোমাই যোৱা শিল্পী দীপালী বৰঠাকুৰৰ কণ্ঠ

আজি বন্ধ। বাঃ শঃ বিঃ সমাজে আজি ৭ মার্চ '৮৮ ত বিশাল সু-সজ্জিত মঞ্চলৈ সম্বৰ্ধনা জনাবলৈ দীপালীক মাতিলে। মঞ্চলৈ স্বামী নীলপৱন বৰুৱা আৰু কেইজনমানে ধৰি আনিলে দীপালীক। দীপালী থৰক-বৰককৈ অতি কষ্টেৰে মঞ্চত থিয় দিলেহি। লতাই 'দীপালী বহেন' বুলি সাবটি ধৰি ক'লেঃ "সমাজে দিয়া এই পাঁচ হেজাৰৰ উপৰিও, মই নিজৰ পৰা আৰু পাঁচ হেজাৰ টকা আগবঢ়ালোঁ।" ঘোষণা কৰিলে। হেজাৰ হেজাৰ শ্ৰোতাৰ চকু সেমেকি গ'ল যেতিয়া দীপালীয়ে একো ক'ব নোৱাৰিলে, যেতিয়া লতাক সেৱা কৰিবলৈ চেষ্টা কৰিও দীপালীয়ে গাটো ভাঙি হালিব নোৱাৰিলে। মঞ্চৰ পৰা উলিয়াই নিওঁতে ময়ো সহায় কৰিছিলোঁ। তেতিয়া শিল্পীৰ স্বামী গুণী চিত্ৰশিল্পী ভাস্কৰ নীলপৱন বৰুৱাই কৈছিলঃ 'ভূপেনদা, কি যে কো ইনচিডেন্স! কিছু বছৰ আগতে মোৰ আৰু দীপালীৰ বিয়া হৈছিল ঠিক সেই সাত মাৰ্চতে।' দীপালী, মোৰ আৰু নীলপৱনৰ চকু তেতিয়া শুকান নাছিল। পাছদিনা পুৱতি নিশাতে, মই লতাৰ কোঠালৈ সোমাই গৈছোঁ মাত্ৰ, সৰু ছোৱালীৰ দৰে আন্তৰিকতাৰে সৈতে কিছু টকা আনি মোৰ হাতত দিছেহি লতাই। ক'লেঃ "দীপালী বহেনৰ চিকিৎসাৰ বাবে এই পাঁচ হেজাৰ দিব।"

দেশৰ বৰ্তমান পৰিস্থিতিত পৰস্পৰে কাষ চাপি অহা আৰু একেলগে মিলিতভাৱে আগবঢ়াৰ সময়। সৰ্বভাৰতীয় ক্ষেত্ৰত বিভিন্ন পৰ্যায়ত এই প্ৰক্ৰিয়া আৰম্ভ হৈছে। অসমত আমি কি কাৰণত এই কাম আৰম্ভ কৰিব পৰা নাই মই বুজিব নোৱাৰিলোঁ। কিন্তু ইয়াৰ বিকল্প আৰু নাই।

## লতা — যেন ব'হাগী কুলিৰে মাত

জীগৰ মোৰাদাবাদী নামৰ বিখ্যাত স্বৰ্গীয় উৰ্দু কবিয়ে লিখিছিল ' 'নগ্‌মা ৱোহি হ্যায, নগ্‌মাকে যিচ্‌কো ৰূহ শুনে ঔৰ ৰূহ শুনায়ে'। সেয়াহে গীত, যি গীত শুনায় কলিজাই, আৰু যি গীত ওলায় কলিজাৰ পৰা।

এইখিনি কথাৰেলতা মঙ্গেশকাৰৰ কণ্ঠ প্ৰকাশক কিঞ্চিৎ পৰিমাণে বৰ্ণনা কৰিব পাৰি। সিদিনা মাথোঁ বিখ্যাত এলবাৰ্ট হলত, নেহৰু ফাণ্ডৰ বাবে তিনি-দিনীয়াকৈ গীত গাই লণ্ডন মহানগৰী মুহি থৈ আহিছে। ১৯৬৯ চনত ৰাষ্ট্ৰপতিয়ে পদ্মভূষণ উপাধিৰে বিভূষিতা কৰা লতাৰ সংগ্ৰাম আমাৰ শিল্পীসকলে জনা উচিত। যেতিয়া লতাৰ সংগীতজ্ঞ দেউতাক দীননাথ মঙ্গেশকাৰৰ মৃত্যু হৈ গ'ল,অপ্ৰত্যাশিতভাৱে তেতিয়া অকণমান ছোৱালী লতাই, বিধৱা মাক, একমাত্ৰ ভায়েক হৃদয়নাথ আৰু

তিনিগবাকী ভনী - আশা, মীনা আৰু উষাক লৈ ফেকুৰি ফেকুৰি কান্দিলে বহু দিন। তাৰ পিছত সন্মুখত দেখিলে ভয়াবহ দাৰিদ্ৰ্য দৈত্যৰ খাওঁ খাওঁ মূৰ্তি। লতাই আৰ্জিব লাগিব। ভাই-ভনীহঁতক মানুহ কৰিব লাগিব। মঙ্গেশকাৰৰ পৰিয়ালত সৰস্বতীৰ কেতিয়াবাৰ পৰাই বাস। লক্ষ্মীহে নাই। স্বৰ্গীয় দীননাথে ভ্ৰাম্যমান দলত গীত গাই ফুৰিছিল। শাস্ত্ৰীয় সংগীত আৰু মাৰাঠী লোকগীত। গতিকেই ল'ৰা-ছোৱালীকেইটিয়ে সংগীতৰ ব্যাকৰণ জানিছিল। কিন্তু তেতিয়া কামত নালাগিল। লতাই এদিন তাহানিৰ মাৰাঠী ছবিৰ পৰিচালক মাষ্টাৰ বিনায়কক (নন্দাৰ দেউতাক) অনুৰোধ কৰিলে মাৰাঠী ছবিত ভাও দিবলৈ। লতাৰ গাৰ বৰণ ক'লা হ'লেও তেওঁৰ মুখত ডাঙৰ ডাঙৰ আইৰ দাগ থাকিলেও, ব্যক্তিত্ব মিঠা আছিল। কৈশোৰ পাৰ হৈ যৌৱনৰ দুৱাৰডলিত উঠা লতাক 'পহলে মংগলাগৌৰ' নামৰ মাৰাঠী ছবি এখনত (কোলাপুৰত) অভিনয়ৰ বাবে চাকৰি দিলে বিনায়কে। লতাৰ দৰমহা মাহে ৮০ টকা। ছয় বছৰ এনেকৈ লতাই চাৰিখন ছবিত সৰু সৰু পাৰ্ট কৰি ভাই-ভনীহঁতক শুকান ৰুটি, শুদাভাত খুৱাই জীয়াই ৰাখিছিল। কিছু দিনৰ পিছত ভৰিত এটুকুৰা ডাঙৰ ঘা হৈ ভাতৃ হৃদয়ৰ ভৰি এখন পঙ্গু কৰি পেলালে। লতাই তাহানিৰ কোকিলকণ্ঠী নূৰজাহানৰ সংগীত (এতিয়া তেওঁ পাকিস্তানত) বৰ ভাল পাইছিল। বোম্বেৰ তাহানিৰ অল ইণ্ডিয়া ৰেডিঅ'ত গীত গাই দুটা পইছা পাব বুলি ভাবি অডিশ্যন দিলেগৈ। তাত লতা মঙ্গেশকাৰে "ফেইল" কৰিলে। ৰেডিঅ'ৰ সেই কণ্ঠ পৰীক্ষা কৰা মূৰ্খকেইজনে লতাক নিচিনিলে। চেলোৱাৰ কামিজ পিন্ধি চাইকেল এখন চলাই চাকৰি বিচাৰি দিনটো ঘূৰি-পকি, দুডাল বেণী গোঠা লতাই এদিন এটি ষ্টুডিঅ'লৈ গ'ল এজনক গীত শুনাবলৈ। হীৰা চিনোতাই হীৰা চিনে - সংগীত পৰিচালক গুলাম হায়দৰে তেওঁক 'খাজাঞ্চী' নামক হিন্দী ছবি এখনত গীত গোৱালে ঃ 'আয়েগা আয়েগা আনেৱালা আয়েগা'।

আহি গ'ল লতাৰ জীৱনলৈ আনেৱালা সাফল্যৰ দেৱতা। আজি লতাই শাস্ত্ৰীয় খেয়াল গাওক কিম্বা লঘু সংগীত বা লোকগীত গাওক, দুখৰ গীত, অভিমানৰ গীত গাওক, কিম্বা ক্ৰোধৰ গীত - সকলোতে নিখুঁত। এতিয়ালৈকে তেওঁ দুহেজাৰ গীত বাণীবদ্ধ কৰিছে - ভাৰতৰ সকলো ভাষাতে গীত গাইছে। মোৰ 'জোনাকৰে ৰাতি, অসমীৰে মাটি' গীতটি গাওঁতে চকু মুদি মোৰ পৰা অসমৰ প্ৰাকৃতিক সৌন্দৰ্যৰ বৰ্ণনা শুনি লৈ গাইছে। মীৰ্জা গালিবৰ গজল গাওঁতে উৰ্দু শিকি লৈছে। শ্ৰীমদ্ভগৱৎগীতাৰ লংপ্লেইং কৰাৰ আগতে সাত দিন সাত ৰাতি তিনিজন ব্ৰাহ্মণৰ পৰা সংস্কৃত উচ্চাৰণ শিকি লৈছে। হেমা মালিনীৰ বাবে

চপলা চঞ্চলা নাৰীৰ গীত গাওঁতে দুষ্টামি সানি গীত গাইছে- আৰু চীনৰ ভাৰত আক্ৰমণৰ সময়ত ঃ

'এ্যয়ে মেৰে ৱতনকে লোগো
জৰা আঁখমে ভৰ লো পানী'

দিল্লীত গাই স্বৰ্গীয় জৱাহৰলাল আৰু ভাৰতৰ লক্ষ লক্ষ শ্ৰোতাক কন্দুৱাইছে। আজি প্ৰায় যোৱা ২৯ বছৰ ধৰি লতাই গীত গাইছে। আমেৰিকাৰ 'টাইম' মেগাজিনে লতাৰ কণ্ঠক 'বিশ্বৰ পাঁচটি শ্ৰেষ্ঠ কণ্ঠৰ অন্যতম' বুলি অভিহিত কৰি কৈছে 'ফেবুলাছ'। লতাক সৰস্বতীৰ লগে লগে লক্ষ্মীয়েও সঙ্গ নেৰা হৈছে। মই জনাত একুৰি বছৰৰ আগতে লতাই এটা গীত গালে মাননি পাইছিল আঢ়ৈ হেজাৰকৈ টকা। মনত ৰাখিব ২০ বছৰৰ আগতে। এতিয়া লতাই একোটা গীতত মাননি কিমান পায়? নকওঁ। ইনকাম টেক্সৰ অফিচাৰে এই প্ৰবন্ধটো পঢ়িব পাৰে।

-এইহেন লতা মানুহ হিচাপে কেনে? মোৰ আপোন অভিজ্ঞতাৰ মতে ঃ লতা এগৰাকী অসাধাৰণভাৱে সাধাৰণ মহিলা। মুখত ৰং নঘঁহে। সূতাৰ বগা শাড়ী প্ৰিয়। চুলিখিনি কলাফুলৰ তলত পৰে- কিচকিচীয়া ক'লা। বিভিন্ন সৎকামত মুক্তহস্তে দান কৰে। পৰৰ দুখ সহিব নোৱাৰে। ৰক্ষণশীল হিন্দুৰ দৰে আধ্যাত্মিক, কিন্তু ঘৰৰ পকা আমটো উপহাৰ দিবলৈ পাকিস্তানৰ সীমান্তলৈ গৈ তেওঁ 'গুৰু' বুলি মানি লোৱা কণ্ঠশিল্পী নুৰজাহানক আঁকোৱালি আনন্দাশ্ৰু টোকে।

কৰাচীত নুৰজাহানৰ ছোৱালীটিৰ বেমাৰ হোৱা বুলি শুনি বোম্বেৰ পৰা 'ট্ৰাঙ্ককল'ত নিচুকনি গীত গায় 'লতা আণ্টিয়াই'। আশা, মীনা, হৃদয়, ঊষা সকলোকে লৈ এতিয়া একেলগে থাকে বোম্বেৰ পেডাৰ ৰোডত। মাককো অলপতে 'লণ্ডন দেখুৱাই আনিম' বুলি মোক সিদিনা বোম্বেত কৈছিল হাঁহি হাঁহি ঠিক লণ্ডনলৈ যোৱাৰ আগতে। ভনীয়েক মীনাক বিয়া দিছে। ভনীয়েক আশাক বিয়া দিছিল। হৃদয়ক বিয়া কৰাই দিছে। ঊষা অবিবাহিতা এতিয়াও। ভনীয়েক ভায়েকৰ ল'ৰা-ছোৱালীৰে উমলি লতাই ৰং পায়। সংগীত-শিল্পীৰ দুখত সহায় কৰে। অলপতে বোম্বেৰ যন্ত্ৰসংগীত শিল্পীৰ ধৰ্মঘট মিটমাট কৰাই দিছে মধ্যস্থতা কৰি। এইবাৰ দেখিলোঁ লতাই ইংৰাজী কয়- ভালকৈ। কেতিয়া শিকিলে ক'বই নোৱাৰিলোঁ। লতাই হুবহু কেঁৰিকেচাৰ কৰিব পাৰে। লতাৰ জীৱনত সানাই কেতিয়াও নেবাজিব। বিয়া তেওঁ নকৰে। তেওঁ সংগীততে মগন। ব্যক্তিগত জীৱন কুঁৱলীৰ আঁৰত ৰাখি লতাই আগবাঢ়ে অদ্বিতীয়া হৈ- যেন ব'হাগী কুলিৰে মাত—।

চাওঁতে চাওঁতে লতা মঙ্গেশকাৰে তিনিকুৰি বছৰত ভৰি দিলে। সমগ্ৰ পৃথিৱীৰ পৰা তেওঁ অভিনন্দন পাইছে। মই এখন তাঁৰ যোগে অভিনন্দন পঠাইছোঁ এনেকৈঃ তুমি ইতিমধ্যে সাধুকথা হৈ গৈছা। তুমি যেন হেজাৰ বছৰ বাচি থাকা। লুইতৰ দুয়ো পাৰৰ মানুহে 'জোনাকৰে ৰাতি'ৰ দিনৰে পৰাই তোমাক মৰম কৰি আহিছে। সঙ্গীত আৰু সঙ্গীতৰ কুসুমে যেন তোমাৰ অনাগত জীৱনৰ বাট সজাই ৰাখে-। ০ ০ ০

# এটি বয়সহীন সুৰীয়া সাঁথৰ ঃ শচীনদেৱ বৰ্মন

সেইদিনা সিফালে বঙ্গ যুক্ত ফ্ৰণ্টৰ জাহাজ ডুবোঁ ডুবোঁ। অনিশ্চয়তাৰ ৰাজত্ব। এনে সঙ্গতিবিহীন অশান্ত কলিকতাৰ পৰা উৰি আহি গুৱাহাটী পাই পোনে পোনেই শান্ত শীতল শ্বিলং পাইছোঁহি মটৰেৰে। উদ্দেশ্য ঃ বাজেট অধিবেশনত যোগদান কৰা।

সন্ধিয়া।

১৬ মাৰ্চ। ১৯৭০। শ্বিলঙৰ পাইনউড্ হোটেলৰ অভ্যৰ্থকৰ ওচৰ পাই মোৰ হাতখন আগবঢ়াই দি ৩৩ নম্বৰ কোঠাৰ চাবি বিচাৰিছোঁ। ১৯৬৭ চনৰ পৰাই বিধান সভাৰ সদস্যৰূপে তাতেই থকা মোৰ তিনি বছৰীয়া অভ্যাস। অভ্যাসমতেই কৈছোঁ - কম নম্বৰ থাৰ্টি থ্ৰি প্লিজ। অভ্যৰ্থকে কওঁ নকওঁকৈ অথচ ৰগৰ কৰি ক'লে- 'আপোনাৰ কম অকুপাইড্ দাদা।'

- কিয়? কোন আছে মোৰ কমত? (অলপ বিৰক্তিৰ ভাব)

- আপুনি ভালপোৱা মানুহজন। (অলপ ক্ষমা প্ৰাৰ্থনাৰ ভাব)

- কোনমো? (কিছু খণ্ডৰ ভাব)
- একেটা সুৰতে বন্ধা এজন মানুহ। (কাব্যিক ভাব)
- কাব্য এৰা, কোন আছে নোকোৱা কিয়? মই সুধিলোঁ।
- শচীন কৰ্তা। অভ্যৰ্থকে হাঁহি ক'লে। অৰ্থাৎ সুৰৰ যাদুকৰ শচীনদেৱ বৰ্মন। থমকি ৰ'লোঁ। মোৰ কোঁচ খোৱা ভুক বোধহয় স্বাভাৱিক হ'ল। মোৰ মুখত বোধহয় হাঁহি বিৰিঙিল। ডেকা ৰিচেপ্চনিষ্টজনে একে উশাহে কৈ গ'লঃ 'শচীনদেৱ বৰ্মনদেৱে আমাৰ হোটেলৰ খালী থকা ৰুম আটাইকেইটা চাই চাই ৩৩ নম্বৰ ৰুমটোহে ভাল পালে। হেনো কুটীৰ কুটীৰ ভাব। তেখেতৰ সহধৰ্মিণী মীৰাদেৱ বৰ্মনে নিশা টৰ্চ লাইট এটা লৈ ৰুমটোৰ বাহিৰ ভাগো চালে। তেওঁ ক'লে- পাইন গছৰ মৃদু শব্দৰ বাহিৰে নিতাল নিস্তব্ধ ৰুম। ইয়াতেহে ভাল পাম। ৰুমৰ সমুখৰ দৃশ্যও সুন্দৰ। খোলা মেলা ভাব। ভূপেনে ঠিকেই কৰিছে।'
ৰিচেপ্চনিষ্টে আৰু কৈ গ'ল- 'আপুনিও অহা নাই। ভাবিলোঁ আপুনি আৰু শচীনদেৱ বৰ্মন দুয়ো সুৰৰ জগতৰ লোক, একেই পছন্দ, একেই ৰুচি। জানো, যদি শচীন কৰ্তাই আপোনাৰ কোঠাটো ভাল পায়, তেন্তে আপুনি নিশ্চয় বেয়া নাপাব।'
অভ্যৰ্থকে যদি জানিলেহেঁতেন যে মই সকৰে পৰা ভাৰতৰ এইজন শিল্পীক দূৰৰ পৰা একলব্যৰ দৰে মানি আহিছোঁ!
মোক দিলে ৰুম নম্বৰ নাইন। ভাবিলোঁ কাইলৈ পুৱা দেখা কৰিম। বয়সস্থ মানুহ বৰ্মনদেৱ। সন্ধিয়া জিৰণি লৈছে। মই ফোন নকৰোঁ। পিছে ফোনেৰে ৰিচেপ্চনিষ্টক তেওঁ নিজেই জনালে, 'ভূপেনক ক'বা, কাইলৈ লগ পাম।' কিন্তু ক'তা? আজি নিশাই দেখোন দেখা হ'ল। লাউঞ্জত। সুন্দৰ যোধপুৰী কোটটো আৰু একে ৰঙৰ এটি ট্ৰাউজাৰ পিন্ধি চাৰিটা দশক ভাৰতৰ সুৰৰ জগত বুৰাই ৰখা শচীনদেৱ বৰ্মন, আৰু চাদৰ এখন লৈ মৰম ভৰা জীৱনৰ লগৰী মহিলা গীতিকাৰ মীৰাদেৱ বৰ্মন মোৰ আগত থিয় হ'ল।
দূৰৰ পৰাই, 'ভূপেন' বুলি শচীনদাই মৰমেৰে চিঞৰিলে। মই যেন বৰ চিনাকি চিঞৰ শুনিছোঁ। বিষ্ণুদা কিম্বা জ্যোতি ককাইদেৱে মৰমেৰে যেন 'ভূপেন' বুলিহে চিঞৰিলে। প্ৰত্যেক ভাষাৰে কিছু সুৰ থাকে। 'ভূপেন' বুলি অসমীয়া এজনে বা ত্ৰিপুৰী এজনে মাতিলে প্ৰায় একে সুৰতে মাতে। ত্ৰিপুৰাৰ ৰাজ পৰিয়ালৰ তেজৰ সোঁত বৈ থকা শচীন কৰ্তাৰ গীত গাবৰ সময়ত কৰা উচ্চাৰণ নিজস্ব। সেয়া ত্ৰিপুৰাৰ মাত-কথাৰ প্ৰভাৱ। পাইনউড্ হোটেলৰ সুন্দৰ লাউঞ্জত এটি সুৰীয়া দম্পতী শচীনদেৱ আৰু মীৰা। মই 'শচীনদা' আৰু 'মীৰা বৌদি'

বুলি মাতি নমস্কাৰ কৰাৰ লগে লগেই শচীনদাই ক'লে- 'ভূপেন ভাই, তোমাৰ কমটো দখল কৰি ল'লোঁ। বেয়া পালা নেকি ? বৰ ভাল লাগিল। পৰহি যামগৈ। ব'লা একেলগে তিনিও ভাত খাওঁগৈ। অসমলৈ অহাৰ উদ্দেশ্য-সম্পূৰ্ণ জিৰণি। অসম মোৰ বৰ প্ৰিয়। আৰু চিনাকি ঠাই।'

মই যেন হাততে সুৰৰ সাগৰক লগ পালোঁ। মই ক'লোঁঃ মোৰ কমটোত পৰহিৰ পৰা মই থাকিম গৌৰৱেৰে। কিয়নো আপোনাৰ সুৰীয়া পৰশ সেই কমৰ পৰিবেশত থাকিব। ব'লক ডিনাৰ খাওঁগৈ।

# ভাৰতৰ মাটি আৰু সুৰ

ডিনাৰ। বহুতো কথা হ'ল। মই যিহেতু সেইদিনা পুৱাই অশান্ত কলিকতা মহানগৰীত আছিলোঁ সেয়ে তেওঁ সুধিলে কলিকতাৰ শান্তি শৃঙ্খলাৰ কথা, মুখ্যমন্ত্ৰী অজয় বাবুৱে (মুখাৰ্জীয়ে) গাদী এৰিলেনে নাই, জ্যোতি বসুৱে চৰকাৰ গঠন কৰিব পাৰিব নে নোৱাৰে, ৰাষ্ট্ৰপতি শাসন হ'লে বঙ্গ দেশত তেজৰ নৈ ব'ব নেকি - ইত্যাদি কথা হোৱাৰ পাছত - শিল্পীজনে দুখেৰে ক'লে- "যিবিলাক দেশপ্ৰেমিকে বংগ দেশত 'প্ৰেমপূজাৰী' বোলা ছবিখন চলা চিত্ৰগৃহবোৰত জুই জ্বলালে, বোমা পেলালে, তেওঁলোকৰ সেইবোৰ কৰাৰ স্বাধীনতা আছে। কিন্তু তেওঁলোকে মোতকৈ বঙ্গদেশৰ প্ৰতি ইঞ্চি মাটিক অধিক ভাল পায় বুলি মই নেভাবোঁ। উল্লেখযোগ্য যে 'প্ৰেমপূজাৰী'ৰ পৰিবেশকজনে জ্যোতি বসু আৰু প্ৰচাৰ মন্ত্ৰী জ্যোতি ভট্টাচাৰ্যক হেনো ছবিখন দেখুওৱাত তেওঁলোকে মহাত্মা গান্ধীৰ সপক্ষে আৰু মাও চে তুঙৰ বৰ সপক্ষে নথকা দৃশ্যটি আৰু কিছু অহিংসাবাদী সংলাপ কাটি পেলাবলৈ ক'লে। কাটিও পেলোৱা হ'ল। মুক্তি দিয়া হ'ল। কিন্তু কিছু লোকে উক্ত ছবিখন চলা চিত্ৰগৃহবোৰ আৰু চোৱা দৰ্শকবৃন্দকো আক্ৰমণ কৰি হঠাতে নোহোৱা হ'ল। জ্যোতি বসুৰ পুলিচে ভেবা লাগি চাই ৰ'ল।"

ষ্টেট্‌ছমেন কাকতে সাংবাদিক মেলত তেওঁক সোধোঁতে হেনো বৰ্মনদেৱে কৈছিল - "প্ৰেমপূজাৰী সাধাৰণ হওক, অসাধাৰণ হওক এখন বোলছবি। মই তাৰ সংগীত ৰচনা কৰিলোঁ। ক'ৰবাত কোনো এটি বিশেষ গীত ভালকৈ ব্যৱহৃত নহ'ব পাৰে। সেয়া মোৰ সমস্যা। কিন্তু ছবি এখন চলাৰ স্বাধীনতা আমাৰ দেশত থাকিব লাগে। এই বিষয়ে সুৰকাৰ নাগৰিকৰূপে মোৰো স্বাধীনতা আছে

এই হিংসাবাদ ভাল নোপোৱাৰ! মই ছবিখন সুৰ দিয়া বুলি কিন্তু কথাটো কোৱা নাই?"

আলোচনা প্ৰসঙ্গত ওলাল বঙ্গৰ বিখ্যাত লিখক শ্ৰীসন্তোষ কুমাৰ ঘোষৰ কলমৰ পৰা ওলোৱা এটি প্ৰবন্ধৰ কথা। তাত তেওঁ লিখিছে যে আমি, 'চীনৰ চেয়াৰমেন আমাৰো চেয়াৰমেন' বুলি আমাৰ দেশৰ দেৱালত যেতিয়া লেখি থোৱা দেখোঁ তেতিয়া আমি চীনৰ ওচৰত বেয়াকৈ হাৰিলোঁ। চীনৰ প্ৰাচীৰৰ সিপাৰে তেনে ধৰণৰ ভাৰত প্ৰেমৰ কথা নিশ্চয় কোনো সৈনিক যুৱকে লিখিব নোৱাৰে। এৰা, আমি চীনৰ ওচৰত হাৰিলোঁ। কিন্তু পিছ মুহূৰ্ততে 'চীনৰ চেয়াৰমেন আমাৰ চেয়াৰমেন' বুলি আমাৰ দেৱালত লিখা দেখি ভাবোঁ : আমি জিকিছোঁ, চীন হাৰিছে। কিয়নো ৰাতিৰ এন্ধাৰৰ সুযোগ লৈও চীনৰ দেৱালত কোনো সৈনিক যুৱকে 'ইন্দিৰা গান্ধী আমাৰো প্ৰধানমন্ত্ৰী' বুলি নিশ্চয় লিখিব নোৱাৰে! এনে সাহস কোন চীনা তৰুণৰ আছে? ভাৰতে তেওঁলোকৰ মনত এখুদমানো শ্ৰদ্ধা উদ্ভৱ কৰিব পৰা নাই। কিন্তু ভাৰতে সেই সাহস দিছে। ইচ্ছামতে যি মন যায় তাকে প্ৰকাশ কৰাৰ আৰু তাৰ পৰা স্বতঃস্ফূৰ্ত স্ফূৰ্তি অনুভৱ কৰাৰ স্বাধীনতা ভাৰতে দিছে। সেয়েই ভাৰতৰ মহত্ত্ব। সেইখিনিতে আমি চীনৰ ওপৰত। আমি জিকিছোঁ; জিকি আছোঁ। জিকি থাকিম।' ডিনাৰ শেষ হ'ল। পকা অমিতা আহিল শেষত। বুজিলোঁ ই শচীনদেৱৰ প্ৰিয় খাদ্য।

আমি দুয়ো সুৰৰ মানুহ। মই দেখিলোঁ ৰাজনীতিৰ কথাতে দেখোন ডিনাৰ শেষ হ'ল। শচীনদেব বৰ্মন গণনাট্য সংঘৰ সৈতে একালত জড়িত থকা লোক। লোকসংগীত অতি বেছিকৈ ভাল পোৱা লোক। বহু কমিউনিষ্ট দেশলৈ তেওঁ নিমন্ত্ৰিত হৈ কেইবাবাৰো গৈছে। ভাৰতৰ ধনী-দুখীয়াৰ ভয়াবহ আৰ্থিক প্ৰভেদ অতি শীঘ্ৰে দূৰ কৰিবই লাগিব বুলি তেওঁ ভাবে।

এই সুন্দৰ ভাৰতীয় সুৰকাৰজনে কৈ গ'ল- "মই যেতিয়া সুৰ সংযোজনা কৰোঁ তেতিয়া ভাৰতীয় শাস্ত্ৰীয় সংগীত আৰু ভাৰতৰ লোকসংগীতৰ সমন্বয় কৰোঁ। বিদেশী সুৰ যদিও ক'ৰবাত কেতিয়াবা ব্যৱহাৰ কৰিবলগীয়া হয়, তেতিয়া সেইখিনিহে কৰোঁ যিখিনি আমাৰ ভাৰতীয় মনে গ্ৰহণ কৰিব পাৰে । যিখিনি আমাৰ ভাৰতীয় সুৰৰ সৈতে খাপ খায়; তেতিয়া হয় এটি টোটেল (Total) সুৰ। ৰাজনীতিতো একে কথা বুলি ভাবোঁ। বিদেশী ৰাজনৈতিক 'বাদ'ৰ গছবোৰ হুবহু বিদেশৰ মাটিত হোৱাৰ দৰে ভাৰতৰ মাটিত পুতি দিলে ফুল নুফুলে। ই স্বাভাৱিক। ভাৰতৰ মাটি পানীৰ ঐতিহ্যই গ্ৰহণ কৰিব পৰা বিদেশী 'বাদ'ৰ অংশখিনিহে পৰীক্ষণীয়।

পাইনউড্ হোটেলৰ ডাইনিং ৰুমত তেতিয়া জনপ্ৰাণী এজনো নাই। নিশা তেতিয়া প্ৰায় ১১। মই ক'লোঁ - 'ব'লক, নিশা বহুতো হ'ল।' তিনিও স্ব স্ব কোঠালৈ গলোঁ - শুবলৈ। মোৰ ৰুম পাই কলিকতালৈ ট্ৰাঙ্কল এটা কৰিলোঁ মোৰ এজন বন্ধুলৈ। গম পালোঁ অজয় মুখাৰ্জীয়ে গাদী এৰিলে। জ্যোতি বসুৱে চৰকাৰ গঠন কৰিব নোৱাৰিব। ৰাষ্ট্ৰপতিৰ শাসন কাইলৈ হ'ব। কাইলৈ গুৱাহাটী কলিকতাৰ এৰোপ্লেন বন্ধ। পৰহিলৈ অৰ্থাৎ ১৮ তাৰিখে এৰোপ্লেন চলিব নে নচলে? মনতে ভাবিলোঁ শচীনদা আৰু মীৰা বৌদিয়ে কলিকতালৈ যোৱা টিকেট কিনি থৈ দিছে। ১৮ তাৰিখৰ। কথাটো কাইলৈ পুৱা ক'ব লাগিব। কাৰণ তেওঁলোক বৰ চিন্তিত।

## মিল্লিয়েম/ছত্ৰসিংহ নৃপ/

পুৱা ৭ বাজিছে। ১৭ মাৰ্চ।

ক্ৰিং ক্ৰিং ফোনৰ শব্দ। মোৰ ৰুমত।

- 'হেল্লো' - মই ফোন তুলিলোঁ।

- 'ভূপেন, শচীনদা বলছি, এক সংগে ব্ৰেকফাষ্ট কৰবো নটায়।'

১৭ মাৰ্চৰ পুৱা শচীনদাই অভিনৱ প্ৰস্তাৱ এটা কৰি বহিল, মোৰ ওচৰতে। "মই খাছী গাঁও এখন চাম। শ্বিলং মহানগৰীত ব্যৱসায়ী মনোভাবেৰে আপ্যায়ন কৰা কিছু মানুহে মোক মাতিছে।"

'জনৈক মন্ত্ৰীয়ে নিশা গান গাবলৈকো মাতিছে। মই ভাই সকলোকে 'না' বুলি কৈছোঁ। মই চাব খুজিছোঁ এখন টিপিকেল খাছী গাঁও। আৰু মীৰাই কৈছে তেওঁ ফটো তুলিব। ছবি তোলা 'হবি'ত যে মীৰা ছিৰিয়াছ, হাতৰ ৰলীফ্লেক্স কেমেৰাটো দেখিলেই বুজিবা।" মীৰা বৌদিয়ে মোৰ ফালে চাই হাঁহি ক'লেঃ 'দুয়ো কথা পাতা - মই তুলিম ফটো।' তুলিলেও কেইবাখনো।

ইফালে মই বিপাণ্ডত পৰিছোঁ। শ্বিলঙৰ ওচৰে-পাঁজৰে খাছী গাঁও এতিয়া হঠাতে পাওঁ ক'ত? গতানুগতিক ঠাই। নিনিও তালৈ। গাড়ীখনত বহি যিফালে মন যায় গৈ থাকিম। য'ত ইচ্ছা নামিম। যিকোনো গাঁৱতে সোমাম। কোনো কমপ্লেইন কিন্তু আপোনালোকে কৰিব নোৱাৰিব বুলি চৰ্ত দিলোঁ। দুয়ো হাঁহি ক'লেঃ অ-কে।

মটৰ এখনেৰে চেৰাপুঞ্জীৰ বাটেৰে গৈ আছোঁ। বাটত তুলি ল'লোঁ শচীনদাৰ বাইদেৱেকৰ ছোৱালীৰ অৰ্থাৎ ভাগিনীয়েকৰ ল'ৰা সত্ব বৰ্মনক। সত্বৰ পিতৃ হ'ল

শ্ৰীজন্মেজয় বৰ্মনদের। সত্ত্বৰ মাকে শচীনদেৱক মাতে 'দুধু মামা' বুলি। মই সুধিলোঁ – শচীনদাক 'দুধু মামা' বুলি মাতে নেকি? ভাগিনীয়েক (বয়স ৫০ অৰ ওচৰ চাপিছে) শ্ৰীযুতা বৰ্মনে কৈ গ'ল 'এইজন মামা আছিল ঘৰৰ বৰ আদৰৰ। গাখীৰো ভাল পাইছিল। গানও ভাল পাইছিল সকৰে পৰা। সক বেলিৰ কথা আমাৰ মনত পৰে। কেতিয়াবা দুধু মামাই হাতত বাঁহী এটা লৈ গোটেই দিনটোৰ কাৰণে ওলাই যায়। সন্ধিয়া বিচাৰি আনিব লাগে। 'দুধু মামা'ই সুৰ সংযোজনা কৰা প্ৰত্যেকখন ছবি আমি আজিও এই বয়সতো চাবলৈ হেঁপাহ কৰি থাকোঁ। 'গাইড', 'আৰাধনা' এই বয়সতো গৈ চাইছোঁ আগ্ৰহেৰে। কিজানি আমাৰ শৈশৱৰে পৰা মন মুহিঁ পেলোৱা দুধু মামাৰ কণ্ঠ শুনিব পাৰোঁৱেই। অতীতৰ কথা কোৱাত শচীনদা যেন অলপ অনুভূতিপূৰ্ণ হ'ল। আমাৰ গাড়ী গৈ আছে। পিছৰ আসনত বাওঁপিনে মই, মাজত শচীনদা, সোঁপিনে মীৰা বৌদি। সম্মুখৰ আসনত সত্ত্ব আৰু ড্ৰাইভাৰজন।

গাড়ী আমাৰ আগবাঢ়িছে। একা-বেঁকা বাটেৰে।

শ্বিলং নগৰী লাহে লাহে এৰি সোমালোঁহি সুন্দৰ সুকোমল সেউজ বোলে সাবটি ধৰা খাছী পাহাৰৰ গ্ৰামাঞ্চল। প্লাম গছৰ ফুলবোৰ দেখি মীৰা বৌদি উত্তেজিত হৈ চিঞৰি উঠিছে। এয়া ফুল বোৰেত হ'বনে? শচীন কৰ্তাই কৈছে, 'নহয়। আহা!' যেন অহংকাৰী চন্তৰী। সৌ পাইন গছবোৰ। থিয় থিয় শিলৰ সমাধি পুৰুষৰ। পৰি থকা চেপেটা শিলৰ সমাধি নাৰীৰ। পুৰণিকলীয়া। এই সমাধিবোৰৰ পিছ পিনে মেঘৰ খেলা। ফুলবোৰ নানা বৰণীয়া। শচীনদাৰ সুৰে উক দিলে। অলপ তেওঁ যেন গুণগুণালে। ময়ো যেন অলপ গুণগুণালোঁ। 'যদি অলকেৰ ফুল দিয়েছিলে পায়ে – কথা ছিল ভুলিবেনা। ওগো মালবিকা, ওগো মোৰ চিৰচেনা'। মীৰা বৌদি আৰু মোৰ মনত থকা এই গীতৰ অন্তৰাটো শচীনদাৰ কিন্তু মনত নাই। থাকিব কেনেকৈ? আজি একুৰি বছৰ আগৰ গানযে। তেওঁ নিজেই সুৰ দি গাইছিল। অজয় ভট্টাচাৰ্যই লেখিছিল। কথা পাহৰিলেও 'কথা ছিল ভুলিবেনা'। অলপ পাছত মোৰ কান্ধত হাতখন দি ক'লে – 'এটা কথা।' মই উচপ খাই উঠিলোঁ। তেওঁ কৈ গ'ল:

"ভূপেন, মোৰ আপোন বাইদেউক কোনে বিয়া কৰিছিল জানা? শ্ৰীছত্ৰ সিংহ নৃপই। তেওঁ আছিল জয়ন্তীপুৰৰ ৰজা। জয়ন্তীপুৰ অঞ্চল এতিয়া পাকিস্তানত। নংতোলাঙ আদি ঠাইৰ জয়ন্তীয়াসকলে এতিয়াও কীৰ্তন গায়। জয়ন্তীয়াসকলৰ কিছু লোকো ভিনিদেউৰ প্ৰজা আছিল। তেওঁৰে জীয়েক হ'ল এই সত্ত্বৰ মাক। মোৰ বৰ মৰমৰ ভাগিনী। মোৰ ভিনিদেৱে বঙালী, খাছী,

জয়ন্তীয়া, অসমীয়া কথা সকলো সুন্দৰভাৱে ক'ব পাৰিছিল। আমি হ'লোঁ ত্ৰিপুৰী। অসমীয়াৰ সৈতে বহুতো মিল। প্ৰকৃতি, সৰলতা, সুৰীয়া, মিঠা স্বভাৱ সকলোতে দেখোন ত্ৰিপুৰা আৰু অসমৰ কিবা সাদৃশ্য আছে। অসমীয়াৰ দৰে আমিও 'খাব খাওঁ'। আমি বোলোঁ 'উত্তি'। অসমৰ বড়োসকলক দেখিলে আমাৰ ত্ৰিপুৰাত মেখেলা পিন্ধা ছোৱালীলৈ মনত পৰে।"

"- অসমলৈ মই আহোঁ ১৯৩৮ চনত। মৰিয়নীত মোৰ এজন লগা ভগা লোক ৰেলৰ উচ্চ কৰ্মচাৰী আছিল। মই তেতিয়া ৰেকৰ্ড কৰি জনাজাত হৈছোঁ। গুৱাহাটী, যোৰহাট, ডিব্ৰুগড় আৰু নগাঁৱলৈ আহিছিলোঁ। ক'ৰবাত ক'ৰবাত মই গানো গাইছিলোঁ তেতিয়াই। এতিয়াও অসমখনলৈ আহি বৰ শান্তি পাওঁ। এইবাৰ সঁচাকৈয়ে মই কাকো নোকোৱাকৈয়ে মই আৰু মীৰাই বোম্বে কলিকতাৰ পৰা ইয়ালৈ পলাইছোঁ জিৰণি লওঁ বুলি। তোমাক পাই আৰু ভাল লাগিল। যোৱা তিনি বছৰে বৰ খাটিলোঁ বিশ্ৰামহীনভাৱে।"

আমাৰ মটৰৰ পৰা আমি দেখিলোঁ এখন সৰু গাঁও। এখন সৰু চাহৰ দোকান। আমি চাৰিও সোমাই গ'লোঁ। তিনিগৰাকী খাছী গাভৰুৱে চলোৱা এই চাহৰ দোকানখনত বহি চাহ খালোঁ। ডাঙৰ গৰাকী ছোৱালীৰ এটি মিঠা কেঁচুৱাক লৈ মীৰা বৌদিয়ে ভঙা হিন্দীত কথা পাতিলে। শোৱনি কোঠালৈ সোমাই গ'ল। মই শচীনদেৱ বৰ্মনৰ চিনাকি দিলোঁ। চিনিলে। কৈ উঠিল - "অ' আপুনি বুপিন হাঙ্কিকা - কা শ্বৰাতি - মানিক ৰাইটং বাবু খুবলাই!" প্ৰতিধ্বনি শুটিং কৰাৰ কথা ক'লে। শচীনদাক নিচিনা কথাটোৱে মোক বৰ আমনি দিলে। কিন্তু যেতিয়া ক'লোঁ, 'গাইড, সুজাতা, টেক্সী ড্ৰাইভাৰ, প্ৰেম পূজাৰী, তালাছঁৰ সুৰকাৰ এইজনেই! বচ্ পায় কোনে? চাচিবন নামৰ ধুনীয়া ছোৱালীজনী লৰৰি আহিল। তাই কৈ ফুৰিলে - এচ ডি বৰ্মন। ৰাহুলদেৱ বৰ্মনৰ দেউতাক! সৰু সুৰা ভিৰ এটি হ'ল। মই আৰু শচীনদাই সিঁহতৰ সৈতে কথা পাতোঁতে মীৰা বৌদিয়ে ধুমধাম ফটো তুলিলে। তেওঁ ফটো তোলাৰ আগতে কেতিয়াও মানুহক সজাই নলয়। বা ৰ'দলৈ আনি নলয়। (তেতিয়াও আবেলিৰ মিঠা ৰ'দ যদিও আছিল।) সেয়াই ভাল কেমেৰা আৰু ভাল ফটোগ্ৰাফাৰৰ চিন।

চাহ বেচা ছোৱালীকেইজনীয়ে চকলেটৰ পুৰণি বাকচ এটা খুলি সিঁহতৰ নিজৰ পৰিয়ালৰ ফটো মীৰা বৌদিক দিলে- ঠিকনা দিলে। আমি তাৰ পাছত গাঁওখনত খোজকাঢ়ি ফুৰিলোঁ। ধপাত বেচি থকা এগৰাকী বৃদ্ধাই মৰমেৰে মাতি নি তামোল যাচিলে। শচীনদাই ক'লে: আমি তামোলক কওঁ 'গুৱা' আৰু খাছী জয়ন্তীসকলে কয় 'কোৱাই'। এইখন মিল্লিয়েম গাঁও। তলত সৰু নদী। দলংখনৰ

ওচৰত পালোঁ অতি সুন্দৰী, প্ৰায় তিনি কুৰিৰো ওপৰ বয়সৰ এগৰাকী বুঢ়ী আই। ঘৰলৈ আথেবেথে নি পুনৰ চাহ খুৱালে। দাৰ্জিলিঙত পঢ়া জীয়েকৰ নাম টাইগ্ৰীচ। আৰু এগৰাকী ছোৱালীৰ নাম ইউফ্ৰেটিচ্। মীৰা বৌদি খাছী পৰিয়ালৰ মাৰ্জিত ৰুচিত ভোল গ'ল। শচীনদাই বুঢ়ী আইৰ সৈতে ৰগৰ কৰিলেঃ 'আই, ল'ৰা-ছোৱালী কিমান আপোনাৰ?'

বুঢ়ী আয়ে হাঁহি হাঁহি ক'লেঃ 'এক ডজন। ল'ৰা ছটা। ছোৱালী ছগৰাকী।'

'নাতিপুতি একা?' তামোল এখন মুখত ভৰাই শচীনদাই সুধিলে।

বুঢ়ী আয়ে গৌৰৱ কৰি ক'লেঃ 'ডেৰ কুৰি। ল'ৰা কেইবাজনো উচ্চ কৰ্মচাৰী। বিখ্যাত খাৰকোঙৰ পৰিয়াল।

অমায়িক গাভৰু টাইগ্ৰীচে আমাক ওচৰৰে BONE MILL এটিলৈ লৈ গ'ল। সাৰ তৈয়াৰী কৰে জন্তুৰ হাড়েৰে। টাইগ্ৰীচৰ ভায়েকে চলায়। গুৱাহাটীত ইঞ্জিনিয়াৰিং ডিপ্লোমা লোবা ল'ৰা। মিলটো চলায় নিজৰা এটাৰ পৰা উত্তৰ হোৱা পাৱাৰেৰে। শচীনদা যেন ভোল গ'ল। হাড়বোৰ আনে কামৰূপ আৰু গোৱালপাৰাৰ পৰা। সেই হাড়েৰে সাৰ তৈয়াৰ কৰি সেউজীয়া মেঘালয় আৰু যেন সেউজীয়া কৰিব। এই প্ৰতিজ্ঞা আছে সেই ডেকাজনৰ চকুত। শচীনদাৰ যেন সেই সময়ৰ ভিতৰতে গাঁওখনৰ ভূগোল, বুৰঞ্জী, সংস্কৃতি, অৰ্থনীতি, মনস্তত্ত্ব সকলো জনাৰ প্ৰবল হেঁপাহ।

'মানুহক বুজিলেহে সুৰ বুজিব পাৰি, ভূপেন।' এই কথাষাৰিত যেন তেওঁৰ সুৰকাৰ জীবনৰ আচল সত্যটো লুকাই আছিল। বেলি পৰাৰ লগে লগে আমি যেতিয়া উভতি আহোঁ শ্বিলং অভিমুখে তেতিয়া নৈৰ পৰা সেই চাচিবন নামৰ ধুনীয়া গাভৰু জনীৰ মৰমৰ 'খুবলাই', কাণত পৰিছিল। ইউফ্ৰেটিচে মীৰা বৌদিক কাটি দিয়া লতা গোলাপৰ 'কলম' মৰমেৰে বান্ধি লৈ গুচি আহোঁতে দূৰৰ কমাৰশালত হাতুৰিৰ টুং টাং শব্দবোৰ শুনি শচীনদাই ক'লেঃ "কিমান মিউজিকেল এই শ্ৰমৰ সৃষ্টিৰ শব্দবোৰ! Un-chartered অৰ্থাৎ পূৰ্ব পৰিকল্পনা নোহোৱাকৈয়ে এনেকৈ ভ্ৰমণ কৰিলেহে ভাল লাগে। ধন্যবাদ ভূপেন। মিল্লিয়েম গাঁও আৰু তাৰ মৰমক পাহৰিব নোৱাৰিম।"

## সুৰৰ আহ্বানঃ ঘৰতে পৰ

পাইনউড্ হোটেলৰ ৩৩ নম্বৰ ৰুমত সেই নিশা পুনৰ আলোচনা চলিল বহুত সময়। মই এফালৰ পৰা সুধি গ'লোঁ প্ৰশ্ন। তেওঁ দি গ'ল উত্তৰ।

বঙ্গদেশৰ পৰা আপুনি গুচি গ'ল কিয়? সুধিলোঁ।

"মই যেতিয়া ত্রিপুৰাৰ ৰাজকীয় পদ, সম্মান স্ব-ইচ্ছাৰে পৰিত্যাগ কৰি সুৰৰ আহ্বান পাই সকলো ধৰণৰ সংগ্রাম কৰিবলৈ আহিলোঁ কলিকতালৈ, তেতিয়া বহুতো আৰ্থিক সমস্যাৰ সম্মুখীন হৈছো। ভীষ্মদেৱ চেটাৰ্জী আৰু আন আন গুণী গুৰুৰ সান্নিধ্যত ভাৰতীয় সংগীত শিকি, অজয় ভট্টাচাৰ্য, সুৰসাগৰ হিমাংশু আৰু মই মিলি বংগৰ আধুনিক গীত সৃষ্টি কৰি জনাজাত হ'লোঁ-তেতিয়া বংগৰ বোলছবি জগতৰ নদন-বদন অৱস্থা। নিউ থিয়েটাৰ্ছত বি এন চৰকাৰ তেতিয়া একচ্ছত্রী ৰজা। স্বৰ্গীয় প্রমথেশ বৰুৱা মোৰ অন্তৰংগ বন্ধু। মই ইংৰাজী সাহিত্যত এম এ পঢ়া অৱস্থাতে- কলিকতা বিশ্ববিদ্যালয়ৰ টেনিছ কেপ্তেইন আছিলোঁ। প্রমথেশ আৰু মই টেনিছ খেলিছিলোঁ একেলগে। নেতৃস্থানীয় লোকসকলে (প্রমথেশ নহয়) মোক 'জিনিয়াছ' বুলিছিল যদিও বংগ দেশৰ বোলছবিত মোৰ স্থান নাছিল। অকল ৰেকৰ্ডেৰে বা ৰেডিঅ'ত গাই বাচি থাকিবলৈ টান আছিল তেতিয়া। সেয়ে বংগদেশৰ ওপৰত মোৰ অভিমান আছিল। মই বৰ প্রফেশ্বনেল মনৰ নাছিলোঁ।"

শচীনদেৱে কিছু গম্ভীৰভাৱেই কথাখিনি ক'লে। সেই গাম্ভীৰ্য পাতলাবলৈ মীৰা বৌদিয়ে ক'লে- 'অভিমান কৰে কাৰ ওপৰত? যাক ভাল পায় তাৰ ওপৰতহে। ঘৰত বহুতো লোক পৰ হয়? তদুপৰি কৰ্তাৰ বোলছবি মাধ্যমৰ প্রতি বৰ শ্রদ্ধা আছিল সদায়েই।'

-বোম্বেত আপুনি ইমানদিনে বহুতো ছবিত সুৰ সংযোজনা কৰিলে। সুৰ সংযোজনৰ আগতে কেনেকৈ পৰিকল্পনা কৰে বাৰু? কি আপোনাৰ পদ্ধতি? আগ্রহেৰে সুধিলোঁ।

"শুনা ভূপেন। উদাহৰণ দিওঁ কেইটামান। বিমল ৰায়ৰ 'সুজাতা'ত মই নিজে গানৰ ছিটুৱেশ্যন বাছি দিছিলোঁ। বিমল ৰায়ে মানি লৈছিল। তাৰ পাছত গীত লিখাইছিলোঁ। তাৰ পাছত সুৰ কৰিছিলোঁ। সেয়ে সুৰ সফল হৈছিল। 'প্রেম পূজাৰী'ত দেৱানন্দে গীতবোৰ নিজৰ মতে ব্যৱহাৰ কৰিছিল। সেয়ে কিছু গীত পেলনি গ'ল। 'তালাছ'ত ও পি ৰাহলানে বহুতো বস্তু দিবলৈ গৈ গীতবোৰ জপটিয়াই পেলালে। 'আৰাধনা'ত শক্তি সামন্তই অতি শ্রদ্ধাৰে মোৰ গীতবোৰৰ পৰিকল্পনা মানি লৈছিল। সেয়ে আজি 'আৰাধনা'ৰ আৰাধনা সফল হৈছে। পৰিচালক আৰু সুৰকাৰ দুয়ো একেটা সুৰতে বন্ধা হ'লে ভাল হয়। 'গাইড'ত মই (দেৱানন্দে মোৰ সুৰ ভাল পায়) সুৰৰ আৰু নৃত্য সংগীতৰ এটি পৰীক্ষা কৰিছিলোঁ। গীতৰ ছিটুৱেশ্যন বুজি মই সবলভাৱে অৰ্কেষ্ট্ৰেচন কৰোঁ। শ্রোতাক

ডিষ্টাৰ্ব নকৰোঁ। গীতি-সাহিত্য হোৱাটো মই বিচাৰোঁ। সহীৰ লধিয়াক গীত লেখিবলৈ প্ৰেৰণা মই দিছিলোঁ। আগতে তেওঁ কবিতাহে লিখিছিল। এটি গীতৰ জন্ম দিওঁতে বিনিদ্ৰ ৰজনী পাৰ হৈ যায়। কণ্ঠশিল্পীৰ প্ৰকাশেহে মোৰ পৰিকল্পনাক চূড়ান্তভাৱে ৰূপ দিয়েগে। গীতটো নিখুঁতভাৱে ৰেকৰ্ড নোহোৱালৈকে মই শান্তি নাপাওঁ।

-কণ্ঠশিল্পী বোলোঁতে আপোনাক মোৰ ভাৰতত সবাতোকৈ ভাল লাগে। মীৰাক সোধোঁ।

-'আপুনি কি কয়।' -তেওঁ মিচিক কৰে হাঁহিলে।

-লতা, কিশোৰ, আশা, মুকেশ, সুমন, মান্না, ৰফিৰ বিষয়ে অভিমত কি আপোনাৰ ?

"প্ৰত্যেকৰে স্ব স্ব সুন্দৰ প্ৰকাশ আছে। সকলো গুণী। মোৰ গীত গোৱাৰৰ সময়ত প্ৰত্যেককে মোৰ প্ৰকাশভংগীৰ ওপৰত গুৰুত্ব দিবলৈ মই কওঁ। লতাৰ তুলনা নাই। কিশোৰ বৰ দৰদী শিল্পী। গীত গাওঁতে মোৰ সৃষ্টিক মোৰ ধৰণে গাবলৈ চেষ্টা কৰা দেখিলেই মোৰ আনন্দ। কাৰণ প্ৰত্যেক সুৰকাৰৰ এটা বৈশিষ্ট্য থকা দৰকাৰ। কণ্ঠশিল্পীৰ নিজস্ব প্ৰকাশভংগীকো সন্মান কৰিলেও মোৰ সৃষ্টিত মোৰ Flavour মই বিচৰাটো স্বাভাৱিক।"

-আপুনি দেখিছোঁ- আন সংগীত পৰিচালকৰ দৰে বহুতো কন্ট্ৰেক্ট নলয়।

নলওঁ। মোৰ অৰ্থৰ প্ৰতি অতি লোভ নাই। গল্প ভাল পালেহে মই সুৰৰ দায়িত্ব লওঁ। ফিল্ম মাধ্যমটো বৰ thrilling সুৰকাৰৰ বাবে। সেয়ে কম কাম লৈ অধিক মানবিশিষ্ট সুৰ দিয়াৰ চেষ্টা কৰোঁ। কেতিয়াবা আংশিক সফলতা পাওঁ, কেতিয়াবা পাওঁ আশাতীত সাফল্য। কনট্ৰেক্ট বিচাৰি হাবাথুৰি খোৱা অভ্যাস মোৰ নাই। 'মধুমতী'ৰ সংগীত কৰিবলৈ বিমল ৰায়ে মোকহে কৈছিল। কিন্তু মই insist কৰিছিলোঁ ৰায়ে যেন সলিল চৌধুৰীক লয়। কাৰণ বংগদেশৰ পৰা বোম্বেলৈ যিমান ডেকা সুৰকাৰ আহিছে তাৰ মাজত তেৱেঁই গুণী আছিল। বিমল ৰায়ক মই অৰশ্যে কৈছিলোঁ যে- তোমাৰ পিছৰ 'বন্দিনী'খনত বাৰু সুৰ সংযোজনা কৰি দিম। তাৰ পাছত দেখিলোঁ সলিলে 'মধুমতী'ত কি সুন্দৰ Legendary সুৰ দিলে। এৱাৰ্ড পালে। সঁচাকৈ সলিল বৰ গুণী। পিছে বম্বেৰ ছবি জগতৰ মহিমাও অপাৰ। বহুতো জ্ঞানী শিল্পীক সোনকালে পাহৰি যোৱাৰ অভ্যাস আছে। নিষ্ঠুৰ এই পৃথিৱী। সেই নিষ্ঠুৰতাৰ আভাস আমিও পাইছোঁ মাজে মাজে।

-বোম্বেৰ এতিয়াৰ ডেকা সুৰকাৰসকলে পাশ্চাত্যৰ সুৰৰ হুবহু অনুকৰণ

কৰাৰ যে অভ্যাস হৈছে সেই বিষয়ে আপুনি কি ভাবে?

মই ভাবোঁ, সেইবোৰ ধান খেৰৰ জুই। ভমক্‌কৈ জ্বলি নুমাব। সুৰত Generation gapঅৰ কথামই ৰৰকৈ বিশ্বাস নকৰোঁ। কাৰণ Gap পূৰাব পাৰি অতীত বৰ্তমান আৰু ভৱিষ্যতৰ সমন্বয়েৰেহে। দেশৰ মাটিৰ গোন্ধ সুৰত থাকিলেহে Modern generation-এও বেছিকৈ গ্ৰহণ কৰিব। সময়ৰ সৈতে খোজ কঢ়া নাই জানো মই? ইমান বয়সতো? (তোমালোকৰ মুখ্যমন্ত্ৰী বিমলা চলিহাদেৱ মোতকৈ বয়সত বহুত সৰু জানা?) কিন্তুমোৰ সুৰ জানোএতিয়াৰ আধুনিক teenanger বা ডেকা-গাভৰুৱেগ্ৰহণ কৰা নাই? লাবে-লাগ্না কৰি দুদিন বাহ্‌বা পাব পাৰি মাত্ৰ।"

-আপুনি পৃথিৱীৰ বহুতো দেশ ঘূৰিলে। ক'ত কি সুৰ শুনিলে?

ভূপেন, ফিনলেণ্ড দেখিছাঁ নহয়? গানত গাইছিলাঁ, শুনিছিলোঁ-নহয় জানো?

- হয় দেখিছোঁ। গাইছোঁ। আন্তৰ্জাতিক সংগীত সম্মিলনীত।

তাত ময়ো বিশ্বৰ লোক-সংগীত প্ৰতিযোগিতাৰ এবাৰ বিচাৰক হৈ সমগ্ৰ পৃথিৱীৰ সাধাৰণ মানুহৰ সুৰ শুনিছিলোঁ। ইটালী, স্পেইনৰ আৰু মধ্য প্ৰাচ্যৰ সুৰ মোৰ বৰ ভাল লাগিছে। নিগ্ৰোসকলৰ জাজ সংগীতকো যেনেকৈ গেৰশ্বুইনে ক্লাছিক কৰি তুলিলে আমিও ভাৰতীয় আধুনিক সুৰক নিজস্ব Creative dignityৰে Classic কৰিব পাৰোঁ। পৰা উচিত।

-আপুনি 'পদ্মশ্ৰী' পাইছে। সংগীত নাটক একাডেমীৰ পুৰস্কাৰ পাইছে। কেনে অনুভৱ কৰিছে?

একো অনুভৱ কৰা নাই। মই পদ্মশ্ৰী ফিৰাই দিম বুলি ভাবিছিলোঁ। বহুতে কোৱাত নিদিলোঁ। এইবোৰ এৱাৰ্ডতকৈ ৰাইজৰ ভাল পোৱাটো, আৰু মোৰ সুৰৰ 'স্থায়িত্ব' থকাটোহে ডাঙৰ এৱাৰ্ড।

## একে সুৰতে বন্ধা

নিশা তেতিয়া আগবাঢ়িছিল। শেষত মই যেতিয়া ক'লোঁ- দাদা, আপোনাৰ শৰীৰটো তিনি বছৰ আগতে বোম্বেত দেখাতকৈ বেছি সুন্দৰ হৈছে। আপোনাক দহ বছৰ সৰু সৰু যেন লাগিছে। তেওঁ হাঁহি মাৰি মীৰা বৌদিৰ ফালে চকুৰ চাৱনি বিনিময় কৰি ক'লে- 'মোৰ হাই ব্লাডপ্ৰেছাৰ আছে। খুব কম খাওঁ। জিৰণি ল'বলৈ চেষ্টা কৰোঁ। কাম কম লওঁ। মীৰাই মোক চায়।'

তেতিয়া মীৰা বৌদিয়ে ক'লে- 'ভূপেন, মই হালধিৰ দৰে। সকলো তৰকাৰিতে

লাগো। কৰ্তাৰ মই ছেক্ৰেটেৰী, বান্ধনী, সমালোচক, শাসনকৰ্তা, সহধৰ্মিণী——"। এনেতে শচীনদাই ক'লে- 'মীৰাই মোৰ এতিয়া গীতবোৰো লিখি দিয়ে। এতিয়াৰ কেইবাটাও বঙালী গীত তেওঁ লিখা। মই সুৰ দিওঁ- তেওঁ ছন্দ মিলাই লিখে। মোৰ মতে গীতিসাহিত্য সলাই দিয়ে। মই ক'বলৈ গ'লে মোৰ ফটো তুলি কেমেৰাৰে ৰেকৰ্ড ৰাখে। কোনোবাই ফোন কৰিলে 'নাই' বুলি কয় !! কলিকতাৰ ৰবীন্দ্ৰ সৰোবৰত যে ভয়াৱহ 'অশোক কুমাৰ নাইট' হ'ল সেইটো শচীনদেৱ নাইট হোৱাৰ কথা আছিল। সংগঠকবোৰৰ চেহেৰা দেখিয়েই মীৰাই মোক আহিবলৈ নিদিলে! শেষত 'দাদামণি' হোলাৰ ভাই মোলা মোৰ বন্ধু অশোক কুমাৰক কৈ তেওঁৰ নাইট পতাত বংগদেশত কি হ'ল দেখিছিলাঁই নহয়! মীৰাৰ কিবা এটি Sixth sense আছে।'

এই কথাবোৰ কৈ যাওঁতে মই এই সুৰীয়া দম্পতীলৈ চাইছিলোঁ। সঁচাকৈ দুয়ো যেন একেটা সুৰতে বন্ধা।

কথা প্ৰসংগত ৰাহুলৰ কথা ওলাল। একমাত্ৰ পুত্ৰ ৰাহুলক দুয়ো বৰ মৰম কৰে। 'কিন্তু ৰাহুলক তাৰ মতে বিয়া কৰোৱাত বা সুৰ সৃষ্টি কৰাত মই বাধা দিয়া নাই। নিদিওঁ। স্বাধীনতা দিওঁ। মোৰ বোৱাৰী গুজৰাটী। মীৰাৰ পৰা বঙালী তৰকাৰী কেনেকৈ কৰে শিকি লৈছে। বৰ মিঠা স্বভাৱৰ ছোৱালী। আমি সুখী পৰিবাৰ। ভগৱানৰ ইচ্ছা। অ' ভূপেন, ৰাহুলক কৈছোঁ। সি যেন বহুৱাৰ এক্টিং নকৰি সুৰ সৃষ্টিত অধিক মনোযোগ দিয়ে। এই মেহমুদটোৱেই তাক খালে। কমেডিয়ান বনালে জানা? দুয়োৰে বৰ বন্ধুত্ব। দুয়োটা মিলিলে এনে দুষ্টামি কৰে।'

আমি তিনিও হো-হোকৈ হাঁহিলোঁ।

## দৃষ্টি কাঢ়িব খুজিছিল

তাৰ পাছত গম্ভীৰ হৈ এটা কথা ক'লেঃ 'তুমি যে তিনি বছৰ আগতে লতাৰ ৰেকৰ্ড কৰি থাকোঁতে মিনু কাট্ৰাকৰ ষ্টুডিঅ'ত মোক দেখিছিলা তেতিয়া মোৰ অসুখ বেছি হৈছিল। অসুখ কি জানা? মই ভাৰতত প্ৰচাৰ কৰা নাছিলোঁ। মোৰ বাওঁ চকুটোৰ ৰেটিনা ডিছ্‌প্লেচড্ হৈ গৈছিল। সেই চকুৰে প্ৰায় নেদেখা হৈছিলোঁ। মন মোৰ উদাস হৈ গৈছিল। অপাৰেচন কৰিলেও হেনো এক লাখত এটা কেছহে সফল হয়! বিদেশলৈ নগৈ বোম্বেৰ এজন বিশিষ্ট চকু বিশেষজ্ঞৰ হাতত মোক সঁপি দিলোঁ। অপাৰেচন হ'ল। ফল? মই সেই চকুৰে সম্পূৰ্ণ নেদেখা

হ'লোঁ। তাৰ পাছত সেই ডাক্তৰজনে পুনৰ অপাৰেচন কৰিলে। কি কষ্টকৰ সেই অভিজ্ঞতা। মই এন্ধাৰ দেখিলোঁ। এই সুন্দৰ পৃথিৱী নেদেখিলে সুৰ সৃষ্টি কৰিম কেনেকৈ? চকুত বেন্দেজ বন্ধা থাকে। মই শয্যাশায়ী। কি কৰিম? চকু জানো ফিৰাই পাম? সময় কটাম কেনেকৈ? উপায় নাই। মই যেন বন্দী বিহংগ। তেতিয়া কৰিলোঁ কি জানা? সা-ৰে আৰু মাত্ৰ গা এই তিনিটা Noteৰ Permutation Combination কৰিব লৈয়ে আৰম্ভ কৰিলোঁ। ৰাহুলক ওচৰলৈ মাতি আনি ক'লোঁঃ মই গুণগুণাই যাম, তই লিখি যাবি। 'পঞ্চেকো পিছে' বিখ্যাত গীতটোৰ সৃষ্টি এনেকৈয়ে হয়। মোৰো চকুৰ বেন্দেজ খুলিলে। চকু মেলি চাই দেখোঁ মোৰ চকুটো ভাল হৈ গ'ল।'

মই ৰ লাগি চাই ৰ'লোঁ। কণ্ঠৰ সুৰ সলাই তৎক্ষণাৎ তেওঁ ক'লে- 'বাদ দিয়াঁ এইবোৰ। গীত গোৱাঁ। তোমাৰ গীত। গালোঁ। মোৰ সুৰ সংযোজনা সদায়ে তাহানিৰে পৰা এই মহান শিল্পীগৰাকীয়ে শলাগে। আজিও শলাগিলে। উদগনি দিলে। ক'লে- 'নিজৰ প্ৰদেশৰ কাৰণে যেয়ে যি কৰে তাকে মই সম্মান কৰোঁ মৰম কৰোঁ। তুমি হয়তো বহুতো বাধা পাইছাঁ, উপলুঙা পাইছাঁ- পিছে দেখিবা লক্ষ লক্ষ লোকে আঁকোৱালি ল'লেই সকলো পাহৰিবা।' যেন নিজৰ ভায়েককহে কথাটো কৈছে- নিজ অভিজ্ঞতাৰ পৰা। মোৰ শিৰ নত হ'ল। নিশা বহুতো হৈ গ'ল।

## ১৮ মাৰ্চঃ বিদায়

পুৱা। কলিকতামুখী বিমান চলিছে বুলি গম পাইছোঁ। কলিকতাত ৰাষ্ট্ৰপতিৰ শাসন চলিছে। মোক ক'লে যে তেওঁ যোৰাটোকে ঠিক কৰিছে। মীৰা বৌদিয়ে মোক এখন কাগজ দিলে। দেখোঁ শচীনদাই মৰমেৰে মোক আশীৰ্বাদ লিখি দিছে।

"ভূপেন আমাৰ ছোট ভাই বল্লে বোধহয় কম বলা হবে। ওৰ জীৱনেৰ আদৰ্শ- যা সুৰেৰ মাধ্যমে স্বতঃস্ফূৰ্ত- তা মুক্ত হয়ে প্ৰতিনিয়ত বৰ্তমান থাকবে- এই আমাৰ বিশ্বাস।"

শিলংঃ ১৮ ই মাৰ্চ, ৭০ শচীন দেৱ বৰ্মন

মই কেতিয়াও অটোগ্ৰাফ নলওঁ। কিন্তু সেইদিনা সৰু ল'ৰাৰ দৰে তেওঁৰ পৰা ছবি এখন বিচাৰিছোঁ। কাৰণ আকৌ কওঁ একলব্যৰ দৰে মই ১৯৩৮ চন মানৰ পৰাই এই সুৰকাৰ কণ্ঠশিল্পীজনকে আঁতৰৰ পৰা পূজা কৰি আহিছোঁ। বহুবাৰ বহু ধৰণে মই শচীনদেৱ বৰ্মনদেৱক পাইছোঁ- কিন্তু এইবাৰ ইমান

ওচৰতে! তাতেই নিজৰ ঠাইত! ইমান বিনিময়। ইমান অনুভূতিপূৰ্ণ সান্নিধ্য। সেই শচীনদেৱ যাৰ 'চম্পক জাগো জাগো, কাঁদিবেনা ফাগুন গেলে' 'আমি ছিনু একা বাসৰ, জাগায়ে'- কাজী নজৰুলৰ কথা আৰু সুৰৰ 'পদ্মাৰ ঢেউৰে' আদি অমৰ গীতসমূহ মই কিশোৰ কণ্ঠেৰে গাই বহুতো শ্ৰোতাৰ তেতিয়াই মৰম পাইছোঁ। সেই সময়ৰ পংকজ মল্লিক, কৃষ্ণচন্দ্ৰ দে, আব্বাচুদ্দিন আৰু শচীনদেৱ মোৰ প্ৰিয় শিল্পী আছিল। দেউতাই শচীনদেৱৰ নতুন ৰেকৰ্ড এখন কিনি আনি মোক কয়- 'ডাঙৰ মইনা, এইটো শিক, সেইটো শিক।' মাই দেউতাৰ পিনে চায়, দেউতাই মাৰ পিনে চায়- যেতিয়া শচীনদেৱৰ কণ্ঠত বাজে 'প্ৰেমেৰ সমাধি তীৰে নেমে এল শুভ্ৰ মেঘেৰ —'। মই সেই গীতবোৰ গাওঁ ভাটৌৰ দৰে। মাই দেউতাৰ পিনে তেনেকৈ কিয় চায় তেতিয়া বুজা নাছিলোঁ। মই এতিয়া বুজিছোঁ। মই এতিয়া যি বুজিছোঁ মোতকৈ একুৰি বছৰৰ সৰু ভাইজনেও শচীনদেৱ বৰ্মনৰ কণ্ঠৰ মাদকতা সুৰৰ নতুনত্ব আজিও একে ধৰণেই বুজিছে- অৰ্থাৎ আজিৰ শচীনদেৱে ২৫ বছৰৰ আগৰ শচীনদেৱকো চেৰ পেলাই আৰু যেন অধিক মিঠা, অধিক মধুৰ হৈ সৃষ্টিশীল সুৰৰ বাটেৰে উচ্চ শিৰে আগুৱাই গৈ আছে। ক'তো যেন পৰাজয় নাই।

পুলিচ বজাৰত গাড়ীখন ৰাখি মোক ৰাজনৈতিক অশান্তিত থকা বিধানসভাৰ দুৱাৰ মুখত নমাই দি যেতিয়া একেটা সুৰতে বন্ধা শচীনদেৱ আৰু মীৰা বৌদি কলিকতা অভিমুখে গুচি গ'ল, মোক মাথোন মৰমেৰে ক'লে- "ভূপেন, অহাবাৰ বোম্বেলৈ অহাৰ আগতে মোলৈ খবৰ পঠাবা। Go on singing. God bless you."

মই মোৰ হাতখন দাঙি বিদায় দিলোঁ। দুয়োৰে হাত দুখন জোকৰা দেখিলোঁ। গাড়ীখন সৰু হৈ গ'ল- লাহে লাহে। মই ৰ লাগি চাই আছিলোঁ-

# মালতী বৰুৱাৰ সৌন্দৰ্য চৰ্চা

ধৰক, আপুনি অসমৰ এটি মধ্যবিত্ত আধুনিক ঘৰৰ বহা কোঠালৈ সোমাই গৈছে। বহক। চোফাখনতে। চোফাত শালত বোৱা কভাৰ। কোনোবা জনজাতীয় কাপোৰৰ। বা অসমীয়া ফুলাম গামোচাৰ পৰ্দা। আপোনাৰ ভৰিৰ তলত দেখিব এখন "কাৰ্পেট।" কাশ্মীৰৰ নহয়, পাৰস্যৰ নহয়। অসমীয়া পাটী এখন। তাতে ধুনীয়াকৈ অইল কালাৰেৰে অঁকা আছে এটি অসমীয়া আৰ্হিৰ বৰ্ডাৰ। চাৰিওফালে চাই পঠিয়ালে দেখিব কেইবাটাও ফুলদানি। এটি বাঁহৰ। তাৰ ওপৰত অঁকা আছে আমাৰ ৰিহাৰ কেঁচৰ আৰ্হিৰ ফুল। আৰু এটি আছে মাটিৰ। তাৰ ওপৰত অঁকা মণিপুৰী নৃত্যৰতা তিনিজনী গাভৰু। আৰু এটা ফুলদানি আছে চুকত। ভঙা তবলাৰ কাঠৰ খোল এটিৰে সজোৱা সেই ফুলদানি। আছে গছৰ ডাল এটি। তাতে ফুলি থকা শুভ্ৰ ফুল কেইটিমান। সেই ফুলকেইটি গোমধানৰ আখৈ!! প্লাষ্টিকৰ নহয়। পাত কেইটিমান আছে সেউজীয়া। সেইকেইটা ৰান্ধনি ঘৰৰ পৰা অনা তেজপাত কেইটামানেৰে কৰা। ওচৰতে বিজুলী বন্তি। লেম্প খেডটো বজাৰত কিনা নহয়। মুগাৰ। তাতে সত্ৰীয়া নৃত্যৰ মুদ্ৰাৰে অঁকা দুজন বায়নৰ ছবি থকা। বেৰত আৰি থোৱা শুকান গছৰ ডাল এটিতে বহি আছে

সৰু সৰু পুতলা চৰাইকেইটি। মমৰ নহয়। ৰবৰৰ নহয়। আমাৰ পুখুৰীত পোৱা শামুকৰ খোলাৰ কিম্বা পুৰীলৈ কেতিয়াবাই ফুৰিবলৈ যাওঁতে কিনা সাগৰৰ 'শ্বেল'ৰ। গৃহিণীয়ে চাহ আনি দিলে। বাঁহ বা কাঠৰ টিপয় এখনিত চাহ খোৱাৰ আগতে যাতে দাগ নেলাগে তাৰ বাবে জনজাতীয় ফুলৰ ডিজাইনেৰে অঁকা এখনি ঘূৰণীয়া প্লেট। সেইখন কোনোবা কালতে অনা ওভেলটিনৰ ঢাকোনৰ পৰা সজা যে আপুনি ধৰিব নোৱাৰিব। পানী এগিলাচ আহিল। তাৰ ঢাকোনখনো হেঙুল হাইতাল চৰোৱা কিবা যেন লাগিল। সেইখন 'ডালডা' বা টিনৰ পেলাই দিয়া ঢাকোনৰ ৰূপান্তৰ। আপুনি চিগাৰেট খাই আছে? ছাইখিনি পেলাবলৈ এশ্বট্রে বা ছাইদানি বিচাৰক, হাতৰ ওচৰতে পাব। সৰু সৰু মাটিৰ পাত্ৰত ৰঙেৰে অঁকা ছাইদানি কেইবাটাও। কেইটিমান চাকিৰ আকাৰৰ, আন কেইটিমান বাটিৰ আকাৰৰ। গৃহিণী চাহ দি গুচি যাব। আপুনি তেতিয়া চিগাৰেট খাই খাই প্ৰথমেই তেনে সৌন্দৰ্যবোধ থকা গৃহিণীক মনে মনে প্ৰশংসা কৰিব। মই হ'লে কৰিমেই। তেনে গৃহিণীলৈ অধিক সন্মান বাঢ়ে। যদি আপুনি গম পায় যে তেওঁ আজৰি সময়ত আপোন হাতেৰে, সৰু সুৰা অলাগতিয়াল বস্তুৰে, ঘৰখন শুৱনি কৰা, অথচ দৈনন্দিন জীৱনত ব্যৱহাৰ কৰিব পৰা কলাসুলভ সৃষ্টি কৰি ল'ব পাৰে।

এইখনেই শ্ৰীমতী মালতী বৰুৱাৰ কিতাপ "ঘৰতে শিকোঁ আহক", এখন অভিনৱ সৃষ্টি। শ্ৰীযুতা বৰুৱাই নিজৰ অভিজ্ঞতাৰ পৰা পোৱা জ্ঞানখিনিকে এই কিতাপত সকলোৱে বুজিব পৰাকৈ লিখি আৰ্ট পেপাৰত ৰঙীণ ৰঙেৰে উদাহৰণেৰে ছপাই উলিয়াইছে। কিতাপখন নপঢ়াকৈয়ে কোনো অসমীয়া মহিলাই যদি কয়, "ঘৰখন জাপি, শৰাই, বাঁহ আদিৰে কেনেকৈ সজাব লাগে আমি নেজানোনে কিবা, যে তাৰ বাবে এখন কিতাপ কিনি পঢ়িব লাগিব।" - তেন্তে মই তেনে মহিলাক শ্ৰদ্ধা সহকাৰে ক'ম, "আপুনি নিশ্চয় জানে। নেজানিবই বা কেলৈ? আপুনি যে অসমীয়া মহিলা। অসমৰ সকলো মহিলাৰেই সৌন্দৰ্যবোধ আছে। পিছে ঘৰখন সজাবলে হাতেতে পোৱা বস্তুৰে সুন্দৰ কিবা সাজি ল'বলৈ সৌন্দৰ্যবোধটো থাকিলেই জানো সকলো শেষ? ব্যৱহাৰিক দিশটোওতো আছে। যেনে, ধৰক, বাঁহৰ ওপৰত কি পেইণ্টেৰে ছবি আঁকিলে বেছি দিন থাকিব, (এনামেল নে অইল পেইণ্ট?); মাটিৰ পাত্ৰক ফুলদানি কৰাৰ পিছত পানী ভৰালে কেনেকৈ সৰকি নোযোৱা ব্যৱস্থা কৰিব পাৰি ইত্যাদি এশ এটা সমস্যা সমাধানৰ উপায় এই মিঠা কিতাপখনত পাব।"

- শ্ৰীযুতা মালতী বৰুৱাও এই বিষয়ত বৰ নম্ৰ। তেখেতে লিখিছে, "অসমত শিল্পীৰ স্বভাৱজাত শিল্পী মনে সপোনৰ ফুল বাছিব পৰা ঐতিহ্য আছে। সেই

ঐতিহ্যই আমাৰ বিভিন্ন হস্তশিল্পক আৰু মহীয়ান কৰি তুলিব পৰাৰ সম্ভাৱনা আছে; লাগে মাত্ৰ প্ৰেৰণা।" এই "প্ৰেৰণা" শ্ৰীযুতা মালতী বৰুৱাৰ কিতাপখনিয়ে বহুতো মহিলাক দিব বুলি মোৰ দৃঢ় বিশ্বাস। অসমীয়া আধুনিক ঘৰ এটিত কোনো অনা-অসমীয়া সোমায়েই যদি অনুভৱ কৰিব পাৰে - "অ', এয়া সঁচাকৈয়ে এটা জাতিৰ স্বকীয় সৌন্দৰ্যবোধৰ কথাৰ অৰ্থ থাকে। মেক্সিকান গৃহ এটিত সোমাই যদি আমি উত্তৰ আমেৰিকান কাৰুকাৰ্য দেখোঁ আমি নিৰাশ নহ'ম জানো ?

নিজে সজোৱা শ্বিলঙৰ ঘৰটি দেখিছোঁ। তেখেত আমাৰ মাহীদেউ পেহীদেউৰ দৰে। মই ভাবিছিলোঁ তেখেতে অকল নিজৰ ঘৰখন সজাইহে গৈছে। আনক নিজৰ অভিজ্ঞতাখিনি নিবিলায় কিয় ? পিছে এতিয়া দেখিছোঁ তেখেতে কিতাপৰ আকাৰত সেই মৰম লগা অভিজ্ঞতাখিনি অসমৰ ঘৰে ঘৰে বিলোৱাৰ প্ৰচেষ্টা কৰিছে। মই জানো কিতাপ লিখি ধন অৰ্জা তেখেতৰ উদ্দেশ্য নহয়। দামটো উঠিলেই তেখেতে শান্তি পাব। কিতাপখন বাহিৰে ভিতৰে সুন্দৰকৈ সজোৱা। আৰ্ট পেপাৰ আৰু মাল্টি কালাৰ্ড ব্লকেৰে ভৰপূৰ কৰাত খৰচ বেছি পৰিছে। দাম হৈছে ৭ টকা ৫০ পইছা। পিছে ১০ গৰাকী মহিলাই ৭৫ পইছাকৈ চান্দা তুলি কিনিলেও, দহখন ঘৰ শুৱনি হৈ পৰিবৰ সম্ভাৱনা আছে। আৱশ্যক হ'লে মহিলা সমিতিসমূহেও এই কিতাপৰ আদৰ্শত এনে হস্তশিল্প কৰি সজ উদ্দেশ্যেৰে বেচিবও পাৰে। কিতাপখনৰ ভাষা সৰস, শুদ্ধ বা নিভাঁজ ঘৰুৱা।

অসমৰ অভিজাত গৃহিণী বহুতে হয়তো দুডাল যাঠি, দুটি জাপি কিনি আনি ঘৰ সজাইছে। বহু ধন দি কিনা কাশ্মীৰৰ কাৰ্পেটৰ ওচৰতে ৰাখিছে হয়তো। পিছে হাতে-কামে লাগি আজৰি সময়ত কম খৰচতে অসমৰ ঘৰখন অসমীয়াৰূপে সজাই ল'ব পৰাটোত বেছি আনন্দ আছে। তেতিয়া বেছি সৌন্দৰ্যবোধৰ পৰিচয় পোৱা যায়। তেতিয়া জীৱন আৰু সুন্দৰ হয়। শ্ৰীযুতা মালতী বৰুৱাৰ "ঘৰতে শিকোঁ আহক" অসমৰ ঘৰে ঘৰে শোভক। এই কিতাপে অসমৰ প্ৰতি মহিলাকে Practical artist কৰি তোলক। তুলিব।

# চিৰযুগমীয়া বলৰাজক জানিছিলোঁ---

এতিয়া ভাবিছোঁ, তেনেকৈ মানুহজনক নেজানিলেই ভাল আছিল। বলৰাজৰ অকাল মৃত্যুক তেতিয়া কিছু সহজভাৱে ল'ব পাৰিলোঁহেঁতেন। মনক বুজালোঁহেঁতেন ঃ সকলোৰে মৃত্যু হয়েই। কিন্তু আজি প্ৰায় একুৰি দিনৰ আগেয়ে বোম্বাইত দেখা জীয়া জীয়া, চিৰসেউজীয়া, দগ্‌দগীয়া বলৰাজৰ হঠাৎ কলিজাটো বন্ধ হৈ যোৱাটো আৰু সেই কথাটো বাতৰি হৈ আজি অসমত মোৰ কাণত পৰাটো ঠিক মোৰ সহ্য হোৱা নাই। মই মোৰ মনৰ চকুৰে স্পষ্টকৈ দেখা পাইছোঁ আজি- বলৰাজৰ এসময়ৰ সহকৰ্মী আনন্দে, সলিল চৌধুৰীয়ে, প্ৰেম ধাৱানে, হেমাঙ্গ বিশ্বাসে, উৎপল দত্তই, মৃণাল সেনে, হাৰান চট্টোপাধ্যায়ে, কেৰেলাৰ ৰামু কাৰিয়াটে, কাশ্মীৰৰ অধ্যাপক নাদিমে, বৰোদাৰ যশোৱন্ত ঠাকুৰে, দীনা গান্ধীয়ে আৰু ভাৰতৰ বিভিন্ন ৰাজ্যৰ প্ৰগতি-প্ৰেমী গণশিল্পীসকলে বলৰাজৰ মৃত্যুক কিভাৱে গ্ৰহণ কৰিছে। তেওঁলোকৰ জীয়া কলিজাতো অবিশ্বাস্য এটি শোকে নিশ্চয় খোঁচ মাৰি, তেওঁলোকক অশ্ৰুসিক্ত কৰি তুলিছে। পিছে আমি কান্দিলেও বলৰাজ সাহনীয়ে আৰু কথা নকয়, নিলিখে- আৰু অভিনয়ো নকৰে। বলৰাজ আৰু নাই। কিন্তু, বলৰাজৰ দৰে মানুহ মৰে জানো?

পঞ্চম দশকৰ প্ৰথম ফালে। গুৱাহাটীৰ বৰঝাৰ এৰোড্ৰোমত আমি বৈ আছোঁ। গুৱাহাটী বিশ্ববিদ্যালয়ত থকা মোৰ এম-এ ক্লাছ-তাছ এৰি (তেতিয়া পঢ়াইছিলোঁ) তেওঁক আগবঢ়াই আনিবলৈ গৈছোঁ। আমাৰ আমন্ত্ৰণত, ভাৰতৰ চেলুলয়ড-খেতিয়ক, 'দো বিঘা জমি'ৰ সেই জীৱন্ত নায়ক বলৰাজ গুৱাহাটীলৈ আহিব গণনাট্য সংঘৰ বিৰাট সন্মিলনীলৈ। তেতিয়া সৰু উৰাজাহাজ "ডেকোটা" এখন বৰঝাৰত নামিলহি। দৰজাখন মেল খালে। খটখটি লগালে। মই লৰৰি ভিতৰলৈ সোমালোঁ। বলৰাজে 'ভূপেন' বুলি হাঁহি সাবটি ধৰিলে। মই কৃতজ্ঞতাৰে তেওঁক বাহুত ধৰি আগবঢ়াই আনিলোঁ। সন্ধিয়া বিৰাট সাংস্কৃতিক সন্মিলনী জজ পথাৰত। ধানখেৰ পাৰি দিছোঁ। বাইশ হেজাৰ সাধাৰণ-অসাধাৰণ ৰাইজ এটকাকৈ টিকট কিনি বহিছে। তেতিয়াৰ দিনৰ জনৈক মন্ত্ৰীৰ সহধৰ্মিণীয়ে আসন নেপাই এটকাৰ টিকট ১০০ টকা হ'লেও দিব বুলি কোৱাত আমি হাঁহি কৈছিলোঁ- 'কিয় ইমান হেঁপাহ?' উত্তৰ, 'বলৰাজক অকমান চাবলৈ বিচাৰিছোঁ।' সেই সন্মিলনীত পূৰ্বভাৰতৰ সকলো অ-জনজাতীয, জনজাতীয় গোষ্ঠীৰ গণ-শিল্পীৰ মহাসাগৰৰ সৈতে মিলি গৈছে। মহাৰাষ্ট্ৰৰ অমৰ শেখ, (তেওঁৰো কিছু বছৰ আগেয়ে মৃত্যু হৈছে), বংগৰ সলিল চৌধুৰী, হেমন্ত মুখাৰ্জী, দেৱব্ৰত, সুচিত্ৰা মিত্ৰ। মই প্ৰথমবাৰৰ বাবে সাগৰ সঙ্গমত গীতটো গাইছোঁ, সলিলে হাৰমনিয়াম বজাইছে। ন বছৰীয়া জয়ন্তই গীটাৰত ষ্টেম্প দিছে। স্বৰ্গীয় বিষ্ণু ৰাভাদেৱে ৰঙৰ জোলোঙা লৈ শিশু-শিল্পীবৃন্দৰ সৈতে "ৰং কিনিবা কোনে" গীতটো নাচি নাচি প্ৰকাশ কৰিছে। কুলদা ভট্টাচাৰ্য, তচদ্দুক ইউচুফ আদিক লৈ "এৰা বাটৰ সুৰ" নাটখন অনাতাঁৰ নাটৰ দৰেই নাটঘৰত মেলিছোঁ। এটা দৃশ্যত এজন অনা-অসমীয়া চাহ বাগিচাৰ মেনেজাৰৰ ভূমিকাত (পাৰ্ট-চাৰ্ট মই তেতিয়া লিখাই নাই) উইংছৰ কাষত ৰৈ থকা আমাৰ প্ৰধান অতিথি বলৰাজে নাটঘৰলৈ অপ্ৰত্যাশিতভাৱে সোমাই আহি ইংৰাজীতে আনন্দ প্ৰকাশ কৰিবলৈ ধৰিলে। বাইশ হেজাৰ মানুহে চৌৰাল্লিশ হেজাৰ হাতেৰে হাত চাপৰি বজালে। হৰ্ষধ্বনিৰে আকাশ মুখৰিত হ'ল। মই আচৰিত হোৱা নাই। কাৰণ বলৰাজে পৰিবেশ পালে বাৰিষাৰ নৈৰ দৰে নিজৰ কলিজাৰ আনন্দ প্ৰকাশ কৰে। সেই কলিজা আজি স্তব্ধ।

## ৰাইজৰ শিল্পী

মোক বলৰাজে কেইটামান কথা কৈছিল। স্বৰ্গীয় বিমল ৰায়ে তেতিয়াৰ সংগ্ৰামী শিল্পী বলৰাজক 'দো বিঘা জমি'ৰ খেতিয়ক- ৰিক্সাৱালাৰ ভাওটো

দিবলৈ ইণ্টাৰভিউলৈ মাতোঁতে বলৰাজ হেনো অলপ নাৰ্ভাছ হৈছিল। ৰায়ে কৈছিলঃ 'বলৰাজ, তুমি দেখোন গোটেইটো ইংৰাজ চাহাবৰ দৰে। তুমি কি ফুটাই তুলিবাহে- খেতিয়ক-ৰিক্সাৱালাৰ জীৱন।' বলৰাজে কৈছিলঃ 'মোক পাৰ্টটো দি চাওক। বেয়া পালে নল'ব। মোৰ অনুৰোধ, মোক এই পাৰ্টটো দিয়ক।' বিমল ৰায়ে দিলে। বিমল ৰায়ে আক্ষেপ নকৰিলে। পাৰ্ল বাকৰ 'গুড আৰ্থ'ত যদি পল মুনি অমৰ হৈছিল, হেম্‌লেটত যিদৰে লৰেন্স অলিভিয়া অমৰ হৈছিল, তেন্তে 'দো বিঘা জমি'ত ঠিক একে মানদণ্ডেৰে এম এ পাছ কৰি, বিলাতত বি বি চিত বহুদিন কটোৱা, শান্তিনিকেতনৰ ছফিষ্টিকেটেড্ ইন্‌টেলেকচুৱেল প্ৰফেছৰ বলৰাজো ৰিক্সাৱালাৰ ৰূপত চিৰযুগমীয়া হৈ ৰ'ল।

বলৰাজৰ প্ৰিয়, জুহু আৰ্ট থিয়েটাৰৰ কৰ্মীসকলে বোম্বাইত মোক এবাৰ আনুষ্ঠানিকভাৱে মৰম জনাইছিল। মোৰ পৰিচয় দিছিল বলৰাজে। খাজা আহমদ আব্বাছ আৰু প্ৰেম ধাৱানে মোক মৰমেৰে আদৰিছিল। জুহু বীচৰ মাছমৰীয়া লোক কিছুমানকো বলৰাজে নিমন্ত্ৰণ কৰিছিল। সভাখন হৈছিল বলৰাজৰ কুটীৰটোত -'কুটীৰ' মানে সঁচা কুটীৰ। তেতিয়া তেওঁৰ মটৰগাড়ীও নাই। স্কুটাৰ এখনত ঘূৰি ফুৰে। তেওঁৰ ল'ৰা অজয সাহনী সৰু ল'ৰা, একমাত্ৰ জীয়েক শবনম নোদোকা ছোৱালী। সিঁহতৰ মাক ঢুকাইছে। তাৰ পিছত তেওঁৰ প্ৰথমা স্ত্ৰীৰ ভনীয়েক বলৰাজৰ সহধৰ্মিণী হৈছেহি।

-মই গীত গাই শেষ কৰিলোঁ। হেমন্ত কুমাৰৰ ঘৰত সেইবাৰ আছিলোঁগৈ। পিছদিনা ৰাতিপুৱাই মোক হেমন্তৰ পুতেক বাবুৱে (জয়ন্ত মুখাৰ্জী, ৰীতেশ কুমাৰ ফিল্মৰ নাম। এতিয়া মৌচুমীৰ স্বামী) জগাইছেহি। মই দেখোঁ- এজন মাৰাঠী মাছমৰীয়া ৰৈ আছে। হাতত এটা মস্ত মাছ। সাগৰৰ মাছ মই চিনি নাপাওঁ। ৰৌ নে ভকুৱা বোধ হয়। লগতে এখন সৰু ইংৰাজী চিঠি। লিখিছে বলৰাজেঃ 'ভূপেন, তোমাৰ গান শুনি আমি ইন্‌টেলেক্‌চুৱেলে কি প্ৰশংসা কৰিলোঁ সেইটো ইমপৰটেণ্ট্ নহয়। তোমাৰ অসমীয়া লোক-সংগীত শুনি, সেই শুনি থকা জুহু বীচৰ মাৰাঠী মাছমৰীয়াকেইজনৰ বৰ ভাল লাগিছিল। মোক ক'লেহি, সেই হাজৰিকা মানুহজনক আমি এটা উপহাৰ দিব খুজিছোঁ। তোমাৰ ঠিকনা মোৰ পৰা খুজি লৈ এয়া উপহাৰটো তোমাক দিবলৈ গৈছে। গ্ৰহণ কৰিবা। এয়া পিপলৰ উপহাৰ শিল্পীৰ বাবে। ৰাইজক বুজিলেহে ৰাইজৰ শিল্পী হ'ব পাৰিবা। হেমন্তৰ স্ত্ৰী বেলাক ক'বা ভালকৈ ৰান্ধিব। ইতি, তোমাৰ মৰমৰ বলৰাজ।' বলৰাজৰ এই কথাখিনিয়ে মোক এটা বিশ্লেষণমূলক আৰু অনুভূতিপূৰ্ণ শিক্ষা দিছে- মোৰ সংগীতৰ শ্ৰোতা ৰাইজক বুজাত আৰু সন্মান কৰাত। বলৰাজ

সাহনীয়ে শিল্পী হিচাপে সাধাৰণ ৰাইজক বুজিছিল বাবেই চীনদেশলৈ বলৰাজ যাওঁতে মাও-ছে-টুঙে তেওঁক কৈছিল : 'মই ভাৰতৰ খেতিয়ক এজনকো স্পৰ্শ কৰি পোৱা নাই। তোমাক 'দো বিঘা জমি'ত দেখি তোমাকে মাটিহীন ভাৰতীয় খেতিয়ক যেন লাগিছিল।' এই বুলি মাও-ছে-টুঙে বলৰাজক কৰমৰ্দন কৰিছিল। এইখিনি কথা বলৰাজে আমাক কথা প্ৰসংগত কৈ অভিভূত হোৱা দৃশ্যটো মোৰ এতিয়াও মনত আছে।

## অভিনয়ৰ প্ৰেৰণা

বলৰাজ, তুমি বংগদেশৰ থিয়েটাৰৰ ঐতিহ্যক বৰ সম্মান কৰা। তুমি শিশিৰ ভাদুড়ীৰ অভিনয় দেখিছানে? মই এবাৰ সুধিছিলোঁ। বলৰাজে ক'লে : 'দো বিঘা জমি'ৰ কাইলৈ শ্যুটিং হ'ব। বিমল ৰায়ে খবৰ দিলে, আজি নিশা শিশিৰ ভাদুড়ীয়ে (তেতিয়া তেওঁৰ জীৱনৰ প্ৰায় শেষ পৰ্যায়ত) 'মাইকেল'খন মঞ্চস্থ কৰিব। বলৰাজ লৰৰি গ'ল। চালে। চাই শিশিৰ ভাদুড়ীয়ে সংলাপ নোকোৱাকৈয়ে, হাতৰ আঙুলিৰ গতি, মুখৰ ভঙ্গীৰে কিছু গভীৰভাৱে প্ৰকাশ কৰা দেখি নিশাটো বলৰাজে ভালকৈ শুব নোৱাৰিলে। বলৰাজে ভাবিলে, কাইলৈ 'দো বিঘা জমি'ৰ শ্যুটিঙত ৰিক্সাৱালাজনৰ ভাও দিওঁতে ভাদুড়ীৰ সেই টেক্‌নিক্‌টো ব্যৱহাৰ কৰিব। পিছ দিনা পুৱা ভিক্টোৰিয়া মেমৰিয়েলৰ সম্মুখত ৰিক্সাৱালাৰূপী বলৰাজ গছ এজোপাৰ তলত বহি আছে। বিমল ৰায়ে ইউনিট, কেমেৰা, ছাউণ্ড ৰেডি কৰাত ব্যস্ত। এজন আদবয়সীয়া ৰিক্সাৱালাৰ পৰা তেওঁ ৰিক্সা টনা শিকি শিকি ভাগৰি পৰিছে। সঁচা ৰিক্সাৱালাজনৰ ৰিক্সাখন সেই কেইদিনৰ শ্যুটিঙৰ বাবে বিমল ৰায়ে ভাড়া লৈছে। এই আখৰাত সঁচা ৰিক্সাৱালাজন আৰু চেলুলয়ডৰ বলৰাজ ৰিক্সাৱালাৰ এক প্ৰকাৰ বন্ধুত্ব হৈ গৈছে। সেই দিনৰ সেই ছিকুয়েন্সটো আছিল বন্ধকত থকা দুই বিঘা মাটি মোকোলাবলৈ কলিকতাত থকা সংগ্ৰামী ৰিক্সাৱালা এজনৰ মনোভাব প্ৰকাশ আৰু সেইখিনি বলৰাজে প্লেন কৰা মতে ভাদুড়ীয়ান এক্টিঙেৰে ফুটাই তুলিব। কথাই কথাই বলৰাজে ৰিক্সাৱালাজনক সুধিলে : তুমি ক'ৰ?

: বাবু, মই বিহাৰৰ আৰা জিলাৰ।

: তুমি কেতিয়া কলিকতালৈ আহিছিলা ৰিক্সাৱালা হ'বলৈ?

: এ! নক'ব। ল'ৰা-তিৰোতা এৰি আজি প্ৰায় বাৰ-চৈধ্যবছৰমান আগতে আহি ৰিক্সা টানিয়েই আছোঁ। মনত এটা উদ্দেশ্য আছিল।

ঃ কি উদ্দেশ্য?

ঃ বিহাৰত থকা মোৰ খেতিৰ মাটিখিনি ধনী মানুহ এজনৰ ওচৰত বন্ধকত দিছিলোঁ। মোকলালেহে আকৌ খেতি কৰিব পাৰিম।

ঃ মাটিখিনি মোকলাব পাৰিলানে?

ঃ পাৰিলেনো বাবু, কলিকতাতে পৰি থাকোঁনে?

ঃ কেই বিঘা মাটি তোমাৰ আছিল?

ঃ বাবু দুই বিঘা!

বলৰাজৰ বুকুখন চিৰিংকৈ গ'ল।

—'তাৰ পিছত ভূপেন, মই পাহৰি গলোঁ ভাদুড়ীয়ান, ব্ৰেখটিয়ান মেথড্ এক্‌টিং, অমুক-তমুক টেকনিক! মই ভাবিলোঁ, মোৰ আজিৰ ছিকুয়েন্সৰ এক্‌টিঙৰ গুৰু হ'ল মোৰ আগত বহি থকা এই বিক্সাৱালজনৰ জীৱন আৰু তেওঁ প্ৰকাশ কৰা অনুভূতিৰ ৰেখাবোৰ। মই ক'লোঁ, 'বিমলদা! ষ্টাৰ্ট শুটিং। আই এম্ ইন্সপায়াৰ্ড।' পূৰ্ণ উদ্যমে বলৰাজে কলিকতাৰ প্ৰখৰ ৰ'দত ৰিক্সা টানি অভিনয় কৰিলে! সেই অভিনয় অমৰ হ'ল। বলৰাজৰ সেই হৃদয় আন্তৰিকতা থকা শিল্পীৰ হৃদয়। সেই বহল হৃদয় আজি স্তব্ধ হ'ল।

## মিঠা ব্যৱহাৰ

লেনিনগ্ৰাড ষ্টেশনত আমি (মুলকৰাজ আনন্দ, ৰাজেন্দৰ সিং বেদী, স্বৰ্গীয় প্ৰহলাদ আট্ৰে, কিৰণ খান্না, এম এফ হুছেইন, বিবেকানন্দ মুখোপাধ্যায়, স্বৰ্গীয় শচীন সেনগুপ্ত আদি) ৰৈছোঁহি। ফিনলেণ্ডলৈ যাম বিশ্ব শান্তি সম্মিলনীলৈ - য'লৈ জাঁ পল ছাৰ্ট্ৰেও আহিব। আমি উত্তেজিত। বাটতে লেনিনগ্ৰাড চাই যোৱাৰো উন্মাদনা। আমাৰ ডেলিগেশ্যনৰ ধুনীয়া ট্ৰেইনখন ৰোৱাৰ লগে লগেই প্লেটফৰ্মত এগৰাকী অতি সুন্দৰী ৰাছিয়ান গাভৰুৱে নিজৰ হাতত থকা এখন ফটোলৈ চাই আকৌ মোলৈ চাই চাই চিঞৰিছে- 'হুয়েৰ ইজ্ ডেলিগেট হাজৰিকা ফ্ৰম ইণ্ডিয়া?' মই চিঞৰি দিলোঁ- 'হিয়েৰ আই এম।' বঙ্গৰ বিবেকানন্দবাবু বৰ ৰসিক লোক। তেওঁ ক'লে, 'ভূপেনেৰ জবাব নেই। এখানেও গাৰ্ল ফ্ৰেণ্ড যোগাড় কৰে বসে আছে!' মই লাজত অলপ ৰঙা পৰিছোঁ, কাৰণ ময়েই সেই ডেলিগেশ্যনত বোধহয় আটাইতকৈ কম বয়সৰ। আমাৰ নেতা আছিল বিখ্যাত বৈজ্ঞানিক ডঃ মেঘনাথ সাহা। মই ট্ৰেইনৰ পৰা নমাৰ লগে লগে সেই ৰাছিয়ান গাভৰু গৰাকীয়ে ক'লে ঃ 'আপুনি হাজৰিকা। মই দেখিয়েই চিনিছোঁ। এয়া

আপোনাৰ ফটো চাওক।' চাই দেখোঁ গুৱাহাটীত বলৰাজ আৰু মই একেলগে বহি থকা অৱস্থাত এখন ফটো। মই সুধিলোঁ, 'এইখন পালী ক'ত?' গাভৰুগৰাকীয়ে ক'লে: 'বলৰাজে পঠাইছে আমালৈ। আৰু লিখিছে, মোৰ সৰু ভাইৰ দৰে এজন মানুহ- ভূপেন হাজৰিকা নামৰ, লেনিনগ্ৰাড পাবগৈ অমুক দিনা। তুমি তোমালোকৰ ঘৰতে ভূপেনক আলহী কৰি ৰাখিবা। ডেলিগেশ্যনৰ বাকী সদস্যক হয়তো কাল্‌চাৰেল মিনিষ্ট্ৰিয়ে অন্য ঠাইত ৰাখিব। ভূপেনক চিনি পাবলৈ মই এখন ফটোও লগতে পঠালোঁ।'

গাভৰুগৰাকীৰ কথা শুনি মই আচৰিত হ'লোঁ। মই মস্কো, তাচ্‌কন্দ আদিত ঘূৰি গম পাইছিলোঁ ৰাছিয়াত বলৰাজ অতি জনপ্ৰিয়। (মাছু ফিল্মত পুডভ্‌কিনৰ ইন্‌ষ্টিটিউটত তেওঁৰ ডাঙৰ ল'ৰা অজয় সাহনীকো ফিল্ম ডিৰেক্সন অধ্যয়ন কৰিবলৈ বলৰাজে পঠাই দিছিল পিছত।) মই গাভৰুগৰাকীক সুধিলোঁ: তোমাৰ নাম কি?

: নাতাশা।

: নাতাশা? এয়া দেখোন টলষ্টয়ৰ 'ৱৰ এণ্ড পীচ'ৰ নায়িকাৰ নাম!

: মোৰ নাম নাতাশা টলষ্টয়। মই ডিমিট্ৰি টলষ্টয়ৰ সহধৰ্মিণী।

: বিখ্যাত সংগীতজ্ঞ ডিমিট্ৰি?

: হয়। তেওঁ টলষ্টয়ৰ নাতি। গতিকে মই টলষ্টয়ৰনাতিনীবোৱাৰী।আপুনি সংগীত ভাল পায় বাবেই ৰাছিয়ান সংগীতজ্ঞ এজনৰ ঘৰত আপুনি থকাৰ হেঁপাহ কৰিছে বলৰাজে। আশাকৰোঁ আপুনি আমাৰ ঘৰত থাকি বেয়া নেপাব।

মই নিশ্চয় যাম। ই মোৰ সৌভাগ্য বুলি ভাবিম। এই ঘটনা দেখি, বলৰাজৰ মোৰ প্ৰতি থকা মৰমৰ কথা ভাবি, মোৰ আনন্দাশ্ৰু ওলাব খুজিছিল। কাৰণ মইতো বলৰাজক কেতিয়াও কোৱা নাছিলোঁ মই লেনিনগ্ৰাড কোন তাৰিখে পামগৈ বা কাৰ ঘৰত থাকিম। ইমান ব্যস্ততাৰ মাজতো বলৰাজে চিঠি লিখাৰ সময় পাইছে। ফটো পঠোৱাৰ সময় পাইছে। ৰাছিয়াৰ বিখ্যাত কম্পোজাৰ এজনৰ সৈতে যাতে মোৰ ঘনিষ্ঠ সম্বন্ধ হয় তাৰ বাবে সুদূৰৰ পৰাই যত্ন লৈছে। এনে আকাশ-সদৃশ বিশাল হৃদয়ৰ মানুহ ক'ত পাম? শুভাকাংক্ষী ক'ত পাম? বলৰাজ আচলতে অসমৰ প্ৰেমত পৰিছিল। তেওঁৰ বোম্বাইৰ ঘৰৰ ড্ৰইংৰুম অসমৰ কৃষ্টিমূলক প্ৰতীকবোৰেৰে ভৰপূৰ। লগ পালেই অসমৰ কথা সোধে, বৰ মৰমেৰে।

# বহুমুখী প্ৰতিভা

বলৰাজে মাতৃভাষা পঞ্জাবীক আগুৱাই নিবলৈ আপ্ৰাণ চেষ্টা কৰি কেইবাখনো কিতাপ লিখি পেলাইছিল। কেইবাটাও সৰ্বভাৰতীয় পুৰস্কাৰ পাইছিল। লিখাত ৰাপ থকা কথাটো আমাক কৈছিল- 'জীৱনৰ শেষ বছৰকেইটা খালী লিখিম, লিখিম, লিখিম।' শেষ বয়সৰ আগতে সকলো শেষ। বলৰাজৰ গভীৰ বক্তৃতা শুনিবলগীয়া। দিল্লী বিশ্ববিদ্যালয়ৰ কন্‌ভোকেশ্বনত তেওঁ বিতৰ্কমূলক বক্তৃতা দি চাঞ্চল্যৰ সৃষ্টি কৰিছিল।

আজিকালি নতুন লহৰ, নতুন চিন্তা ওলাইছে ফিল্ম দুনিয়াত। ডাঙৰ ডাঙৰ ইজম্ ওলাইছে। ফিল্মত বাস্তৱতা দিয়াৰ ক্ষেত্ৰত বাটকটীয়া আছিল বলৰাজ। "এৰা বাটৰ সুৰ"ত মই মতাত অভিনয় কৰিবলৈ আহি কলিকতাৰ "পথেৰ পাঁচালি" দুয়ো বহি চাইছোঁ প্ৰথম নিশাৰ ৯ বজাৰ শ্ব'ত। বসুশ্ৰী হলত। তলত মানুহ বেছি নাই। ওপৰৰ বেলকনিত বলৰাজ আৰু মোক লৈ মুঠ মাত্ৰ ৯ জন দৰ্শক। "পথেৰ পাঁচালি" শেষ হোৱাত আমি সত্যজিতৰ নতুন দৃষ্টিভংগীৰ অপৰূপ সৃষ্টি চোৱাৰ কাৰণে অভিভূত হৈ গম্ভীৰভাৱে, মনে মনে ওলাই অহাৰ পিছত বলৰাজে মোক কৈছিল - 'এয়া সঁচা আৰম্ভণি নৱ-বাস্তৱবাদৰ। ভূপেন, শ্ব'ত মানুহ কিমান কম, দেখিছানে? ইজ নট এ পিটি? আমি এচাম নতুন দৰ্শক গঢ়ি তুলিব লাগিব। হিন্দী জগতত বহুতো হাবি-জংঘল, আৱৰ্জনা তথাপি আমি চেষ্টা কৰিব লাগিব।' বলৰাজে "গৰম কোট" নিৰ্মাণ কৰিও হিন্দী ছবিজগতত নৱ-বাস্তৱবাদৰ গুটি সিঁচি গৈছে। বোম্বাইৰ ফিল্মলৈ অহাৰ বহু আগতেও চেতন আনন্দ আৰু বলৰাজ আদিয়ে "নীচা নগৰ", "ধৰতি কে লাল" আদি ছবিত নৱ-বাস্তৱবাদ অনাৰ বাট কাটি থৈ গৈছে। পিছত তেওঁ যেতিয়া চৰিত্ৰাভিনেতা ৰূপেই খ্যাত হ'ল তেতিয়া অবাস্তৱ হিন্দী ছবিতো তেওঁ তেওঁৰ নিজস্ব ভাওটো কিন্তু সদায় বাস্তৱবাদৰ ভেটিতেই ৰূপায়িত কৰিছিল। তেওঁ ওলালে স্ক্ৰীনখন ভৰি যায়। কণ্ঠকে শুনিব নে ব্যক্তিত্বকে চাব! সমাজ-সচেতন, প্ৰগতিবাদী, শিক্ষিত, মাৰ্জিত এই বলৰাজেই "হমলোগ" ছবিত অভিনয় কৰিবলৈ যেতিয়া মান্তি হ'ল, তেওঁ শ্বুটিং কৰিব নোৱাৰে বুলি পুলিচে ক'লে। কাৰণ তেওঁ তেতিয়া ৰাজনৈতিক বন্দী! প্ৰযোজকে বিশেষ অনুমতি আনি দিয়াত, ভাৰত চৰকাৰৰ পুলিচে জেলৰ পৰা তেওঁক ষ্টুডিঅ'লৈ লৈ আহে। তাত তেওঁ এক্‌টিং কৰে।

ৰ পিছত আকৌ পুলিচে তেওঁক বন্দী কৰি থয়গৈ। "হমলোগ"ৰ সেই চৰিত্ৰত কি প্ৰাণ ঢালি অভিনয় কৰিছে বলৰাজে! বৰ্ণাব নোৱাৰি।

## ট্ৰেজেডী

কিছুদিনৰ আগৰ কথা। বোম্বাইত বলৰাজক লগ পাইছিলোঁ। তেওঁৰ জীৱনত অলপতে এটা ব্যক্তিগত ট্ৰেজেডী ঘটি গৈছে। তেওঁ অতি মৰমৰ জীয়েক শবনমক বিয়া দিছিল কাশ্মীৰত। বিয়াখন ভাগি গ'ল। তাই মৰমৰ বাপেকৰ ওচৰলৈ গুচি আহিল। কিছুদিনৰ পিছত এক বিখ্যাত হস্পিটেলৰ পৰা এটা ফোন পালে। তেওঁৰ জীয়েক হোনো তাত আছে। বলৰাজ লৰৰি গ'ল। দেখে শবনমে শেষ নিশ্বাস ত্যাগ কৰিছে। শবনমে আত্মহত্যা কৰিছে। বলৰাজৰ পিতৃ হৃদয় কান্দি উঠিল। তাৰ পিছত চেতন আনন্দে তেওঁৰ নতুন ছবি 'হাসতে জখম'ত এটি চৰিত্ৰ ৰূপায়ণ কৰিবলৈ দিলে। চৰিত্ৰটো হ'ল, বোম্বাইৰ এজন উচ্চ পৰ্যায়ৰ পুলিচ অফিচাৰৰ মনোবেদনা। তেওঁৰ গৃহিণী নাই। তেওঁৰ একমাত্ৰ ছবছৰীয়া সৰু জীয়েকজনীক কোনোবাই চুৰকৈ লৈ গ'ল। ছোৱালীজনী স্কুলীয়া ছোৱালীৰ সৈতে পিকনিক খাবলৈ গৈছিল। বহু বছৰ পাৰ হ'ল। ছোৱালী হয়তো মৰিল। হয়তো বাচি আছে। সেই পুলিচ অফিচাৰৰ বুকুত এক অব্যক্ত বেদনা। অভিনয়ৰ মাজেৰে এই বেদনা প্ৰকাশ কৰা বলৰাজক "হাসতে জখম"ত চাই থকা সময়ত মোৰ বাৰে বাৰে মনত পৰিছিল তেওঁৰ নিজৰ মৃতা কন্যা শবনমৰ প্ৰতি থকা শোকৰ কথা। তাৰ কিছু বছৰৰ পিছত সেই পুলিচ অফিচাৰজনে এবাৰ গম পালে যে বোম্বাইৰ চহৰত ভুল পথ বাছি লোৱা এগৰাকী ৰূপহীয়ে সমাজৰ বহু অপকাৰ কৰি ফুৰিছে। তাইক এৰেষ্ট কৰাই টান কাম হৈ পৰিছে। শেষত এই অফিচাৰজনে নিজেই গৈ এবাৰ সেই ৰূপহীক এৰেষ্ট কৰিলে। বৰ ধমক দিলে। জীৱনৰ ভাল পথহে বাছি ল'বলৈ উপদেশ দিলে। ৰূপহীজনীয়ে শেষত ক'লে, 'আপুনি মোৰ পিতৃ নেকি যে মোক ভাল উপদেশ দিছে। আপুনি পুলিচ অফিচাৰৰ দৰে কথা কওক।' অৱশেষত পুলিচ অফিচাৰজনে গম পালে যে এই 'বেয়া' ছোৱালীগৰাকী তেওঁৰ নিজৰে হেৰাই যোৱা কন্যা। সেই কথা শুনাৰ পিছত বলৰাজ সাহনীয়ে যি মৰ্মস্পৰ্শী অভিনয় কৰিছে তাৰ তুলনা পাবলৈ নাই। কন্যাহাৰা পিতৃ এজনৰ শোকাভিভূত হৃদয় এখনৰ তলিৰ পৰা ওলোৱা মনোবেদনাই দৰ্শকৰ চকু চলচলীয়া কৰি তোলে।

# বিদায় বলৰাজ

বলৰাজৰ জীৱন-লালসা, জীৱন-সাধনা, জীৱন-বিশ্লেষণ অ তুলনীয়। তেওঁৰ নম্রতা অনন্য। "এৰা বাটৰ সুৰ"ত মই প্রথমবাৰৰ বাবে তেওঁক পৰিচালনা কৰিবলৈ যাওঁতে তেওঁ ইমান মহৎ শিল্পী হোৱা সত্ত্বেও মোৰ প্রতি যি সহযোগিতা আগবঢ়ালে আজিও স্পষ্টকৈ মনত পৰে। মই ভাল গাড়ী যোগাৰ কৰিলে কয়, "মোক জীপ এখন দিয়া ভূপেন। অসমীয়া ছবিত বেছি খৰচ কৰিব নেপায়।" দৃশ্য গ্রহণৰ কালত কি আন্তৰিকতাৰে বচন মোৰ পৰা শিকি লৈছে, মুখস্থ কৰিছে, 'ভূপেন, মই কোনখিনিত থিয় হ'ম' আদি প্রশ্ন সক ল'ৰাৰ দৰে সুধিছে। ভাল মনৰ অনা-অসমীয়া মেনেজাৰ মিষ্টাৰ চোপ্রাই (সুৰাসক্ত) "এৰা বাটৰ সুৰ" বিচৰা নায়কক ডিফেণ্ড কৰিছে সুন্দৰভাৱে। অহঙ্কাৰী অসমীয়া অভিজাত সম্প্রদায়ক (যি সুৰ বিচৰা জয়ন্তক ঠাট্টা-মস্কৰা কৰে) তীব্র সমালোচনা কৰিছে। শেষত অসমীয়াত কৈছে- 'মই অসমত দহবছৰ আছোঁ। মই অসমক ভাল পাওঁ।' আজি মোৰ মনত পৰিছে "দেশ" পত্রিকাই "এৰা বাটৰ সুৰ"ত বলৰাজৰ মাত্র পোন্ধৰ মিনিটীয়া অভিনয় দেখি লিখিছিল- 'এই সক চৰিত্রত বলৰাজ সাহনীয়ে তেওঁৰ অতীতৰ সকলো অভিনয়কে ম্লান কৰি পেলাইছে।' সেয়া ক্রেডিট মোৰ নহয়; মহান শিল্পী বলৰাজৰহে। মই আজি মোৰ কৃতজ্ঞ হৃদয়ৰ ভাষাৰে ক'ব খোজোঁ, 'বলৰাজ, মাই ডিয়েৰ এল্ডাৰ ব্রাদাৰ, ইউ উয়েৰ এক্সেন্‌চিয়েলি এ গুড মেন। ইট ইজ্ অন্‌লি ইন্‌চিডেণ্টেল ডেট্ ইউ উয়েৰ অল্‌ছো এ গ্রেট এক্টৰ।' বলৰাজ, তুমি তোমাৰ প্রতিভাতকৈও মহৎ। আকৌ ভাবিছোঁ, মই তোমাক মানুহ হিচাপে ইমান ঘনিষ্ঠভাৱে নজনাই ভাল আছিল। তোমাৰ অকাল মৃত্যু আমাৰ সহ্য হোৱা নাই, কাৰণ তোমাক ওচৰৰ পৰা জানিছিলোঁ। আবর্জনা ভৰা ভাৰতীয় ফিল্ম জগতত তুমি এছাটি সুন্দৰ সুস্থ পৱিত্র বতাহ আছিলা। তোমাক প্রগতিশীল শিল্পীৰ পৃথিৱীয়ে হেৰুৱালে। ভাৰত দুখীয়া হ'ল। তুমি অসমক ভাল পাইছিলা। অসমীয়ায়ো তোমাক বৰ ভাল পায়। বৰ সম্মান কৰে। বলৰাজ, তোমাক আমি নাপাহৰোঁ। মই জানো তুমি য'তে থাকা তাৰে পৰিবেশ সুস্থ, সবল, পৱিত্র কৰি তুলিবা । বিদায় বলৰাজ ———।

# হেমন্ত দা আৰু নাই

২৬ ছেপ্টেম্বৰ/৮৯। নিশা। কলিকতা। হেমন্ত মুখাৰ্জী চিৰ নিদ্ৰাত। হেমন্তদা আৰু নাই।

এই মাত্ৰ শ্মশানত থৈ আহি ঘৰ সোমাইছোঁহি। লক্ষ লক্ষ মানুহে সমগ্ৰ কলিকতাত তেওঁৰ মৃতদেহত ফুল দিছেহি। কোনোবাই গীত গাই উঠিছে ফেকুৰি ফেকুৰি। ঘৰে ঘৰে লাউদ স্পীকাৰত বজাইছে 'ৰাণাৰ', 'পাল্কী চলে', 'ৰবীন্দ্ৰ সঙ্গীত', 'কোনো এক গাঁয়েৰ বধূ'।

—— মোৰ আজি মনত পৰিছে ১৯৪৬ চনৰ কথা। মই তেতিয়া কাশী বিশ্ববিদ্যালয়ৰ ছাত্ৰ। কলিকতাত এঠাইত মোক লগ পাই সুধিছে, তুমি কোন কোম্পানীত ৰেকৰ্ড কৰা৷ মই বোলোঁ চেনোলাত। মোক জ্যোতিপ্ৰসাদ আৰু বিষ্ণুপ্ৰসাদে ১৯৩৬ চনত তালৈকে আনিছিল। মোক ক'লে, তোমাৰ দৰে শিল্পীক হিজ মাষ্টাৰ্ছ ভয়েচলৈহে নিব লাগে। পৃথিৱীবিখ্যাত ৰেকৰ্ড কোম্পানী। চেনোলা টেনোলা এৰা। মই ভালেই পালোঁ। ক'লোঁ, এৰা, চেনোলাই মোৰ যোৰা তিনিবছৰে ৰেকৰ্ড কৰা নাই। তাতে মই হিজ মাষ্টাৰ্ছ ভয়েচৰ চাহাববোৰক নেজানো। মোৰ তেতিয়া বয়স ২০/২১ মান। হেমন্তদা তেতিয়া প্ৰায় ২৬/২৭

বছৰীয়া ডেকা। বঙালীৰ উপৰিও হিন্দী 'গীত' গাই সমগ্ৰ ভাৰততে তেওঁ 'হেমন্ত কুমাৰ' হৈ গৈছে।

তেওঁ হাঁহি মাৰি মোক ক'লেঃ ভূপেন, তুমি মোক পাঁচটা টকা দিবানে? কিয়, মই সুধিলোঁ। এই টকাৰে মই আজিৰ পৰা তোমাক 'কলিকতা শিল্পী সংঘৰ' সদস্য কৰিম। মই টকা পাঁচটা দিলোঁ। তেওঁ ৰচিদ এখন দিলে। তাৰ পিছত মোক এখন গাড়ীত বহুৱাই লৈ গ'ল শ্যাম বজাৰৰ হ্যাতী বাগানত থকা এইচ্ এম ভিৰ অফিচলৈ। তাত ৰেকৰ্ডিং বিভাগৰ কৰ্মকৰ্তা হেম সোম ডাঙৰীয়াক ক'লেঃ 'সোম, টেক্ কেয়াৰ অব্ দিছ বয়জ ফিউচাৰ!'

আৰু তেতিয়াৰ পৰাই মই চেনোলা এৰি এইচ্ এম ভিৰ শিল্পী হৈ আজি যোৱা ৪০ বছৰ কটালোঁ।

মই চাৰি বছৰ আমেৰিকাত পঢ়ি ভাৰতলৈ উভতিলোঁ। গণনাট্যত জঁপিয়াই পৰিলোঁ। পঞ্চম দশকৰ কথা। গুৱাহাটীৰ গণনাট্য সংঘলৈ বলৰাজ সাহনি, হেমন্তকুমাৰ মুখাৰ্জী, সলিল চৌধুৰী আহিছে। মই 'সাগৰ সঙ্গম' গীতটো প্ৰথম বাৰৰ বাবে গাইছোঁ। সলিলে হাৰমনিয়াম বজাইছে। ৰাণাই (জয়ন্ত) গীটাৰ। গীতটো গোৱাৰ পিছত মঞ্চৰ উইংছৰ কাষলৈ মাতি আনি মোক সাবটি ধৰি ক'লেঃ 'ভূপেন অসমীয়াত লিখিছা যদিও মই অৰ্থটো বুজিছোঁ। এটা অমৰ গানৰ সৃষ্টি হ'ল।' মই ধন্যবাদ দিলোঁ।

সেই গীতটোকে যেতিয়া সঙ্গীত পৰিচালকৰূপে উত্তম সুচিত্ৰা অভিনীত 'জীৱন তৃষ্ণা' (অসিত সেন পৰিচালিত) ছবিত বঙালী অনুবাদ কৰাই, তেওঁক প্লেবেক কৰাবলৈ অনুৰোধ কৰিলোঁ, মোক ক'লে শিকাই দিয়া। মই কেবাবাৰো গালোঁ। তেওঁ চকু দুটা মুদি তেওঁৰ কণ্ঠত তুলিবলৈ চেষ্টা কৰিলে। মই ৰেকৰ্ডিং ঠিক কৰিলোঁ মিনু কাট্ৰাকৰ ষ্টুডিঅ'ত। লতাৰ বঙালী গীত এটিও ৰেকৰ্ড কৰিম বুলি লতাকো শিকাই থ'লোঁ সেই গীত। ৰেকৰ্ডিঙৰ দিনা পুৱা ন বজাত পাইছোঁগে ষ্টুডিঅ'।

লতা, হেমন্তদা আহিল। অসিত সেন আহিল। যন্ত্ৰসংগীত-শিল্পীও আহিল, কল্যাণজীয়ে মোৰ ৰেকৰ্ডিঙত হাৰমনিয়াম বজাব আৰু লক্ষ্মীকান্তই মেণ্ডোলিন বজাব। কল্যাণজী তেতিয়া বিখ্যাত হেমন্তদাৰ তৃতীয় সহকাৰীহে আছিল। লক্ষ্মীকান্ত এজন মেণ্ডোলিন বাদকহে। দুয়ো এতিয়াৰ বিখ্যাত কল্যাণজী বা লক্ষ্মীকান্ত হোৱা নাছিল। যাওক সেইবোৰ কথা। মই যন্ত্ৰসঙ্গীত শিল্পীসকলৰ ৰিহাৰ্চেলৰ তত্ত্বাৱধান কৰিছোঁ 'সাগৰ সঙ্গম'ৰ বঙালী ৰূপান্তৰ হেমন্ত কুমাৰৰ কণ্ঠত ৰেকৰ্ড কৰিবলৈ। এনেতে লতা আৰু হেমন্ত দুয়ো মোক কাষলৈ মাতিলে।

লতাই ফুচফুচাই মোক ক'লে- "ভূপেনদা, আপোনাৰ যিহে খং। খং নকৰিব। হেমন্তদাই ভাবে যে 'এৰাবাটৰ সুৰ'ত আপুনি 'সাগৰ সঙ্গম'ত গাই অমৰ কৰিছে। এতিয়া বঙালী অনুবাদটোও আপোনাৰ কণ্ঠতহে থকা ভাল হ'ব।" মই হেমন্তদাৰ মুখলৈ চালোঁ। তেওঁ সক নম্ৰ ল'ৰাৰ দৰে ক'লে- 'ভূপেন এই গীত তোমাৰ কণ্ঠত নহে আনৰ কণ্ঠত থকাটো ভাবিবই নোৱাৰোঁ। মই তোমাৰ এই গীতক তোমাৰ দৰে যাষ্টিচ কৰিব নোৱাৰিম, ভূপেন, তুমিয়েই ৰেকৰ্ড কৰা।' মই বাধ্য হ'লোঁ ততাতৈয়াকৈ গাবলৈ। গালোঁও। বঙালী 'সাগৰ সঙ্গম' গীতটো মোৰ কণ্ঠত (আৰু উত্তম কুমাৰৰ ওঁঠত) শুনি সমগ্ৰ বঙালী জাতিটোৱে গায়ক হিচাপে মোক সাবটি ল'লে। তদুপৰি এইচ্ এম্ ভিৰ এখন ননফিল্ম বঙালী ৰেকৰ্ডত মোৰ সৈতে দুয়েট এটা গাই দিলে, যাতে 'নতুন' ভূপেনৰ ৰেকৰ্ড বেচা যায়। মোৰ সৈতে লতাৰ পৰিচয় কৰি দিছিল, এই হেমন্তদাই। এৰাবাটৰ সুৰত 'ৰ'দ পুৱাবৰ কাৰণে'ত কণ্ঠ দিছিল লতা আৰু মোৰ সৈতে। 'গুম্ গুম্ মেঘে গৰজিলে' অসমীয়া নাৱৰীয়াৰ দৰে উদাত্ত কণ্ঠেৰে গাইছিল

সলিল চৌধুৰীয়ে কোনো এক বিহুৰ সুৰৰ স্বৰ গাইছিল। এদিন হেমন্তদাই মোক সেই লাইনটো গুণগুণাই দি ক'লে অসমৰ সুৰবোৰ ইমান মিঠা -

এই নিশা সেই মানুহজনক, সেই নম্ৰ মানুহজনক, সেই নিৰহঙ্কাৰী মহান শিল্পীজনাক পুৰি নিঃশেষ কৰি দি আহিলোঁ। পিছে তেওঁৰ হেজাৰ হেজাৰ গীত প্ৰতিধ্বনিত হৈ থাকিব চিৰদিন। ইঞ্জিনিয়াৰিং পঢ়িবলৈ লোৱা ল'ৰাজন গীতৰ ভুৱনত সোমাই ভুৱন জয় কৰি কিম্বদন্তী হৈ বৈ গ'ল- হেমন্তদা, য'তে আছাঁ তুমি যেন সুখে থাকাঁ। অসমৰ ৰাইজৰ হৈ হিয়া ভৰা কৃতজ্ঞতা যাচিলোঁ।

## ফৰমুদ আলীৰ 'বাহুলি' ঃ হেমাঙ্গ বিশ্বাসদেৱৰ প্ৰতি

শ্ৰদ্ধেয় হেমাঙ্গদা, যোৱা সংখ্যা 'আমাৰ প্ৰতিনিধি'ৰ শিল্পীৰ পৃথিৱী শিতানত আপুনি 'মণিৰাম দেৱান' কথাছবিৰ বিশ্লেষণমূলক আৰু বৈজ্ঞানিক সমালোচনাত সংগীতাংশৰ যি উচ্চ প্ৰশংসা কৰিছে তাৰ বাবে সংগীত পৰিচালক হিচাপে অন্তৰৰ কৃতজ্ঞতা জনালোঁ। পিছে আপুনি ভুল ধৰিছে। আপুনি লিখিছে 'ফৰমুদ আলীৰ হাতত থকা folk instrument টি Bow instrument যেন নেলাগিল।

যেতিয়া আমাৰ পৰিচালক শ্ৰীযুত সৰ্বেশ্বৰ চক্ৰৱৰ্তীদেৱে এই দৃশ্যৰ কথা কয়, তেতিয়া তাক কামত পৰিণত কৰিবলৈ মই আৰু কলা নিৰ্দেশক শ্ৰীযুত

যুগল দাস ডাঙৰীয়াই মিলি এনে ধৰণে তলৰ কথাকেইটি ফঁহিয়াইছিলোঁ।

(১) বুৰঞ্জীবিদ শ্ৰীযুত বেণুধৰ শৰ্মা ডাঙৰীয়াই 'মণিৰাম দেৱান' কিতাপৰ ২২২ পৃষ্ঠাত ফৰমুদ আলীৰ কথা লিখিছে এই বুলি "ছেখ ফৰমুদ আলী: কোমল বয়সীয়া ভগা ৰজা কন্দৰ্পেশ্বৰ সিংহই ৰং-ধেমালি কৰিবলৈ কাৰেঙত সংগীতৰ বিস্তৰ আয়োজন আছিল। ছেখ ফৰমুদ আলীয়ে মিঠা সুৰেৰে বেহেলা বজাব জানিছিল। সেইবাবেই তেওঁকে ৰজাঘৰীয়া গায়ন-বায়নৰ ওপৰত ওজা পতা হৈছিল। ভগা ৰজাৰ ভগা সিংহাসনখন পাতিবলৈ তেওঁও প্ৰাণ পৰিশ্ৰমে দিহা-পৰামৰ্শ দি সহায় কৰিছিল। সেইবাবে শাসকৰ কোপদৃষ্টিত পৰি এওঁও আটক হ'ল।"

(২) এণ্টি অক্ কলেজৰ Department of Arts and Aesthetics অৰ Chairman Raymond S. Stites এ তেখেতৰ বিখ্যাত কিতাপ 'The Arts and man' অত অদূৰ অতীতৰ ইউৰোপৰ সংগীত যন্ত্ৰৰ ৰূপ বৰ্ণাইছে। Violin অক Viol বুলি কৈছে। দেখিবলৈ আজিৰ বেহেলাৰ দৰে, অথচ ৰূপ বেলেগ। ই এক Bow instrument.

(৩) শ্ৰীযুগল দাসে সেইমতে পুৰণি 'বেহেলা'ৰ আৰ্হিৰে কলিকতাৰ বৃদ্ধ বেহেলা নিৰ্মাতা এগৰাকীৰ হতুৱাই নকৈ নিৰ্মাণ কৰাবলৈ যাওঁতে বৃদ্ধগৰাকীয়ে আৰ্হি দেখি কৈছিল- "আৰে, এটাতো পুৰাণ আমলে বাজিয়েছিল আমাদেৰ বাপ-দাদুৰা; এটাৰ নাম বাহুলি ছিল।" বাহুলিও Bow instrument হে। কলা-পৰিকল্পনাকাৰী শ্ৰীযুত যুগল দাসদেৱৰ সৃজনী প্ৰতিভা আৰু তেখেতৰ গৱেষণাৰ প্ৰতি আমাৰ শ্ৰদ্ধা আছে। শ্ৰীদাস মানুহজন এই বিষয়ত নিখুঁত।

——— পৰিচালক হিচাপে শ্ৰীযুত চক্ৰৱৰ্তী ডাঙৰীয়াইও এই বিষয়ে বয়োবৃদ্ধ বেহেলাবাদক এগৰাকীক সোধাত তেখেতে চাৰেংগীৰ দৰে Bow বজাই দেখুৱালে। ঘোঁৰাৰ নেজ বন্ধা ধনু আকাৰৰ Bow। আঙুলি সঞ্চালন চাৰেংগী বা আমাৰ বড়োসকলৰ চেৰেঞ্জাৰ দৰে। সেই-'বাহুলি' বা সেই দিনৰ চাৰেংগীৰ দৰে বজোৱা 'ভায়োল' বা 'ভায়োলিন'টোৰ আকাৰ দেখি এই যুক্তি কোনেও খণ্ডাব নোৱাৰিলোঁ। শব্দটো কিন্তু প্ৰায় বেহেলাৰ দৰে ওলাব, তেনে এটি Bow instrumentঅত। মনত ৰাখিব- 'প্ৰায়' বেহেলাৰ দৰে, 'ঠিক' বেহেলাৰ দৰে বুলি মই কোৱা নাই। এতিয়া আহিল সংগীত পৰিচালক হিচাপে মোৰ পাল। Play Back ত কি দিম? 'ঠিক' বেহেলা নে 'প্ৰায়' বেহেলাৰ দৰে শব্দ? মই যুক্তিসংগতভাৱে 'প্ৰায়' বেহেলাৰ দৰেই আজিৰ বেহেলাৰ ৰেকৰ্ডিং কৰালোঁ। অলপ Muffed আৰু অলপ Folk Bow typeঅৰ কেৰকেৰীয়াভাৱে। অথচ

বুৰঞ্জীৰ মতে 'মিঠা সুৰেৰে বেহেলা' বজোৱাব লাগিব। স্বৰ্গদেউ কন্দৰ্পেশ্বৰ টোপনি যাব লাগিব তাকে শুনি। গতিকে folk bow instrument বুলি অমিঠাভাৱে এটি সুৰও পৰিৱেশন কৰিব নোৱাৰি। পাৰিলেও কৰিব নেপায় যেন লাগিল। শব্দৰ ধৰণৰ কথা গ'ল। কি সুৰ বজোৱাম? দেখিলোঁ ফৰমুদ আলী অসমীয়া সংগীত-যন্ত্ৰশিল্পী। তাতে মুছলমান সম্প্ৰদায়ৰ। তৎক্ষণাৎ আজান ফকীৰৰ school of tunes অলে মনত পৰিল। তেওঁৰ সুৰৰ এটি 'ঠাট'ৰ ওপৰত ভেটি কৰিহে আলাপ বিস্তাৰ কৰালোঁ। কাৰণ বুৰঞ্জীৰ মতে তেওঁ বেহেলাৰ বজাঘৰীয়া 'ওজা'। মাজতে Plucking ও দিয়া হৈছে- এঠাইত যেতিয়া ললিতা আৰু পিয়লিৰ দৃষ্টি বিনিময় হৈছিল।

গতিকে আমাৰ মতে সংগীতাংশত আমি নভৱা নিচিন্তাকৈ একো কৰা নাছিলোঁ; কিন্তু ফৰমুদ আলীৰ শব্দত 'মিঠা' কৰিবলৈ ইচ্ছাকৃতভাৱে কিঞ্চিত নাটকীয় স্বাধীনতা লৈছিলোঁ। কিয়? পদ্মা নদীৰ ভাটিয়ালীত 'দোতাৰা'ৰ শব্দ নলৈ স্বৰোদেৰে muffed vamp (দোতাৰা typeঅৰ) ল'লে দোষণীয় নহয় চাগৈ। পাশ্চাত্য দেশৰ বিখ্যাত বাদক Chet এ Beethovan's symphonyও বজায় দেখোন guiterঅত। guiter দেখোন গৰখীয়াৰ যন্ত্ৰ। ফৰমুদ আলীৰ যন্ত্ৰত যি আলাপ দিয়া হৈছে সি অসমীয়া আজান ফকীৰৰ অসমীয়া সুৰৰ ভেটিত দিয়া, তদুপৰি ১৮৫৮ চন সিদিনাৰ কথা! ভাৰতীয় ৰাগ সংগীতৰ প্ৰভাৱ নিশ্চয় তেতিয়া অসমতো পৰিছে। তাৰ বহু বছৰ আগতেইতো শংকৰদেৱে ভাৰতীয় ৰাগ সংগীতক আয়ত্ত কৰি সেই একে ৰাগকে ন ৰূপে স্থানীয় flavour দি গাইছিল, গোৱাইছিল লক্ষজনৰ হতুৱাই। গতিকে হেমাঙ্গদা, আপুনি যি style আৰু flavour বিচাৰিছে, ছবিখন আকৌ এবাৰ চালে বোধহয় পাব।

আপোনাৰ সমালোচনাত আপুনি এইখিনিলৈ আঙুলিয়াই অসম বুৰঞ্জী আৰু সংগীত যন্ত্ৰৰ বুৰঞ্জীৰ বিষয়ে আমি পোৱা তথ্য আৰু কিঞ্চিৎ নাটকীয় স্বাধীনতা লৈ আন্তৰিকতাৰে যে আমি সংগীতাংশ পৰিৱেশন কৰাৰ চেষ্টা কৰিছোঁ তাকে ৰাইজৰ আগত ব্যক্ত কৰিবলৈ সুযোগ দিয়াৰ বাবে আপোনালৈ ধন্যবাদ জনালোঁ।

যুক্তিত দায় দোষ থাকিলে পুনৰ আঙুলিয়াই দিব। ভুল হ'লে মানি ল'ম শ্ৰদ্ধাৰে। আমি 'গোড়ামি'ত বিশ্বাস নকৰোঁ।

ইতি।
আপোনাৰ
ভূপেন হাজৰিকা।

# নৃত্য-শিল্পী ইন্দিৰা বৰুৱা

অসমৰ শ্ৰীমতী ইন্দিৰা বৰুৱাই কলাক্ষেত্ৰত ভাৰত নাট্যম্ শিকি এতিয়া ভাৰতৰ বিভিন্ন ঠাইত নৃত্য প্ৰদৰ্শন কৰি প্ৰশংসা আৰ্জিছে। অলপতে কলিকতাৰ ইন্দো-এমেৰিকান ছ'চাইটি অডিটৰিয়াম আৰু নিউ এম্পেয়াৰত ভাৰত নাট্যম্ আৰু অসমীয়া সত্ৰীয়া নৃত্য পৰিৱেশন কৰি মহানগৰীৰ ৰাইজ আৰু বাতৰি-কাকতৰ প্ৰচুৰ অভিনন্দন পাইছে। শ্ৰীমতী ইন্দিৰা স্বৰ্গীয় পাৰ্বতিপ্ৰসাদ বৰুৱাৰ ভ্ৰাতৃ শ্ৰীযুত কামাখ্যাপ্ৰসাদ বৰুৱাৰ কন্যা।

শ্ৰীমতী বৰুৱা শ্ৰীপ্ৰদীপ চলিহাদেৱৰ ছাত্ৰী আছিল। শ্ৰীমতী ইন্দিৰাই দিনক দিনে আৰু অধিক সাধনা কৰি অসম তথা ভাৰতৰ কলাৰ নাম উজ্জ্বল কৰক এয়ে আমাৰ আন্তৰিক কামনা। অসমত উঠি অহা নৃত্যশিল্পীসকলক শ্ৰীমতী ইন্দিৰাই নিশ্চয় প্ৰেৰণা যোগাব।

## অসমৰ ইন্দিৰাৰ বিদেশত খ্যাতি

আমেৰিকাৰ ফ্লৰিদাৰ ৱাল্ট ডিচনি ৱৰ্ল্ডত বহি ৩০ জুলাই '৮৫ৰ দিনা লিখা চিঠি এখন আমাৰ সংবাদদাতাই মোলৈ পঠাইছে। সেই চিঠিৰ পৰা গম পোৱা

বাতৰি পঢ়ুৱৈসকলক জনাবৰ মন গৈছে। চাৰি সপ্তাহৰ আগতে যুক্তৰাষ্ট্ৰলৈ গৈ ইন্দিৰাই কেইবাটাও টেলিভিশ্যন, ৰেডিঅ' আৰু মঞ্চত কলা প্ৰদৰ্শন কৰি প্ৰচুৰ খ্যাতি অৰ্জন কৰিছে।

নিউযৰ্ক মহানগৰীৰ, লিংকন চেণ্টাৰ ফৰ আৰ্টছ এণ্ড মিউজিকত অসমীয়া সত্ৰীয়া নৃত্য সুন্দৰকৈ পৰিৱেশন কৰিলে। তাৰ পিছত 'ভিচন অব্ এছিয়া' টিভি প্ৰগ্ৰেম কৰিলে। কলম্বিয়া বিশ্ববিদ্যালয়ৰ WKCR ৰেডিঅ'ত নৃত্যৰ বিষয়ে শিক্ষামূলক সাক্ষাৎকাৰ কৰিলে। তদুপৰি হাণ্টচভিল, লুইভিল, প্ৰভিদেন্স চিটি, ব্ৰাউন বিশ্ববিদ্যালয, ৰোড আইলেণ্ড বিশ্ববিদ্যালযত নৃত্য প্ৰদৰ্শন কৰাৰ পিছত ইন্দিৰাক ৰাজহুৱা সন্মান যাচিলে। —নিউয়ৰ্কৰ ভাৰতীয বিদ্যাভৱন, হিন্দু টেম্পল, বম্বে ব্ৰডকাষ্টিং টিভিত অনুষ্ঠান আগবঢ়ালে।

এমেৰিকাৰ সকলো ঠাইতে কলানুৰাগীসকলে অসমৰ সত্ৰীয়া নৃত্য দেখি প্ৰশংসা আগবঢ়াইছে আৰু কোনো কোনোৱে ইন্দিৰাক ওচৰলৈ আহি কৈছেহি, 'আমি ভাৰতৰ আন আন নাচ দেখিছোঁ, অসমীয়া সত্ৰীযা নৃত্যৰ বেলেগ মূল্য আছে। সেই সত্ৰসমূহত থকা এই সমূহ নৃত্য শিকিবৰ মন গৈছে অসমলৈ গৈ।' বাতৰি-কাকত, টিভি ৰেডিঅ'ই ইন্দিৰাৰ এই অনুষ্ঠানসমূহৰ সুন্দৰ প্ৰচাৰ কৰিছে।

ইন্দিৰাৰ অকণমানি কন্যা মেনকাই (বযস ৭ বছৰ মাত্ৰ) বালক কৃষ্ণৰ নাচ নাচি হেজাৰ হেজাৰ লোকৰ হাত চাপৰি আৰু মৰম পাইছে।

পি পি বৰা, ইন্দিৰা আৰু মেনকাই চাৰি আগষ্ট '৮৫ত ইংলেণ্ডলৈ আহিছে বিভিন্ন ঠাইত নৃত্য প্ৰদৰ্শন কৰিবলৈ। বৃটিছ ব্ৰডকাষ্টিং ছাৰ্ভিচেও লণ্ডনৰ টিভিলৈ তেওঁলোকক অনুষ্ঠান কৰিবলৈ আমন্ত্ৰণ কৰিছে। ইন্দিৰা আৰু মেনকালৈ আমাৰ আন্তৰিক অভিনন্দন আৰু আশীৰ্বাদ ৰ'ল। অসমীযা সত্ৰীযা নৃত্যকতো ভাৰত চৰকাৰে আমেৰিকা আৰু পেৰিচ ইণ্ডিযা ফেষ্টিভেললৈ আমন্ত্ৰণ নকৰিলে-। অসমৰ 'অবৈধ' চৰকাৰটোৱে তেতিয়া নিজৰ দিচপুৰীয়া অস্তিত্ব বিচৰাতহে ব্যস্ত আছিল। গতিকেই, ইন্দিৰাৰ এই ব্যক্তিগত সাফল্যই প্ৰমাণ কৰিলে যে **ভাৰতৰ অংগ অসমৰো কলা-সংস্কৃতিক বিশ্ব-দৰবাৰত প্ৰতিনিধিত্ব কৰাৰ যোগ্যতা থকা শিল্পী আছে। ইন্দিৰা আৰু মেনকা বৰা আমাৰ অসমৰ, আমাৰ ভাৰতৰ গৌৰৱ।**

# চিত্ৰশিল্পী শ্যামকানু

ইতিমধ্যে কলিকতা আৰু অসমৰ চিত্ৰ-কলা জগতত স্বকীয় প্ৰতিভা আৰু সৃষ্টিৰে শ্যামকানুৱে এখন বিশিষ্ট আসন দখল কৰিবলৈ সক্ষম হৈছে। অসম কলিকতা আৰু ভাৰতৰ বিভিন্ন ঠাইত প্ৰদৰ্শিত তেওঁৰ চিত্ৰ গুণীজনৰ দ্বাৰা প্ৰশংসিত হৈছে।

অলপতে কলিকতাৰ একাডেমি অব্ ফাইন আৰ্টছত শিল্পী সংগঠন Group IIৰ যুটীয়া এক প্ৰদৰ্শনীত শ্যামকানুৰ চিত্ৰই যথেষ্ট সমাদৰ লাভ কৰে। তেওঁৰ তৈলচিত্ৰ Game, The Rider, The Bathers আদিত সৃষ্টি প্ৰতিভা আৰু ভাব-ব্যঞ্জনা মূৰ্ত হৈ উঠিছে। অসমৰ নাহৰকটীয়াৰ শ্যামকানু বৰঠাকুৰে বিশ্ববিদ্যালয়ৰ স্নাতক হোৱাৰ পাছতো চিত্ৰকলাকে মোৰ বুলি লৈ কলিকতাৰ Indian art collegeৰ পৰা ১৯৮১ চনত স্নাতক হয়। লগতে College of visual artৰ পৰাও certificate লয়। চিত্ৰকলাতে একাণপতীয়াকৈ লগা শ্যামকানু কলিকতাৰ নতুন চিত্ৰকলা সংগঠন Art acreৰ সদস্য। অলপতে প্ৰতিষ্ঠিত Society of Contemporary Artists, Assam নামৰ অনুষ্ঠানৰ তেওঁ প্ৰতিষ্ঠাপক সদস্য। অসমত এটি Art gallery খোলাৰ চেষ্টাও তেওঁ কৰি আছে।

# নৃত্য বিশাৰদ খগেন বৰ্মন

অলপতে কলিকতাত আয়োজিত এটি নৃত্যানুষ্ঠানত নৃত্যশিল্পী গুৰু খগেন বৰ্মনৰ ভাৰত নাট্যম নৃত্য প্ৰদৰ্শিত হয়। নিখুঁত, সুন্দৰ আৰু আকৰ্ষণীয় এই নৃত্যই বহুতো গুণীজনৰ প্ৰশংসা আৰু সমাদৰ লাভ কৰে। কলিকতাৰ 'The Statesman' কাকতে এই নৃত্য সম্পৰ্কে মন্তব্য প্ৰকাশ কৰিছে এই বুলি ঃ 'The name of Kalakshetra evokes (খগেন বৰ্মনে মাদ্ৰাজৰ 'কলাক্ষেত্ৰ'ত ভাৰত নাট্যমৰ প্ৰশিক্ষণ লৈছিল) a sense of respect among dance lovers. The institution, over the years produced a generation of young talented exponents. The training there spells discipline, perfection and aesthetics. All this was in abundance in Khagendranath Barman's recital--- there was that professional touch in whatever he dances----

বৰ্মনৰ নৃত্য-কৃতি আৰু প্ৰতিভা সম্পৰ্কে উপৰোক্ত মন্তব্যতে প্ৰকাশ পাইছে। মাদ্ৰাজৰ কলাক্ষেত্ৰৰ স্নাতক বৰ্মনে কলাক্ষেত্ৰৰ দলত ইউৰোপ আৰু বিভিন্ন দেশলৈকো গৈছিল।

এতিয়া তেওঁ কলিকতাৰ ৰবীন্দ্ৰ ভাৰতী বিশ্ববিদ্যালয়ৰ অধ্যাপক। ঘৰ কামৰূপ জিলাত। আমি এই তৰুণ শিল্পীজনৰ পৰা ভালেখিনি আশা কৰিব পাৰোঁ।

# এজন অসমীয়া শব্দযন্ত্ৰীৰ সাফল্য

বাহিৰত গুণী অসমীয়া দেখিলে মনটো ভাল লাগে। বহুতেই নেজানে, দেশভক্ত তৰুণৰাম ফুকনৰ প্ৰিয় আৰু সমসাময়িক বিখ্যাত চিকাৰী আৰু এগৰাকী আছিল নলবাৰীত। তেখেত আছিল সৰবৰহী লোক। নাম স্বৰ্গীয় ভাগ্যমল্ল বুজৰবৰুৱা। তেখেতৰেই কনিষ্ঠ পুত্ৰ মহেশ। মহেশে নলবাৰীত কিছুদিন পঢ়ি পিছত কটন কলেজিয়েট হাইস্কুলৰ পৰা মেট্ৰিক পাছ কৰে। তাৰ পিছত মহেশে বি এছ্ চি পাছ্ কৰে কটন কলেজৰ পৰা।

তাৰ পিছত পুনা ফিল্ম ইন্সটিটিউটৰ পৰা প্ৰথম দলটিত (য'ত আচৰানিও ছাত্ৰ আছিল। মহেশৰ আচৰানি ৰূমমেটেই আছিল)- প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ মহেশ ওলাই আহিল। মহেশৰ বিশেষ পেপাৰ আছিল 'সংগীত গ্ৰহণ'। মহেশে বোম্বেত থিতাপি ল'ব পাৰিলেহেঁতেন। আমি অনুৰোধ কৰাত মহেশ আহিল ১৯৬৮ চনত জ্যোতি চিত্ৰবনৰ শব্দযন্ত্ৰীৰূপে। তাত তেওঁ ১৯৬৮ ৰ পৰা ১৯৭২ চনলৈকে শব্দ যন্ত্ৰ-পাতি ভালকৈ পাতিবলৈ আপ্ৰাণ চেষ্টা কৰিলে। তেওঁৰ সহকাৰী শ্ৰীচৌহানক হাতে-কামে শিকালেও। পিছে তেতিয়াৰ অসম চৰকাৰৰ জ্যোতি চিত্ৰবনৰ প্ৰতি গাফিলতি দেখি গুণী শব্দযন্ত্ৰী মহেশ তাৰ পৰা গুচি

আছিল। গুণীৰ গুণ অথলে নাযায়। জ্যোতি চিত্ৰবন এবাৰ লগে লগেই ভাৰতৰ কিয় বিশ্বৰে সবাতোকৈ ডাঙৰ ৰেকৰ্ডিং কোম্পানীয়ে ইঞ্জিনিয়াৰৰ দায়িত্ব দিলে। এইচ এম ভিৰ ষ্টুডিঅ' যেতিয়া গুৱাহাটীত পতা হ'ল- তেতিয়াৰে পৰা মহেশে সেই ইম্‌প্ৰভাইজদ্ ষ্টুডিঅ'তে দুবাৰো অসমীয়া আৰু অন্যান্য ভাষাত সুখ্যাতিৰে ৰেকৰ্ডিং কৰিছে। মহেশ এতিয়া থাকে এইচ এম ভিৰ হেডকোৱাৰ্টাৰ দমদমত। অসমৰ জ্যোতি চিত্ৰবনৰেই দুৰ্ভাগ্য যে মহেশমল্ল বুজৰবৰুৱাৰ দৰে এজন 'সংগীত ৰেকৰ্ডিং' বিশেষজ্ঞক উপযুক্ত পৰিবেশ দিব নোৱাৰিলে। গুৱাহাটীৰ কুমাৰপাৰাৰ শ্ৰীকবিচন্দ্ৰ ডেকাৰ কন্যা দীপ্তিৰ সৈতে মহেশ বিবাহসূত্ৰত আবদ্ধ হয়। এতিয়া একমাত্ৰ কন্যা প্ৰায় ডেৰবছৰীয়া চুমিক লৈ মহেশৰ পৰিয়াল বৰ সুখী। মাজে মাজে মাথোঁ মহেশে কয়ঃ 'ভূপেন দা, জ্যোতি চিত্ৰবন এটি জাতীয় অনুষ্ঠান বুলিয়েই গঢ়াৰ মনোভাব লৈ গৈছিলোঁ- কিন্তু---'

# হুছেইন ঃ ললিত-কলা ঃ কবিতা

কিছুদিন আগতে কানাডাত মকবুল ফিদা হুছেইনে অঁকা এখন ছবি চাৰি লাখ পাঁচ হেজাৰ টকাত বেচা গৈছে। কেইবছৰমান আগতে হুছেইনৰ ছবি পিকাছোৰ ছবিৰ সৈতে একেলগে প্ৰদৰ্শিত হৈছে দক্ষিণ আমেৰিকাত। সমসাময়িক আৰ্টৰ বজাৰত হুছেইনৰ ছবি কিনিবলৈ সাহস নকৰে। কিয়নো অলপতে হুছেইনে তেওঁৰ ছবি বেচা বন্ধ কৰি দিছে। বৰং আগতে বেচা তেওঁৰ ছবিবোৰ পুনৰ অধিক দামত তেওঁ এতিয়া নিজেই কিনি ল'ব লৈ বিচাৰিছে!

হুছেইন মহাৰাষ্ট্ৰৰ কাপোৰৰ কল এটিৰ দুখীয়া কৰ্মীৰ ল'ৰা। আঠোটা ভায়েক ভনীয়েক। ১৯৩৬ চনৰ পৰা ১৯৪১ চনলৈ বোম্বেত চিনেমাৰ হ'ৰ্ডিংবোৰ আঁকি হুছেইনে পেট প্ৰৰৰ্তাইছিল। ৰং মিলাবৰ বাবে তেওঁ দৰমহা পাইছিল মাহে ১৫ টকা। ফুটপাথত খিচিৰি খাই দিন কটাইছিল যদিও মনত জেদ আছিল ভীষণ। হুছেইন বোম্বেত চিনেমাৰ তাৰকাসকলৰ ছবি অঁকাত দ্বিতীয় হ'ল। প্ৰথমজনৰ নাম আছিল ভিগুে।

-তাৰ পিছত বহু সংগ্ৰাম গৈছে- হুছেইনৰ।

-আজি হুছেইনৰ প্ৰতিটো চিন্তা, প্ৰতিটো ৰেখা, প্ৰতিটো ৰঙৰ দাম লক্ষ

লক্ষ টকা। পৃথিৱীৰ আৰ্টৰ পৃথিৱীত হুছেইন এটি অতি উজ্জ্বল নক্ষত্ৰ। হুছেইনৰ আৰ্ট মডাৰ্ণ হ'লেও ভাৰতীয় মাটিৰ সুগন্ধ আছে- ভাৰতীয় সৌন্দৰ্যবোধৰ পৰশ আছে।

-অলপতে বিখ্যাত ইন্দো এংলিয়ান কবি পৃথ্বীশ নন্দীক হুছেইনে কৈছে ললিতকলা একাডেমীৰ বিষয়ে এইবুলি ঃ

এই একাডেমীয়ে (সাহিত্য একাডেমীৰ দৰেই) একো কৰা নাই। এবছলিউট্‌লি নাথিং। কিয়নো ই একো কৰিব নোৱাৰে। এইটো এটা মৃত প্ৰতিষ্ঠান। ডেড্‌ এণ্ড ষ্টুপিড্‌। ভাৰতীয় চিনেমা নিৰ্মাতা কাক ভাল লাগে বুলি সোধাত হুছেইনে ক'লে- দুজন বা তিনিজনকহে। সত্যজিৎ, মৃণাল, বচ্‌। —সেয়ে মই চাওঁ কুৰ'চাৱা পেচোলিনি, বাৰ্গমানৰ ছবি। মোৰ আটাইতকৈ ভাল লাগে বুনুয়েলক।

পৃথ্বীশৰ প্ৰশ্ন ঃ হুছেইন, আপোনাৰ আৰ্টেৰে আপুনি সদায় কিবা ক'ব খোজে নেকি ?

হুছেইনঃ সদায় কিবা বাৰ্তা দিব নোখোজোঁ। কেতিয়াবা ছবিৰ মাজেৰে সমাজক কিবা ক'বৰ মন যায়। —মানুহৰ অস্তিত্বৰ ৰহস্যৰ মাজত প্ৰৱেশ কৰাৰ দৃষ্টিভংগীৰে মই ছবি আঁকো—

হুছেইনে মাজে মাজে কবিতা লিখেঃ নমুনা-

'নিশাৰ ৰঙৰ বিছনা চাদৰৰ তলত
মোৰ ছাই ৰঙৰ মূৰৰ
হালধীয়া চকুযুৰি
যেতিয়াই মেলিবই নোৱাৰোঁ,
তেতিয়া দিন আহে কিয়- মোৰ পিনে ?
মোৰ আশা—
জন্ম নোলোৱা অনাগত বছৰবোৰ
গিলি থওক
পাঁচ মাহৰ
অসফলতাই—
ইতিহাসবোৰে
কাটি থৈ যাওক—
মই বিহীন মইক—'

হুছেইনৰ বৰ ইচ্ছা আৰ্ট চিনেমা নিৰ্মাণ কৰাৰ। তেওঁ ভাবে চিনেমা সবাতোকৈ কম্‌প্ৰিহেনচিভ্‌ আৰ্ট। 'থ্ৰু' দা আইজ অব্‌ এ পেইণ্টাৰ' নামৰ হুছেইনৰ আৰ্ট

ফিল্ম এখনে চাঞ্চল্য আনিছিল কিছু বছৰৰ আগতে।

হছেইনে আজিকালি জোতা নিপিন্ধে। বোধহয় মাটিৰ পৰশ তেওঁ হেৰুৱাবলৈ নিবিচাৰে।

# নিত্য ভূঞাৰৈ চকুলোৰে লিখা চিঠি

অতি মৰমৰ নিত্য;

মনত আছে নিশ্চয়- ১৯৫৩ চনৰ সেই কথা। আমাৰ ঘৰলৈ আহিছিলা যে।

-নিত্য, কি খবৰ?

-ভূপেন দা, আন্তঃকলেজ সংগীত সন্মিলনী আৰম্ভ কৰিছোঁ যেতিয়া আমি সফল কৰিবই লাগিব।

-ধন-পইছা ক'ত পাবা, ভাবিছা?

-আমি তুলিম। চৰকাৰক ক'ম। আমি কিবা বেয়া · মলৈ পইছা খুজিছোঁ· গোটেই অসমৰ ছাত্র-ছাত্রীয়ে এইটো বিচাৰিছে তিয়া আমি সক· সহযোগিতা পামেই।

-তোমাৰ নিচিনা সংগঠক তোমালোকৰ মাজত · ক কিমান আছে?

-ইঃ বহুতো ভূপেন দা। তদুপৰি নেওগ চাৰ ( মহেশ্বৰ নেওগ) আন আন 'চাৰ'সকলেও আমাক সম্পূৰ্ণ সহায় আৰু ·গনি দিছেই। শিক্ষ· মহোদয়ৰ পৰা আমি ধনৰ আশ্বাসো পাইছোঁ।

-তোমাক মই তেতিয়া মন কৰিছিলোঁ। তুমি ওখ ·াণ আছিলা। পিছে

থকা সৰু উজ্জ্বল চকু দুটাত এটি অদ্ভুত সাহস আৰু প্ৰতিজ্ঞা আছিল তোমাৰ। তোমাৰ কঁকালটো সৰু আছিল। তোমাৰ ট্ৰাউজাৰটো কিঞ্চিত ঢিলা যেন লাগিছিল। পিছে সেই কঁকালত যেতিয়া টঙালি বান্ধি কিবা কামত নামিছিলা তেতিয়া তোমাৰ গালে ক'ৰ পৰা হেজাৰ হাতীৰ শকতি আহিছিল বাৰু? তোমাৰ ব্যক্তিত্বত এটি সদায়ে লগা ভাগৰ আছিল। কিন্তু সেইটো বোধহয় লোকক দেখুৱাবলৈহে। তুমি সপ্তাহৰ পিছত সপ্তাহ নেখাই-নবৈ নিশা উজাগৰে বল তেনেহ'লে পাইছিলা ক'ৰপৰা? তুমি নিজে গীত গোৱা কেতিয়াও শুনা নাছিলোঁ। মই 'চাৰ' বুলিয়েই হয়তো শুনোৱা নাছিলা। লগৰ লগৰীয়াৰ মাজত নিশ্চয় তুমি সকলো অসমীয়া ডেকাৰ দৰে বিহুবলিয়া হৈ চিঞৰি উঠি 'চাৰক' দেখিলে মুৰ খজুৱাই গম্ভীৰ হৈ 'ছিৰিয়াছ' কথা পাতিছিলা। মই কেবাদিনেও কথাটো ধৰিছোঁ। তুমি নাচিছিলা বুলি কোনোৱে মোক কোৱা নাই। বৰ অভিনয় কৰা বুলিও মই ক'ব নোৱাৰোঁ। অথচ তুমি অসমৰ যুৱ-শক্তিৰ সৌন্দৰ্য প্ৰকাশৰ এখনি প্লেটফৰ্ম সৃষ্টি কৰাত তেজক পানী কৰা শ্ৰম কৰিছিলা কেলেই? তুমি 'বলিয়া' হৈ কাম কৰিছিলা। দুই এজন এনে 'বলিয়া' নহ'লে, দেশৰ কোনো মহৎ কাম সাধন নহয় বুলি তুমি হয়তো জানিছিলা। তোমাক ঈশ্বৰে সহায় কৰিছিল। নহ'লে তুমি প্ৰতিষ্ঠাতা-সম্পাদক হৈ আৰম্ভ কৰা আন্তঃকলেজ সংগীত সম্মিলনখনি, তোমাৰ চকুৰ আগতে যোৱা ৯ বছৰত ইমান ডাঙৰ শকত হৈ মূৰ দাঙি উঠেনে? তুমি জানিছিলা ডেকা শকতিৰ সৌন্দৰ্যবোধৰ প্ৰকাশবোৰ নিস্বাৰ্থ, নিৰ্ভীক, refreshing আৰু ধুনীয়া হয়- ক'ৰবাত ভুল থাকিলেও। তুমি জানিছিলা, ১৪ বছৰীয়া স্বৰ্গীয় জ্যোতিপ্ৰসাদে লিখা 'শোণিতকুঁৱৰী গীতিনাট' আজিৰ বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি হয়। তুমি জানিছিলা, এই সন্মিলনীৰ প্ৰতিযোগিতা, প্ৰদৰ্শনীয়ে গোটেই অসমৰ ছাত্ৰ-ছাত্ৰীক একে সূত্ৰতে বান্ধে। তুমি জানিছিলা- সংগীত-নাটক-একাডেমি বা সদৌ অসম সংগীত সন্মিলনীত অসমৰ ডেকা শিল্পীৰ creative artঅৰ শ্ৰদ্ধাপূৰ্ণ আসন নাই। আন্তঃকলেজ প্লেটফৰ্মহে-ডেকাচামৰ নিজস্ব প্লেটফৰ্ম-য'ত ভুলে ভালে পৰীক্ষামূলক গীত-নাট-নৃত্যৰ সৃষ্টি হ'ব- যিবোৰৰ পৰাই হয়তো অসমৰ creative process অত এটি চিৰন্তন গতি থাকিব। তুমি জানিছিলা, এইচাম ডেকা শিল্প স্ৰষ্টাৰ মাজৰ পৰাই ভৱিষ্যতে মহান সাংস্কৃতিক বৰঙণি যোগোৱা লোক ওলাব। তুমি দেখিছিলা প্ৰত্যেক বছৰেই এই সন্মিলনীত কোনে কিমান 'নতুনত্ব' দিয়ে তাৰ ওপৰতহে সকলোৱে বিশেষকৈ চকু দিছিলে।

-যোৱা দুই তিনি বছৰে তোমাক মই খিলঙত লগ পাইছিলোঁ। তুমি কিবা

এটি চাকৰিত সোমাবলগীয়া হৈছিল। তুমি বিদেশত কিবা শিক্ষা লোৱাৰ বাবেও আপ্ৰাণ চেষ্টা কৰি মোৰ ওচৰলৈ বৰ আপোন ভাবেৰে recommendation-অৰ বাবে লিখিছিলা। মই তোমাক বুকুৰ মৰম যাচি যিকণ জানো, পৰামৰ্শ দিছিলোঁ। তোমাৰ শৰীৰটো দুৰ্বল হৈ গৈছিল। প্ৰত্যেক বছৰে আন্তঃকলেজত খাটি খাটিও শ্বিলঙৰ ৰাজহুৱা বিহুত লাগিছিলা। এবাৰ মনত আছে? মোক মাতিছিলা শ্বিলঙলৈ। মটৰ-ষ্টেশুলৈ গাড়ী পঠিওৱা নাছিলা। মোৰ খং উঠিছিল। তুমি মুৰ খজুৱাই পিছত কৈছিলা- "ভূপেন দাৰ আকৌ খং! পাঁচ মিনিটীয়া। তাৰ পিছত আকৌ সেই ভূপেনদাই ৪টা গীত গাবই।" মই হাঁহি দিছিলোঁ-তোমাৰ পিঠিত এটি মৰমৰ ভুকু শোধাই। তোমাৰ আত্মবিশ্বাস আদৰ্শনীয় আছিল।

-তোমাক মই যোৱা দুই তিনি বছৰে চিন্তিত দেখিছিলোঁ। তুমি কৈছিলা 'আন্তঃকলেজ'খন জানো কেনেকৈ দিনে দিনে 'কিবা' হৈ পৰিছে। তুমি বোধকৰোঁ অসমৰ ছাত্ৰসমাজক বাট দেখুৱাওঁতা অধ্যাপকসকলৰ সংখ্যা কমি অহা দেখিছিলা, প্ৰতিযোগিতাত যোগ দিয়া কলেজৰ সংখ্যা কমি অহা দেখিছিলা, চৰকাৰৰ শিক্ষা বিভাগে সময়ৰ মূৰত দহবাৰ শ্বিলঙলৈ উঠা-নমা কৰাই দহ হেজাৰ দিম বুলি ৬ হেজাৰ টকা দি সংগঠকসকলক শাৰীৰিক আৰু মানসিক ভাগৰত জুকলা কৰি অসহায় কৰি তোলা দেখিছিলা, শ্বিলঙত থাকি! শিক্ষা বিভাগৰ মন্ত্ৰী মহোদয় আৰু বৰমূৰীয়াসকলে যেতিয়া 'অসমৰ ডেকাচাম উচ্ছৃংখল- ইহঁতক শিক্ষামূলক মনস্তত্বৰ তথ্য মতে creative energy release কৰাৰ সুবিধা দিব লাগে; শিক্ষাবিদ John Deweyএ এই বুলি কৈছে, শিক্ষাবিদ Kilpatrick এ সেইবুলি কৈছে, শান্তিনিকেতনৰ কবি Tagoreএ এই বুলি কৈছে' -আদি এফালে বক্তৃতা দি আনফালে আন্তঃকলেজৰ সংগীত সম্মিলনীক লোকক দেখুওৱা মাহী আইৰ মৰম যাচি গুচি যায়, তেতিয়া তুমি নিশ্চয় আন হেজাৰজনৰ দৰে দুখ পাইছিলা। সেয়েহে বোধকৰোঁ মাথোঁ ২৯ বছৰ বয়সত অভিমান কৰি ক'ৰবালৈ গুচি গ'লাগৈ। এইবাৰ গুৱাহাটীত পতা এই সম্মিলনীলৈ গৈ দেখিলোঁ মৰমৰ (শ্ৰীমানসকল) উখেশ্বৰ কটকী, জগদীশ শৰ্মা, সুৰেন দত্ত, তৰুণ শইকীয়া, অচ্যুৎ ঠাকুৰীয়া, শ্যামাপ্ৰসাদ শৰ্মা আৰু বহুতো ডেকা কৰ্মীয়ে নিস্বাৰ্থভাৱে দিনে-নিশাই কাম কৰিছে। ব্যৱসায়ী ব্যক্তি কেইজনমানেও- যেনে শ্ৰীমহাদেৱ খাখেলিয়া, শ্ৰীমুকুল ভূঞা আদিয়েও উদাৰভাৱে সহায় কৰি দিছে। চৰকাৰেও কিছু সহায় কৰিবলৈ বাধ্য হৈছেগৈ। পিছে এনে ভাল Patron দুই এজনৰ প্ৰতি শ্ৰদ্ধা ৰাখিয়েই কওঁ- Patronage systemটোৰ এফালে যেনেকৈ গুণ

আছে ভাল Patronঅৰ পৰা, তেনেকৈ এনে সম্মিলনৰ শিক্ষামূলক মাহাত্ম্য নুবুজা Patronঅৰ নেদেখা লেকামো আছে। মই এইবাৰ এনে এজন অনা-অসমীয়া Patronঅৰ (তেওঁ হেনো মাথোঁ টকা এশহে দিছে) মুখত বৰষুণৰ বাবে এদিন সংগীত প্ৰদৰ্শনী স্থগিত হোৱাত (এপ্ৰিলত পাতিলে বৰষুণ হ'বই) শুনিছোঁ- "ক্যা য়াৰ, এইচেই তো খালি অচমীয়া বাঙ্গালা গানা হোতা হ্যায়, কোই মজেদাৰ হিন্দী নাচ গানা তো হোনা চাহিয়ে! হামলোক Patron মে একশো ৰূপিয়া ঝুটমুট লগায়া!" কথাটো মন কৰিছাঁনে? 'লগায়া'। মোৰ তেতিয়া খংবোৰ চকুপানীত পৰিণত হৈছিল। কাৰণ **অসমৰ আৰ্টতো মৰাপাট নহয়** !! নিত্য, এইবাৰ তুমি নাহিলাঁ ভাল কৰিলাঁ। তোমাক সম্মান জনাই অসমৰ ডেকাচামে তোমাৰ নামত এটি ট্ৰফি দিছে। যদিও সেইটো ডাঙৰ কথা নহয়। মই তোমাক জানিছিলোঁ। তুমি কোন সৰগ শুৱনিকৈ আছাঁ নেজানো। মোৰ চিঠিখন তুলি পঢ়িবানে নপঢ়াঁ নেজানো। পিছে এটা কথা জানো যে তোমাক আমি সিদিনাহে মাতিম যিদিনা এই আন্তঃকলেজ সম্মিলনীখনলৈ অধ্যাপকসকলৰ active democratic guidance, চৰকাৰৰ পূৰ্ণ সহযোগিতা আৰু ছাত্ৰ-ছাত্ৰীসকলৰ একাগ্ৰতাত পুনৰ আগৰ শকতি উভতি আহিব, য'ত অসমৰ সকলো ঠাইৰ কলেজেই ইয়াক অসমৰ একমাত্ৰ creative platform বুলি ইয়াৰ উন্নতিৰ বাবে হাতে কলমে লাগি যাব। যিদিনা দূৰৰপৰা- 'কি হয় চাওঁচোন এইখন' বুলি হাত সাবটি বহি থকা লোকৰ সংখ্যা কমি নোহোৱা হৈ যাব- সেইদিনা তোমাক মাতিম। তুমি আহি শান্তি পাবা। তুমি প্ৰত্যেকজন ডেকাকৰ্মীৰ কলিজাত সোমাই প্ৰত্যেককে একোজন নিত্য ভূঞাত পৰিণত কৰিবা,- এই সম্মিলনীক ছাত্ৰসকলৰ নিজস্ব সম্পত্তি কৰি তুলিবা,- সকলোকে এনে সৌন্দৰ্যবোধ প্ৰকাশৰ বাবে বুকুৰ শোণিত দিবলৈ সাজু কৰাবা। তোমাক এইবাৰ সোঁশৰীৰে নেদেখিলেও মনেৰে সকলো সময়তে দেখিছোঁ; কিন্তু মোৰ কি আছে কি দিম! চকুৰ পানীৰে লিখা এই চিঠিখন আশা কৰোঁ এবাৰ পঢ়িবা।

তুমি একুৰা জুই আছিলাঁ আন্তৰিকতাৰ। সেয়েহে উচ্ছ্বাসতে মই তোমাতকৈ বয়সত ডাঙৰ হ'লেও কেঁচুৱাৰ দৰে গোচৰ দিছোঁ। কিয় জানা? তুমি অসম চৰকাৰ, শিক্ষাবিদ, অধ্যাপক আৰু ছাত্ৰ সমাজক কিবা সৰগৰ মন্ত্ৰেৰে অলপ এই বিষয়ে ভবাই তোলাঁচোন। আন্তঃকলেজ সংগীত সম্মিলনী মৰিব নোৱাৰে। হত্যাকাৰীসকলক ভবাই তোলাঁচোন। তোমাক আমি বৰ আপোনভাৱে মনত ৰাখিছোঁ- নিত্য, তোমাৰ দৰে নিত্য, প্ৰতি-প্ৰভাতে অসমত জনমক। মই জানো,

তোমাৰ নামত এটি ট্ৰফী দিলেই তুমি শান্তি নোপোৱাঁ; তুমি শান্তি পাবা আন্তঃকলেজ সংগীত সন্মিলনীৰ সজীৱতাতহে।

তোমাৰ মৰমৰ

'ভূপেন দা'

# বলীনদা-ফণী শৰ্মা

তেজপুৰ। ১৯৩৬ চনৰ কোনোবা এটা দিনত, আমাৰ শৈশৱত বলীনদাক আমাৰ ঘৰত লগ পাইছিলোঁ। জ্যোতিপ্ৰসাদ, বিষ্ণুপ্ৰসাদৰ সৈতে বলীনদাও আহিছিল মোক কলিকতালৈ লৈ যাবলৈ। উদ্দেশ্য আছিল, মোক 'জয়মতী' আৰু 'শোণিতকুঁৱৰী' নাটকৰ গ্ৰামোফ'ন ৰেকৰ্ডত গীত গোৱাব।

সেই তাহানিৰ পৰাই, সেই ওখ-পাখ, জোঙা বৈ পৰা নাকৰ, উদাত্ত কণ্ঠৰ আৰু মঞ্চ শুৱাই পৰা সুব্যক্তিত্বৰ অধিকাৰী বলীনদাৰ সান্নিধ্য পাইছিলোঁ তেখেতৰ মৃত্যুৰ মুহূৰ্তলৈকে। মৰাভৰলীৰ পাৰত দেহটো অগনিয়ে চিৰদিনলৈ গ্ৰাস কৰি পেলোৱালৈকে।

বাণষ্টেজৰ বলীনদা, অসমৰ বিভিন্ন মঞ্চৰ বলীনদা, বোলছবিৰ পৰিচালক বলীনদা, নাট্যকাৰ বলীনদা, সমাজ-সচেতন বক্তা বলীনদা এই বহুমুখী প্ৰতিভাৰ বলীনদাৰ কথা, তেখেতৰ জীৱন-বিশ্লেষণ, এই ক্ষুদ্ৰ প্ৰবন্ধত লিখিব নোৱাৰি। তেখেতে জীৱনত যিকেইখন বোলছবি পৰিচালনা কৰিছিল সকলোকেইখনতে মোক সংগীত পৰিচালনাৰ দায়িত্ব দিয়াত উপলব্ধি কৰিছিলোঁ, তেখেতৰ, সংগীতক ভাৰতীয় নাটকত, ব্যৱহাৰৰ সূক্ষ্ম জ্ঞান দেখি। প্ৰতিটো ছিকুৱেঞ্চ প্ৰতিটো শ্বটৰ

আৰুহ সংগীতৰ পৰিকল্পনা, মোৰ সমুখত আকাৰে ইংগিতে প্ৰকাশ কৰি, মোক সংগীত, কণ্ঠেৰে বা যন্ত্ৰ সংগীতেৰে সৃষ্টি কৰিবলৈ অনুপ্ৰেৰণা দিছিল।

মই নিজে যিকেইখন ছবি প্ৰযোজনা আৰু পৰিচালনা কৰিছোঁ তাৰ তিনিখন ছবিত (মোৰ আটাইতকৈ প্ৰিয়) 'এৰাবাটৰ সুৰ', 'শকুন্তলা' আৰু 'প্ৰতিধ্বনি'ত যেতিয়া তেখেতক অভিনয়ৰ দায়িত্ব দিওঁ- তেতিয়া দেখিছিলোঁ (মই যদিও বয়সত বহুত সৰু) পৰিচালকৰ প্ৰতিটো পৰিকল্পনাক কেনেকৈ ডিচিপ্লিনড্ সৈন্যৰ দৰে তেখেতে পালন কৰিছিল। মানিছিল। প্ৰতিটো 'শ্বট'ৰ পিছতে সুধিছিল, 'ভূপেন, তুমি সুখীতো? তুমি বিচৰামতে হৈছেতো?'

বলীনদাই যিকেইখন নাটক লিখি থৈ গৈছে আৰু যিকেইখন চিত্ৰনাট্য (বিভিন্ন বোলছবিৰ বাবে) ৰচি থৈ গৈছে সেই কেইখনেই প্ৰমাণ কৰে তেখেতে সমসাময়িক সামাজিক সচেতনতাৰ সৈতে ক্ৰমান্বয়ে আগবঢ়াৰ কথা। ই এক বৰ মহৎ গুণ-যিকোনো কলা স্ৰষ্টাৰ বাবে।

বলীনদা মানুহজন আছিল মনে মনে বিদ্ৰোহী। এই কথাৰ প্ৰমাণ দিছিলে তেখেতে ৰচনা কৰা সকলো নাটকীয় সৃষ্টিতে। কনটেণ্টৰ ক্ষেত্ৰৰ উপৰিও ফৰ্মৰ ক্ষেত্ৰতো পৰীক্ষামূলক কাম কৰাৰ পক্ষপাতী আছিল।

আনন্দিত হৈছোঁ যে বলীনদাৰ মৃত্যু তিথি পালিত হ'ব- ডাঙৰকৈ। বিংশ শতিকাত, অসমত, বলীনদাতকৈ অধিক অৱদান দিয়া (নাটকৰ ক্ষেত্ৰত) আন এজন ওলোৱা নাই। তেখেতৰ সৃষ্টিসমূহক জীয়াই ৰাখিব লাগিব অসমৰ ৰজা প্ৰজা মিলি। তেখেতক অৱজ্ঞা কৰাটো সমগ্ৰ জাতিৰ বাবেই দুৰ্ভাগ্যৰ কথা হ'ব।

# সত্যজিৎ ৰায়

দুই ছেপ্টেম্বৰ ৯০। কলিকতা।। ৰাতিপুৱাৰ পৰা ধাৰাসাৰ বৰষুণ। মোৰ কলিকতাৰ বাসস্থানৰ পৰা খিৰিকীখন খুলি চাই ভাবিলোঁ চহৰখন চাগে পানীৰে ভৰি গৈছে। ইফালে কালি নিশা মোক ভাৰত চৰকাৰে জনাইছে যে আজি দুপৰীয়া ১২ বজাত বিশ্ববিখ্যাত চিত্ৰ-পৰিচালক সত্যজিৎ ৰায়ৰ সৈতে আমাৰ এটি এপয়ণ্টমেণ্ট লৈ থৈছে। আমাৰ মানে বিখ্যাত ডেকা পৰিচালক গৌতম ঘোষ আৰু নেশ্বনেল ফিল্ম ডেভেলপমেণ্ট কৰ্পৰেশ্বনৰ নতুন মেনেজিং ডিৰেক্টৰ ৰবি গুপ্ত, আই পি এছ্ এম বি এ আৰু মোৰ। মই আৰু গৌতমে এন এফ ডি চিৰ ব'ৰ্ড অব্ ডাইৰেক্টৰ্ছৰ সদস্য হিচাপে সত্যজিৎ বাবুৰ সৈতে কিছু কথা পাতিমগৈ।

গাড়ীখন লৈ বৰষুণৰ মাজেৰেই হোটেল হিন্দুস্তান ইণ্টাৰনেশ্বনেলত থকা ৰবিক (গুপ্ত) লৈ (গৌতমে দুখেৰে ফোনত খবৰ পঠাইছে গৌতমৰ ঘৰৰ আগত 'বানপানী' হৈছে কাৰণে তেওঁ ওলাবই নোৱাৰিব।) ৰবি, মই আৰু এন এফ ডি চি কলিকতাৰ ডেপুটি জেনেৰেল মেনেজাৰ ডি মজুমদাৰ ওলালোঁগৈ লেক্ৰয় ৰোডত থকা সত্যজিৎ বাবুৰ ফ্লেটটোৰ সমুখৰ চোতাল। পানীৰে ভৰি

গৈছে। দাৰোৱানজনে এটি ছাতিৰে আমাক গাড়ীৰ পৰা আগুৱাই নিলে। মই যোৱা তিনিটা দশকত কেবাবাৰো সত্যজিৎ বাবুক এইটো ঘৰতে লগ পাইছিলোঁ। — আৰু লগ পাইছিলোঁ ১৯৫৬ চনত লাইট হাউছ চিনেমাৰ ঠিক বিপৰীতে থকা এখন সৰু ফটোগ্ৰাফীৰ দোকানত য'ত বিখ্যাত পৰিচালক অসিত সেনে স্থিৰ চিত্ৰ লৈছিল। নামটো আছিল এভাৰেষ্ট ষ্টুডিঅ'। সত্যজিৎ বাবুৱে তেতিয়া তেওঁৰ 'অপৰাজিত' ছবিখন নিৰ্মাণ কৰি শেষ কৰিছে। অসিত সেনে 'চলাচল' শেষ কৰিছে। আৰু মই মোৰ প্ৰথম ছবি 'এৰা বাটৰ সুৰ' শেষ কৰিছোঁ মাত্ৰ। মোৰ মনত আছে ফুটপাথৰ ওপৰতে পতা মেগাজিনৰ দোকানখনত থকা কিবা এখন বিলাতী মেগাজিনৰ বেটুপাত এটাৰ সৌন্দৰ্যৰ কথা তেওঁ আমাক কৈছে। কমাৰ্চিয়েল আৰ্টিষ্ট হিচাপে বিশেষকৈ নেহৰুৰ 'ডিছকভাৰি অব্ ইণ্ডিয়া'ৰ বেটুপাত আঁকি তেওঁ ইতিমধ্যে পৃথিৱী-বিখ্যাত হৈছে। 'পথেৰ পাঁচালী'ৰ খ্যাতিতো আছেই। সত্যজিৎ বাবুৰ ঘৰত মতা নাম 'মাণিক'। আমাৰ নগাঁৱৰ অসিত সেনৰ ঘৰত মতা নামও 'মাণিক'। দুই মাণিক আৰু অসমৰ মাটিৰ চপৰা এই নিঃকিন লেখকে- অৰ্থাৎ তিনিও তিনিকে আমাৰ তিনিওৰে ওপৰত উল্লেখ কৰা তিনিওখন ছবিৰ বাবে অভিনন্দন দি দুখ কৰাৰ কথাও মনত আছে। কথাটো হ'ল ঃ আমি তিনিও ভাৰতৰ ৰাষ্ট্ৰীয় বোলছবি প্ৰতিযোগিতালৈ এই আমাৰ তিনিখন ছবিও পঠাইছিলোঁ। ইতিমধ্যে ভাৰতীয় প্ৰেছে এই তিনিওখন ছবিক বৰ প্ৰশংসা কৰি থৈছিল। তিনিওখন সৰ্বভাৰতীয় পৰ্যায়ত অতি 'উচ্চমান'ৰ ছবি বুলি। দিল্লীয়ে আমাক তিনিওক - অৰ্থাৎ 'অপৰাজিত', 'চলাচল' আৰু 'এৰা বাটৰ সুৰ'ক মহা শূন্য তিনিটা দিলে অৰ্থাৎ কোনো এৱাৰ্ড নিদিলে। তাকে দেখি 'দেশ' পত্ৰিকাৰ বিখ্যাত সমালোচক পঙ্কজ দত্তই লিখিছিল- এই তিনিওখন ছবিক ভাৰত চৰকাৰে একো পুৰস্কাৰ নিদি প্ৰমাণ কৰিলে যে ভাৰতৰ সেই বোলছবি বিচাৰকসকলৰ নিশ্চয় 'মস্তিষ্ক বিকাৰ' হৈছে। মোৰ মনত আছে আমি তিনিও এই কথাবোৰ লৈ হঁহা-হঁহি কৰিছিলোঁ। অসিতে কৈছিল- 'ভূপেন ভাৰতৰ কোনো প্ৰতিযোগিতালৈ আমাৰ ছবি নপঠাওঁ।' সত্যজিৎ বাবু আৰু মই হাঁহিছিলোঁ।

— আৰু মনত পৰে বহু কথা। অক্সফোৰ্ড ইউনিভাৰছিটিত তেওঁক অনাৰেৰি ডক্টৰেট উপাধি দিছে। মই বোম্বেৰ পৰা উৰি অহা সময়ত ওপৰতে পৰিচাৰিকাই 'টাইমছ অব্ ইণ্ডিয়া'খন হাতত দিছে। হেডলাইন- সত্যজিৎ বাবুৱে ডক্টৰেট পাইছে অক্সফোৰ্ডত। আগতে এই সন্মান চাৰ্লি চেপলিনে পাইছিল ইত্যাদি। কলিকতা আৰু কলিকতাৰ সেইদিনাৰ বাতৰি কাকত মেলি চালোঁ- তাত সত্যজিৎ ৰায়ৰ এই খবৰটোৰ নামগোন্ধেই নাই। মই সেই সন্ধিয়া বিখ্যাত কমাৰ্চিয়েল

আৰ্টিষ্ট ও চি গাঙ্গুলীৰ ষ্টুডিঅ'ৰ পৰা (ও চি আমাৰ উভয়ৰে ভাল বন্ধু) সত্যজিৎ বাবুলৈ ফোন কৰিলোঁ।

ভূঃ হেল্লো ডক্টৰ ৰায়। অভিনন্দন।

সঃ আৰে ভূপেন বাবু, আপুনি এই খবৰটো ক'ত পালে?

ভূঃ মই আচৰিত হৈছোঁ কলিকতীয়া কাগজবোৰত ইমান ডাঙৰ খবৰটো নাই।

সঃ ভূপেন বাবু। কলিকতীয়া কাগজবোৰৰ বাবে এইটোনো খবৰনে। তদুপৰি (অভিমানৰ সুৰত) কলিকতাৰ কাগজবোৰত হেনো নিউজপ্রিণ্টৰ বৰ অভাৱ হৈছে।

আৰু এবাৰৰ কথা। 'চাৰুলতা'খন ওলাইছে। ৰাইজে খুব চাইছে। কিন্তু কেইজনমানে, 'সত্যজিতে ৰবি ঠাকুৰৰ কাহিনীটো নষ্ট কৰিলে' 'সত্যজিতে বঙালী সাহিত্যৰ বাৰটা বজালে' 'সত্যজিতে ৰবি ঠাকুৰৰ কাহিনী সলালে' ইত্যাদিকৈ কাউৰীৰ দৰে চিঞৰিবলৈ ধৰিলে। আনহাতে চাৰুলতাই কেইবাটাও বিশ্ববিখ্যাত এৱাৰ্ড পালে ভাৰতৰ বাহিৰত। ইফালে আকৌ কোনোবা এখন ডাঙৰ ভাৰতীয়, ইংৰাজী দৈনিকত ২৯খনমান চিঠি (সম্পাদকলৈ) ওলাল সত্যজিতক অসভ্য বুলি গালি পাৰি। এইবোৰ চলি থাকোঁতেই কোনোবা এটা ফিল্ম ছচাইটিৰ সন্দৰ্ভত মই তেওঁক লগ পাই সুধিলোঁ: 'এই অসভ্য সমালোচনাবোৰৰ এটা এটা উত্তৰ নিদিয়ে কিয়? কিবা এটা উত্তৰ দিয়ক। তেওঁ হাঁহি মাৰি ক'লে- 'সম্পাদকজনেও মোক কৈছে- এলাইনৰ কিবা এটা উত্তৰ দিয়ক বুলি। চাওঁ ৰ'ব। মই ব্যস্ত আছোঁ মোৰ এতিয়াৰ ছবিখন লৈ।' — কেইদিনমান পিছত দেখিলোঁ তেওঁ উত্তৰ দিছে এক লাইনত এই ভাবেঃ শ্রদ্ধেয় সম্পাদক, মোৰ বিষয়ে ওলোৱা চিঠিসমূহৰ উত্তৰ A crow is a crow is a crow-- এজনী কাউৰী এজনী কাউৰী এজনী কাউৰী। ইতি সঃ ৰায়। সত্যজিতৰ খং উঠিছিল এই বাবেই যে সমালোচনাবোৰ ঈৰ্ষামূলক আৰু ব্যক্তিগত আক্ৰমণ আছিল। তেওঁ ক'ববাত এবাৰ কোৱা মোৰ মনত আছে এজন শিল্পীয়ে সকলো সৃষ্টিতে সমানে সফলতা নেপাবও পাৰে সেই বুলি ব্যক্তিগত আক্ৰমণ সহ্য কৰিব পাৰিনে? ৰবি ঠাকুৰে কলমেৰে উপন্যাস লিখিছে। মই তাকে'এডাপ্ট' কৰি ল'বই লাগিব। কাৰণ মই সেই উপন্যাস লিখিম কেমেৰাৰে। ফিল্মৰ নিজস্ব ভাষা আছে, যিটো লিখিত ভাষাৰ দৰে নহয়।

— ১৯৮৫ চন। ৰাষ্ট্ৰপতিৰ ফিল্ম এৱাৰ্ড কমিটীৰ জুৰিৰ সভাপতি এই চ'ৰাৰ লিখক। 'ঘৰে বাইৰে' তেওঁৰ ছবিখনক ভাৰতৰ শ্ৰেষ্ঠ ছবিৰ পুৰস্কাৰ আমি দিব নোৱাৰিলোঁ। শ্ৰেষ্ঠ আঞ্চলিক ছবি (বঙালীত)ৰ পুৰস্কাৰহে আমি দিব পাৰিলোঁ।

সেইবাৰৰ সৰ্বশ্ৰেষ্ঠ পৰিচালক পুৰস্কাৰ দিলোঁ কেৰালাৰ ছবি 'মুখামুখ্যম'-অৰ পৰিচালক অদূৰ গোপালকৃষ্ণনক। কিন্তু সেই বছৰত তেওঁৰ আজীৱন ফিল্ম সাধনাৰ বাবে দেশৰ সৰ্বশ্ৰেষ্ঠ দাদা চাহেব ফালকে পুৰস্কাৰ আৰু একলাখ টকা দি আমি ধন্য মানিলোঁ। মৃণাল সেনে কলিকতাত মোক ফোন কৰি এই সিদ্ধান্তৰ বাবে অভিনন্দন জনালে।

আৰু এদিনৰ কথা কওঁ। তেওঁৰ এখন ছবি 'সোণাৰ পৰশ'-এ মুক্তি লাভ কৰিব। প্ৰথম শ্ব'ত আমাক নিমন্ত্ৰণ কৰিছে। মই ছবিঘৰলৈ গৈ মোৰ আসনত বহিছোঁ। আমাৰ ওচৰতে বহিব সত্যজিৎ বাবু। কিন্তু তেওঁ আৰম্ভ হোৱাৰ আগতে মোক কাণে কাণে ক'লে- ৰ'ব, মই অপাৰেটজনৰ ওচৰত থাকোঁগৈ। তেওঁ ছবিখন চলাওঁতে শব্দ নিয়ন্ত্ৰণ কেনেকৈ বা কৰে! প্ৰজেকশ্যন বা কেনেকৈ কৰে। তেওঁ বেয়াকৈ চলালে সৰ্বনাশ হ'ব। সত্যজিত বাবুক সেই মুহূৰ্তত মই সক ল'ৰাৰ দৰে ভয় কৰা দেখিছোঁ। ছবিখন শেষ হোৱাত চিৰিত থিয় হৈ আমি দুয়ো কথা পাতিছোঁ। মই অভিনন্দন দিছোঁ। কিছু ডেকা ল'ৰাই ছবিখন চাই আমাৰ ওচৰেদি নামি গৈছে। অলপ দূৰ গৈ এজন উতনুৱা ডেকাই কৈছে, 'যাওক, যাওক। পৰিচয়ৰ বাবে ছবি বনাওক।' মই শুনি আচৰিত হৈ তেওঁৰ মুখলৈ চালোঁ। সেই উতনুৱা অভিমতটো নুশুনা ভাও ধৰি মোক ক'লেঃ 'ভূপেন বাবু, মই ছবিখন যিমান ভাল কৰিম বুলি ভাবিছিলোঁ, সিমান ভাল কৰিব বোধহয় নোৱাৰিলোঁ।' সেইদিনা মই সত্যজিতৰ নম্ৰতা দেখিছোঁ।—

আজি ২-৯-৯০। আমি তিনিও সেই বাসস্থানত আহি চিৰিলৈ আহিছোঁ। দেখিছোঁ তাতএখন লিফ্‌ট আছে। তৎক্ষণাৎ মনত পৰিল, সত্যজিৎ বাবুৰ হাৰ্ট এটেক হোৱাৰ পিছত তেওঁৰ ওপৰমহলালৈ চিৰিৰে যাব নোৱাৰিব বাবে বামফ্ৰণ্টৰ জ্যোতি বসুৰ চৰকাৰে এটি লিফ্‌ট দি তেওঁক সন্মান জনাইছে। কাৰণ, বঙালী জাতিটোৱে তেওঁক লৈ বৰ গৌৰৱ কৰে যেনেকৈ এদিন ৰবি ঠাকুৰক লৈ কৰিছিল বা কৰি আছে। পৃথিৱীৰ এই শতাব্দীৰ কেইজনমানৰ এজন চিন্তাবিদ বুলি- সিদিনা মাথোঁ ফ্ৰান্সৰ ৰাষ্ট্ৰপতি স্বয়ং মিতেৰাঁ পেৰিচৰ পৰা উৰি আহি এই পুৰণি ভাড়া ঘৰটোলৈ উঠি আহি ফ্ৰান্সৰ শ্ৰেষ্ঠ সন্মান 'লিজন অব্ অনাৰ' পুৰস্কাৰ প্ৰদান কৰিছিলহি। সত্যজিৎ বাবুৰ অসুস্থতাৰ বাবে তেওঁ পেৰিচলৈ যাব নোৱাৰিব বুলি কোৱাত ফ্ৰান্সৰ মিঃ মিতেৰাঁ তেওঁৰ বাসস্থানলৈ আহিছিল নিজেই।

কিছু মাহ আগতে আমাৰ অসমৰ মুখ্যমন্ত্ৰীও আহি শংকৰদেৱ পুৰস্কাৰ আৰু একলাখ টকা প্ৰদান কৰি গৈছে তেওঁক। তেতিয়াই ক'ৰবাত শুনিছিলোঁ তেওঁ

বোলে আমাৰ প্ৰফুল্ল মহন্তক কৈছিল 'শংকৰদেৱ কোন আছিল?' তেওঁ হেনো কৈছিল, মই কালি পঠাইছিলোঁ শংকৰদেৱৰ জীৱনী। সত্যজিৎ বাবুৱে হেনো ক'লে, মই আজিওপোৱা নাই! এই কথাষাৰ মনত পৰাত মই ভাবিলোঁ, আজিয়েই সেই কথাষাৰ সঁচা নে মিছা সুধিম। এনেকৈ চিন্তা কৰি কৰিয়ে লিফটেৰে গৈ যেতিয়া তেওঁৰ ফ্লেটৰ দুৱাৰ মুখ পালোঁ, দেখিলোঁ দুৱাৰখন খোলা আছিল। এজন কাম কৰা মানুহে আথে-বেথে আমাক ভিতৰলৈ লৈ গ'ল। অলপ পিছতে বহু ক্লাছিক কিতাপেৰে ঠাহ খাই থকা ছবি অঁকা সৰঞ্জাম থকা আৰু এটা পিয়ানো থকা ঘৰটিলৈ আমাক লৈ গ'লহি সত্যজিৎ বাবুৱে নিজে।

সত্যজিৎ বাবুৰ দেহাটোত বাৰ্ধক্যৰ ছাঁ পৰিছে যদিও মনটো তজবজীয়া হৈ আছে। হাঁহিটো হলহলীয়া হৈ আছে।

আমাক বহিবলৈ দি ক'লে, ইমান বৰষুণ। কেনেকৈ আহিলে? চাহ খাওক। এনেতে আমাক নমস্কাৰ জনাই সত্যজিৎ বাবুৰ একমাত্ৰ পুত্ৰ সন্দীপ ৰায় আমাৰ ওচৰতে থিয় হ'লহি।

আমাৰ কথা-বতৰা আৰম্ভ হ'ল। সুধিলোঁ আপোনাৰ শেহতীয়া ছবি 'শাখা-প্ৰশাখা' শেষ কৰিলে? 'আপোনাৰ নিজৰ কেনে লাগিছে?' অতি আত্মবিশ্বাসেৰে ক'লে, 'ডেটছ মাই বেষ্ট।' মোৰ জীৱনৰ সৰ্বশ্ৰেষ্ঠ ছবি। ফৰাচী প্ৰযোজক বিখ্যাত অভিনেতা ডেপাৰ্ডুয়ে আমাৰ ইউনিটটোক টকা-পইছা সৰঞ্জাম আদি দি মৰমৰ অত্যাচাৰ কৰি গ'ল।

সা-সৰঞ্জামও লৈ আহিছিল? মই সুধিলোঁ।

উত্তৰত ক'লেঃ তেওঁলোকৰ ছাউণ্ড ইকুইপমেণ্টৰ তুলনা নাই। জানেই আপোনালোকৰ টালিগঞ্জৰ পুৰণি ইন্দ্ৰপুৰী ষ্টুডিঅ'ত ছবিখন কৰিছোঁ। এতিয়া ট্ৰাম কোম্পানী, পাতাল ৰেল নতুন ষ্টেশ্যনৰ চিঞৰ-বাখৰ, অমুক নং ট্ৰাম এতিয়াই এৰিব- ইত্যাদি ঘোষণাৰ ধ্বনি মোৰ ষ্টুডিঅ' ভেদ কৰি সোমাই আমনি কৰে। আচৰিত কথা। ফ্ৰান্সৰ পৰা অনা শব্দযন্ত্ৰীজনে প্ৰায় ৫০ ধৰণৰ মাইক্ৰোফোন আনিছে। প্ৰত্যেক চৰিত্ৰৰ শৰীৰৰ বিভিন্ন ঠাইত সৰু সৰু তাঁৰহীন মাইক্ৰোফোন লুকুৱাই পিন মাৰি দিয়ে। শ্বটটো যদি এনে হয় য'ত এজন চৰিত্ৰ সমুখত অৰ্থাৎ ওচৰতে এজন খোজকাঢ়ি আছে- অলপ দূৰত- আৰু তৃতীয় চৰিত্ৰই দূৰেৰে (অৰ্থাৎ লং শ্বটত) বচন মাতে আৰু ইপিনে মোৰ কেমেৰাও চলন্ত অৱস্থাত থাকে অৰ্থাৎ ট্ৰলিত থাকে তথাপি একেটা টেকতে সুন্দৰভাৱে শব্দ গ্ৰহণৰ কাম শেষ হৈ যায়। পিছে ভয়ে ভয়ে বজাই শুনো যে সকলো চৰিত্ৰৰ বচন বিভিন্ন দূৰত্বত (পাৰ্চপেকটিভত) ঠিক যেনেকৈ বিচাৰিছিলোঁ

তেনেকৈ পাইছোঁ। সকলোতকৈ আচৰিত কথা ষ্টুডিঅ'ৰ ছিদ্ৰ ভেদ কৰি অহা ওচৰৰ ট্ৰাম ডিপোৰ কোলাহল আমি কাণেৰে শুনিছিলোঁ যদিও এই ডেকা শব্দযন্ত্ৰীজনে মাইক্ৰোফোনত ফিল্টাৰ কৰি সোমাবলৈ দিয়া নাছিল। এই যান্ত্ৰিক দিশৰ বিপ্লৱৰ কথা কৈ আৰ্টৰ পিছত থকা বিজ্ঞানৰ অৱদানক সত্যজিৎ বাবুৱে সন্মান জনাইছে। এইখিনি কথা কৈ শেষ কৰিছেঃ যন্ত্ৰটোৰ উন্নতি বৰ ডাঙৰ কথা নহয়, কোনে সেই যন্ত্ৰটো চলায় তেওঁৰ সৌন্দৰ্যবোধহে ডাঙৰ কথা। তেতিয়া মোৰ মনত পৰিছে প্ৰায় চাৰি দশক অতীতৰ 'প্ৰিমিটিভ' টালিগঞ্জৰ যন্ত্ৰ-পাতিলৈ, এমেচাৰ সত্যজিতে 'পথেৰ পাঁচালী' নিৰ্মাণ কৰাৰ কথা। তাত প্ৰত্যেকটো বচন পুনৰ 'ডাব' (পুনৰ শব্দ সংযোজন) কৰিবলগীয়া হৈছিল। অথচ সেই ছবি পৃথিৱীত এই শতাব্দীৰ শ্ৰেষ্ঠ দহখন মননশীল আৰ্ট ফিল্মৰ অন্যতম বুলি পৰিগণিত হ'ল।

সঁচা কথা সত্যজিৎ বাবুৱে সদায় আৰ্টৰ পিছত থকা বৈজ্ঞানিক বিপ্লৱসমূহকো অধ্যয়ন কৰে। আজিকালিৰ কিছু নতুন পৰিচালকে ছাইলেণ্ট শ্বটতো ক্লেপষ্টিক দিয়া দেখা যায়। ইমালচন চিনি নেপায়, অথচ নিজেই এডিট্ কৰিবলৈ বহে! বিভিন্ন লেন্স চিনি নেপায় অথচ ফেলিনি, সত্যজিতৰ ফ্ৰেমিং সমালোচনা কৰে। ফলত এই নতুন পৰিচালকসকলৰ ছবিবোৰ ফটোগ্ৰাফড্ থিয়েটাৰহে হৈ পৰে। তাতে কেনেবাকৈ এটা-দুটা মেডেল (চৰকাৰী) পালে'তো কথাই নাই —

—এইবাৰ আমি সুধিলোঁ সত্যজিৎ বাবুক- আপুনি এতিয়া 'শাখা-প্ৰশাখা'ৰ পিছত কি ছবি কৰোঁ বুলি ভাবিছে?

তেওঁ তৎক্ষণাৎ ক'লে- এই মুহূৰ্তত মই আৰু এখন ছবি কৰিম বুলি ভাবিছোঁ পিছে পেপাৰ ৱৰ্ক শীত পৰিলেহে আৰম্ভ কৰিম। তাৰ আগতে মোৰ ল'ৰা সন্দীপে এখন হিন্দী ছবি কৰিব খুজিছে। গল্পটো কাৰ? আপোনাৰ নেকি? তেওঁ ক'লে নহয়। সন্দীপে এন এফ ডি চিৰ সৈতে কথা পাতিছেও বোধকৰোঁ। সুধিলোঁ আপুনি সেই ছবিৰ নিৰ্মাণত অংশ গ্ৰহণ কৰিব নেকি? কিছু কিছু ক্ষেত্ৰত কৰিম। আমাৰ ওচৰতে বহি থকা সন্দীপে ক'লেঃ মই চিত্ৰনাট্য শেষ কৰি আপোনালোকলৈ অলপতে এপ্লিকেশ্যন পঠাম। সত্যজিৎ বাবুক আমি ক'লোঁ-আপোনাৰ নিজৰ ছবি শীতকালতে আৰম্ভ কৰিব যে বিষয়বস্তু কি? তেওঁ ক'লে এতিয়াও সঁচাকৈয়ে ঠিক কৰা নাই। মোৰ ডাক্তৰসকলে কৈছে মই বছৰত এখনকৈ ছবি কৰিবই লাগিব। তেওঁলোকে মোক কৈছে মোৰ শৰীৰটো মোৰ -হাৰ্টটো কামত ব্যস্ত থাকিলেহে ভালে থাকিব। আৰু সেই ছবিখন শীতকালতহে কৰিব পাৰিব। গতিকে মোৰ জীৱনত শীতকালত ছবি একোখন

কৰাৰ 'হেজ বিকাম এ মেডিকেল নেচেছিটি —' বুলি হাঃ হাঃ কৈ হাঁহি দিলে। তাৰ পিছতে সৌহাতখন দাঙি ৰায়ে ক'লেঃ মই কিন্তু বঙালী হুবিহে কৰিম। আমি ক'লোঁ, নিশ্চয়। আমি এন এফ ডি চিয়ে যদি কিবা কৰিব পাৰোঁ আমাক জনাব। তেওঁ হাঁহি মাৰি ক'লে মই নিশ্চয় আপোনালোকক জনাম।

চাওঁতে চাওঁতে ঘড়ীত ডেৰ বাজিছেহি ৰবি গুপ্তই ক'লে এইবাৰ যে ভেনিচলৈ আপোনাক মাতিছে যাব নেকি? কিছুপৰ বৈ খিৰিকীৰে উদাসভাৱে চাই ক'লেঃ পৃথিৱী কত ঘূৰিলোঁ। এতিয়া আৰু শৰীৰটোৰ বাবে সেই ভ্ৰমণ পৰ্ব শেষ হ'ল। এতিয়া মই এয়াৰ বাছৰ চিৰি উঠিব নোৱাৰোঁ। ভাৰতৰ বাহিৰলৈ যাম বুলি কথা দিলেই ক'ব লাগিব মোৰ ডাক্তৰ এজন, মোৰ স্ত্ৰী মোৰ সৈতে যাব লাগিব। ইমান খৰচ 'দে কাণ্ট এফৰ্ড।' এই কথাখিনি কওঁতে পৰাজয়ৰ কোনো সুৰেই নাই। তেওঁ যেন শিশুৰ দৰে বাট চাইছে অহা শীত কালটোলৈ তেওঁৰ নৱতম বোলছবি লৈ খেলিবলৈ, সৃষ্টিৰ আনন্দ লভিবলৈ।

— প্ৰায় দুঘণ্টা হ'ল- আমি কথা পাতিলোঁ। বাহিৰত ধাৰাসাৰ বৰষুণ পৰিয়েই আছে- আমি যাবলৈ উঠিলোঁ। ৰ'ব কেনেকৈ যাব- বুলি থিয় হৈ পুনৰ আকাশখন চাইছে। আমি পাৰিম বুলি কৈ ওলাই যেতিয়া আহোঁ তেতিয়া তেওঁ শিহঁ ও চি গাঙ্গুলীৰ খবৰ মোক সুধিলে। মই ক'লোঁ তেওঁৰ শৰীৰটোও ভাল নাই- মই পৰহি তেওঁক লগ পাইছিলোঁ। তেওঁ প্ৰায় অৰসৰ লৈছে। ৰায়ে পুনৰ উদাসভাৱে ওপৰলৈ চাই ক'লে, ও চিৰ সৈতে ফোনত বহু কথা পাতিছিলোঁ এতিয়া ফোনতো লগ নাপাওঁ —

যাওঁ বুলি তেওঁক নমস্কাৰ কৰিলোঁ। লিফ্‌টত উঠি তললৈ নামিছোঁ এনেতে হঠাৎ মই যেন কিবা এটা পাহৰিলোঁ এনে লাগিল। হয়, প্ৰফুল্ল মহন্তই শংকৰদেৱ এৱাৰ্ড দিবলৈ আহোঁতে শংকৰদেৱ কোননো বুলি সঁচাকৈয়ে ৰায়ে সুধিছিল নেকি বুলি মই মনতে ভবা প্ৰশ্নটো সুধিবলৈতো পাহৰি গ'লোঁ। পিছ মুহূৰ্ততে ভাবিলোঁ নুসুধি ঠিকেই কৰিলোঁ।

সুধিলে যদি তেওঁ মোক প্ৰতিপ্ৰশ্ন কৰেঃ শংকৰদেৱৰ প্ৰচাৰ অসমীয়া জাতিটোৱে কৰিছে জানো?

পৃথিৱীত (দেশত-বিদেশত) যিমান সম্মান আছে সকলো চিকিৎসালয়ত আৰু নিজ বাসস্থানত পাইছে সত্যজিৎ ৰায়ে। পৃথিৱীৰ সংস্কৃতি জগতত সত্যজিৎ ৰায়ৰ অসুস্থতা আলোচ্য বিষয় হৈ পৰিছিল। হলিউডৰ অস্কাৰ, ফ্ৰান্সৰ লিজন অব্ অনাৰ, অক্সফ'ৰ্ডৰ ডক্টৰেট, ভাৰতৰ ভাৰতৰত্ন এই সকলো বাতৰি আৰু শ শ পুৰস্কাৰ সত্যজিতে কিয় পাইছে, কি ফিল্মত কি পাইছে, আমাৰ অসমৰ

কলাপ্রেমীসকলে জানে। কিন্তু মই আজি আৰু কেইটামান বাতৰি দিছোঁ বাইজৰ জ্ঞাতাৰ্থে।

১৯৪৭ চনত ফিল্ম ছ'চাইটিৰ আৰম্ভ কৰে কলিকতা মহানগৰীত। উদ্দেশ্য : পৃথিৱীত তৈয়াৰী হোৱা মননশীল আন্তৰ্জাতিক খ্যাতিৰ বোলছবিবোৰ চোৱা, অধ্যয়ন কৰা আৰু ভাৰততো তেনে জগত জয় কৰা বোলছবি নিৰ্মাণ কৰাৰ পৰিবেশ সৃষ্টি কৰা। বোলছবি নিৰ্মাতাসকলক ভৰাই তোলা আৰু এনে মহান ছবি ভাল পাবলৈ এক শ্ৰেণীৰ দৰ্শকৰ সংখ্যা বঢ়োৱা আছিল এই আন্দোলনৰ উদ্দেশ্য। তাৰ পিছত পঞ্চাশৰ দশকত সত্যজিতে নিজেই সহধৰ্মিণীৰ গহনা বেচি আৰু স্বৰ্গীয় বিধান ৰায়ৰ (তেতিয়াৰ বংগৰ মুখ্যমন্ত্ৰী) পৰা কিছু ধন লৈ 'পথেৰ পাঁচালী' নিৰ্মাণ কৰি জগত বিখ্যাত হোৱা। 'পথেৰ পাঁচালী', 'অপৰাজিত' আৰু 'অপুৰ সংসাৰ'(Apu Trilogy) ওলোৱাৰ পিছত বনজুইৰ দৰে ভাৰতৰ প্ৰায় সকলো ঠাইতে ফিল্ম ছ'চাইটি গঢ়ি উঠে। আমাৰ অসমতো (পদুম বৰুৱা আদিৰ চেষ্টাত) পঞ্চম ষষ্ঠ দশকত শ্বিলঙত ফিল্ম ছ'চাইটি দুলীয়াজানত ফিল্ম ছ'চাইটি (পি পি বৰাৰ চেষ্টাত) গুৱাহাটীত চিনে ক্লাবৰ সৃষ্টি হয়। এই চ'ৰাৰ লিখকেই মৃণাল সেন, তপন সিন্‌হা আদিক এই কাৰ্যাৱলীৰ সৈতে পৰিচয় কৰাই দিছিল। মুঠতে এই ফিল্ম ছ'চাইটি আন্দোলন সত্যজিৎ ৰায়ৰ অনুপ্ৰেৰণাত গঢ়ি উঠাত সমান্তৰাল চিনেমাৰ জন্ম হৈছিল।

তদুপৰি সত্যজিতে অক্ষৰ কলাত (কেলিগ্ৰাফী) বিপ্লৱ আনিছিল। তেওঁ ছপাশালৰ বাবে দুই ধৰণৰ Type faceৰ সৃষ্টি কৰিছিল যি আজিও সমগ্ৰ প্ৰিণ্টিং জগতত সত্যজিতৰ নামত প্ৰচলিত।

তাৰ পিছত তেওঁ অকণমান সময় পালেই শিশু-সাহিত্যত মনোযোগ দিছিল। 'বৃহৎ' সাহিত্য তেওঁ কলেমেৰে নিলিখি মুভী কেমেৰাৰে চেলুলয়ডৰ কেনভাছত সৃষ্টি কৰিছিল। সংলাপতহে তথাকথিত 'সাহিত্য' আছিল। মুঠতে তেওঁ যি কামতে হাত দিছিল সাৰ্বজনীন কৰি তুলিছিল আৰু সবাতোকৈ ডাঙৰ কাম কৰি। তেওঁৰ মাতৃভূমি বংগৰ বাংলা জীৱনৰ সৈতে বিশ্বৰ সেতু বন্ধন কৰি। এইখিনি লিখাৰ সময়তো তেওঁ কলিকতাৰ বেলিভ্যু হাস্পতালৰ ইনটেনচিভ কেয়াৰত মৃত্যুৰ সৈতে যুঁজিছে। বাঙ্গালোৰত জানুৱাৰী '৯২ মাহত আমি N.F.D.C.ত সত্যজিৎ বাবুৰ পৰা এখন দৰ্খাস্ত পাইছিলোঁ। The Broken Journey নামৰ স্বৰচিত কাহিনী এটাৰ বঙালী চিত্ৰৰূপ দিবলৈ তেওঁ ৩০ লাখ টকা বিচাৰিছিল। তাতে এটা অনুৰোধ কৰিছিল ৩০ লাখৰ উপৰিও আৰু তিনি লাখ মান টকা বেলেগে ৰাখিবলৈ, যিহেতু তেওঁ বহিৰ্দৃশ্য গ্ৰহণ কৰিবলৈ সকলো

সময়তে ডাক্তৰৰ সহায় ল'ব পাৰে। N.F.D.C. বোৰ্ডে (এই লিখকো বোৰ্ডৰ এজন সভ্য) তৎক্ষণাৎ মান্তি হৈছিল। চিৰসুন্দৰক, প্ৰাৰ্থনা কৰোঁ, যাতে 'Broken Journey' ছবিখন সুস্থ হৈ সত্যজিতে পুনৰ পৃথিৱীক দিব পাৰে।

# 'আকাশবাণী'ত জ্যোতিষ নাই

ডিবৰুৰ আকাশবাণীয়ে মোৰ নতুন গীত দুটা বাণীবদ্ধ কৰিবলৈ মাতিলে। সকলোৱে আহি মোক আদৰিলে। কিন্তু এজনক নেদেখিলোঁ। মৰমী শিল্পী জ্যোতিষ ভট্টাচাৰ্য নাহিলে। আহিব কেনেকৈ? জ্যোতিষ যে হঠাতে ইহজগত ত্যাগ কৰি চিৰসুন্দৰৰ কাষলৈ গুচি গ'ল। মই স্বৰ্গীয় জ্যোতিষৰ ঘৰলৈ গৈ তেওঁৰ সহধৰ্মিণী (তেৰোঁ সুন্দৰ কণ্ঠৰ শিল্পী) আৰু পুত্ৰক দেখা কৰিলোঁগৈ।- জ্যোতিষক মই আজি প্ৰায় ২৫ বছৰৰ পৰা চিনি পাওঁ। সুন্দৰ ডেকা। নম্ৰ কণ্ঠত এটা মিঠা ৰহণ আছে। এটা সুৰীয়া কম্পন আছে। 'তালাত মেহমুদৰ তাহানিৰ কণ্ঠৰ সৈতে জ্যোতিষদাৰ কিবা মিল আছে নহয়?' বুলি মোৰ স্বৰ্গীয় ভাই জয়ন্তয়ো মোক জ্যোতিষৰ বিষয়ে কৈছিল! মই সদায় জ্যোতিষক জোকাইছিলোঁ অসমৰ তালাত বুলি।- আচলতেই জ্যোতিষৰ সুৰ সংযোজনা, জ্যোতিষৰ ছেমি ক্লাছিকেল অলংকাৰ থকা কণ্ঠ, জ্যোতিষৰ পৰিবেশনা অতি মিঠা আছিল। প্ৰগ্ৰেম একজিকিউটিভ হৈ নিজৰ ঘৰটো মেৰামতি কৰি লৈছিল মাথোঁ- ল'ৰাটি ডাঙৰ হৈছে। তেওঁৰ সহধৰ্মিণীয়ে এটি নতুনকৈ হোৱা মহিলা কলেজত পঢ়াই আছে।

মই ভাবোঁ আকাশবাণীয়ে জ্যোতিষৰ সহধৰ্মিণীক কিছু স্থায়ীভাৱে দায়িত্ব দিব পাৰে। অসম চৰকাৰৰ সাংস্কৃতিক সঞ্চালকালয়ে শিল্পী পেন্সন দিব পাৰে।

জ্যোতিষে বাণীবদ্ধ কৰা গীতবোৰ আৰ্কাইভৰ বাবে কেছেটত থ'ব পাৰে। এইবোৰ দয়া নহয়, অসমীয়া জাতিৰ কৰ্তব্য।

অসমৰ আধুনিক সংগীতৰ আন্দোলনত মোৰ বোধেৰে, জ্যোতিষৰ ধাৰা অনন্য আছিল। স্বকীয়তা আছিল। মাধুৰ্য আছিল। জ্যোতিষ, তুমি য'তে আছাঁ যেন শান্তিত থাকাঁ। মোৰ চকুলো এটুপিৰে, মই তোমাক কপালত চুমা এটা খালোঁ। জ্যোতিষ তোমাৰ আত্মাই শান্তি পাওক।

# শিল্পী অভয় দুৱৰা

১০ মাৰ্চ '৯২ৰ দিনা ডিবৰুলৈ 'মিলনজ্যোতি'য়ে মোক লৈ গৈছিল। গৈ গম পালোঁ অসমৰ পায়োনিয়েৰ শিল্পী অভয় দুৱৰা ৰোগ শয্যাত আছে। লৰৰি গ'লোঁ তেওঁৰ ঘৰলৈ। নেপালোঁ। তেওঁ 'ৰে' দিয়াবলৈ গৈছে ক্লিনিকলৈ।

পিছত মাতিলে ডিবৰু চিকিৎসা মহাবিদ্যালয় আৰু ডিবৰু বিশ্ববিদ্যালয়ে। লৰালৰিকৈ গ'লোঁ অভয় দাদাৰ ওচৰলৈ। মুখৰ মাতত কিছু অসুবিধা পায়। খোজকাঢ়োঁতে লাঠী এডালৰ সহায় লয়। কিন্তু সুদৰ্শন অভয় দাদা সুন্দৰ হৈ আছে। কি মিঠা ছেন্স অব্ হিউমাৰ। ডেৰ ঘণ্টামান সুন্দৰকৈ দুয়ো অতীত ৰোমন্থন কৰিলোঁ। বহুতো হাঁহিলোঁ- ইন্দ্ৰালোঁ। মোক জোকাই ক'লে, 'এয়া তোমাৰ সকলো গাৰ্লফ্ৰেণ্ডক মোৰ পেইণ্টিঙেৰে অমৰ কৰি ৰাখিছোঁ। এয়া তোমাৰ মনালিছা লিংডো- এয়া তোমাৰ বিমূৰ্ত মোৰ নিশাটিৰ নীলা চাদৰ পিন্ধা সুন্দৰীগৰাকী আৰু কত কথা! -চিৰসুন্দৰক প্ৰাৰ্থনা কৰিলোঁ মনে মনেঃ যেন (জন্মৰে পৰা) শিল্পী মনৰ শিল্পী প্ৰাণৰ এই অভয় দাদাক দীৰ্ঘজীৱী কৰে। মই এই শিল্পীগৰাকীক এবাৰ সময়ত কৈ আহিছিলোঁ- 'আমি সকলো তিলতিলকৈ জ্যোতিৰ সৈতে মিলি যোৱাৰ বাটত আগুৱাইছোঁ। But, let us live, till we die. অভয় দাদাই বুকু ফিন্দাই ক'লেঃ Right, Right Bhupen, We will live till we die.

# ইমান দিনে -- ইমান ধুনীয়া মুকুতাৰ মালা গাঁথা

## গীতিকাৰ মলিন বৰা

**আমাৰ এজন মাষ্টৰ আছে**
**দেখিবলৈ ভাল**
**দেহাত পিছে মঙহ নাই**
**তেনেই হাড় ছাল।**

এজন স্কুলীয়া কিশোৰ কবিৰ এই কবিতা পঢ়ি মাষ্টৰ অবাক। হেডমাষ্টৰেও মৰমতে তেওঁক মাতে শিশু "মিল্টন" বুলি।

**এই শিশুজনেই আমাৰ তেতিয়াৰ মলিন বৰা।** সিদিনা হঠাতে নগাঁৱত পাই বৰাদেৱৰ সৈতে বহুতো কথা পাতিলোঁ।

শুভ্ৰ খদ্দৰৰ ধুতি, কুৰ্তা আৰু ভৰিত এযোৰ চেণ্ডেল পিন্ধিছে। গাত এটি ক'লা আবৰ চোলা।

- বৰা, এইটো-আপুনি ক'ত পালে?
- এই আবৰ ডেকা এজনে উপহাৰ দিলে।

নম্র হাঁহি মাৰি বৰাই লাজ লাজ কৰিলে। মলিন বৰাৰ হাঁহিত মলিনতা নাই। ডাৱৰ নাই। নির্মল অতি সৰল আৰু চিধা। চকুকেইটাত সপোনসনা আছে। ক'লা চুলিখিনিত বয়সৰ নিয়ৰ অলপ অলপ পৰি আৰু সুন্দৰ কৰি তুলিছে। দেহ সৌষ্ঠৱ আৰু মিঠা ব্যক্তিত্বলৈ চকু দি মই ক'লোঁ- গা কেনে পাইছে?

- ভাল। এতিয়া। একেবাৰে ভাল।

এই মলিন বৰা, যাৰ লেখনীৰ পৰা ওলোৱা শত শত গীতে, ডেৰকুৰি বছৰৰো ওপৰ, অসমৰ হেজাৰ হেজাৰ শ্ৰোতাৰ মলিন কলিজাত আনন্দ বিবিঙাই আহিছে, সেই বৰাৰ আপোন কলিজাতে সিদিনা কোনোবা দানৱে কামোৰ মাৰি ধৰিছিল। বৰা কিন্তু পৰাজয় মনা বিধৰ কৰি নহয়।

- বীড চেষ্ট হাস্পতালত কিমান দিন চিকিৎসাধীন হৈ আছিল, বৰা?

- দুবছৰৰো ওপৰ।

- বৰাৰ জীয়াই থকাৰ অদম্য আশাই আৰু অসংখ্য গীত ৰচাৰ হেঁপাহে তেওঁক সম্পূর্ণ ৰূপে আৰোগ্য কৰি পেলালে। দৈনন্দিন জীৱনৰ কঠোৰ বাস্তৱে তেওঁক আৰু আমনি দিলে বেয়া হ'ব।

উন্মুক্ত আকাশৰ তলত থিয় হৈ, ওপৰত উৰি ফুৰা মেঘ চাই, ঢেকীয়া পাতৰ পৰা সৰি পৰা নিয়ৰৰ টোপালৰ মৃদুধ্বনি শুনি, কলঙৰ পাৰৰ নাৱৰীয়াৰ ব'ঠাৰ শব্দ শুনি গীত ৰচা মলিন বৰাক ৰোগে দুবছৰৰো ওপৰ কাল এখন চিকিৎসালয়ৰ সীমাবদ্ধ পৰিধিত বন্দী কৰি থ'লেও, বৰাৰ মন উৰা মাৰিলে পুনৰ বাহিৰৰ জগতখনলৈ। চিকিৎসালয়তে কাপ হাতত ল'লে। এইবাৰ যেন তেওঁৰ কাপে আৰু স্বতঃস্ফূর্তভাৱে লিখিছে।

- এইখন, হাস্পতালত থাকোঁতে লিখিছোঁ। এতিয়া নাম থৈছোঁ গানৰ কবিতা। নাম সলাবও পাৰোঁ।-

বৰাই সুন্দৰ মাতেৰে কেইটিমান আবৃত্তি কৰি গ'ল। কত ভাব, কত বিষয়বস্তু, কতনো মূর্চ্ছনা। ঈশ্বৰৰ গীত। প্ৰেয়সীৰ বাবে গীত। গাঁৱলীয়া জীৱনৰ গীত। মানুহৰ মঙ্গলৰ গীত। ৰোগাক্ৰান্ত কলিজাৰ কান্দোন। আশাবাদী মনৰ চেলেঞ্জ। সকলো আছে। এই পুথি ছপা হ'লে আপুৰুগীয়া গীতৰ পুথি হ'ব।

-বলাকাৰ ৰেখা দেখি ভোল যোৱা বৰাই উপন্যাস এখনি লিখিছে। নামঃ বলাকাৰ ৰেখা খেদি। আৰু বহুতো পুথি ৰচিলে। প্ৰকাশ হ'বলৈ বাকী।

- বৰা, আপোনাৰ বয়স কিমান?

- তেপন্ন।

এই বয়স- বেছি বয়স নহয়। বৰাক অসমৰ ৰাইজ, শিল্পী সকলোৱে চেনেহ কৰে, শ্ৰদ্ধা কৰে। এই মুকুতা বিচৰা কবিজনাৰ জীৱনৰ ব'হাগ আকৌ আহিল। আকৌ তেওঁৰ কবিতা ফুলনি ফুলিব। আমি তাৰ সৌন্দৰ্যত ন ন সপোন দেখিম আকৌ -

# পল গঁগা: এটি সাধুকথা

নিলাম কৰোঁতাজনে ছবিখন ওলোটাকৈ ধৰি এটি বিৰাট ঠাট্টাৰ হাঁহি মাৰি চিঞৰি উঠিল- 'চোৱাঁ, নায়েগ্রা ফল্‌চ!' মেজত হাতুৰীটো মাৰিলে নিলামত দাম ১৫ টকা উঠাৰ লগে লগে। সাতখন ছবি ৪ টকাকৈ (খনে) বেচা গ'ল। এখন ২ টকাতকৈ কমত গ'ল।

ছবি আঁকোঁতাজন আছিল পল গগাঁ। অলপ আগতে দক্ষিণ সাগৰৰ মাৰ্কুয়েচাৰ দ্বীপত তেওঁৰ মৃত্যু হৈছে। ধাৰ পৰিশোধ কৰিবলৈ তেওঁৰ সকলো বয়-বস্তুৰ নিলাম কৰা হৈছে। এজন মাছমৰীয়াই বহুতো ছবি থকা তিনিটা বাকচ আৰু বহুতো ৰেখা-চিত্ৰ পালে শিল্পীজনৰ লেতেৰা কুটীৰটোত। নেবেচিলে বা বেচিবলৈ কোনো চেষ্টা নকৰিলে। সাগৰলৈ দলিয়াই পেলাই দিলে। আজিও সেই দ্বীপৰ লোকসকলে এই কথাটোক 'কোটি কোটি টকাৰ ভুল' বুলি আক্ষেপ কৰে।

১৯৫৯ চনত চ'থবে লিখামতে এজন ছবি কিনোঁতাই গগাঁৰ ছবি এখনত ১৪০,০০০ পাউণ্ড অৰ্থাৎ ১৫ লাখ টকা দিলে। বঢ়াই কোৱা নাই। গগাঁৰ অতি

ভাল ছবিবোৰ মূল্য-নিৰূপণৰ সীমাৰেখা পাৰ হৈ গৈছে। অৰ্থাৎ যি খোজে সেই দামকে যেন দিব। গগঁা বাচি থকা হ'লে এই 'প্ৰহসন'ত হয়তো আমোদ পালেহেঁতেন। তেওঁৰ মৃত্যুৰ আগলৈকে গোটেই জীৱনটোত ছবি বেচি পোৱা ধনৰ মূল্য মাত্ৰ ৭১২৫ টকা। গগঁাই জীৱনত নিষ্ঠুৰ সংগ্ৰাম, ক্ষুধা, অপমান আদি সহিছিল এটি সৰু সৰল অধিকাৰৰ বাবে। সেই অধিকাৰঃ ছবি অঁকাৰ। সেই কষ্টৰ কথা ভাবিলে হয়তো আজি গগঁাৰ হাঁহি নুঠিলহেঁতেন।

নিৰাপত্তা আৰু জিৰণি, গগঁাৰ বাবে অৰ্থহীন। আদৰ্শহে তেওঁৰ কাম্য। ধনী-ষ্টকব্ৰোকাৰৰ জীৱনৰ সুখ-আভিজাত্য এৰিলে আৰু শেষত তথাকথিত সভ্যতা এৰিলে, মাথোঁ ছবি আঁকিবলৈ। আজি গগঁা পৃথিৱীত সৰ্বশ্ৰেষ্ঠ মডাৰ্ণ আৰ্টিষ্টসকলৰ আগশাৰীৰ অন্যতম। ভান গফে তেওঁক গুৰু বুলি মাতিছিল। পিকাছোৱে তেওঁৰ ছবিত গগঁাৰ প্ৰভাৱৰ কথা মুক্তকণ্ঠে স্বীকাৰ কৰে। গগঁাই সকলো শিল্পীৰ বাবে ৰঙৰ আৰু সৌন্দৰ্য আঁচনিৰ এটি নতুন দৃষ্টিভংগী দিলে-।

## জীৱন

গগঁাৰ জন্ম পেৰিচত। ১৮৪৮ চনত। দেউতাক এজন নাম নোহোৱা সাংবাদিক। মাক স্পেইনৰ। সোতৰ বছৰ বয়সত পঢ়াশালিৰ শিকলি ভাঙি সাগৰে সাগৰে নাৱিক হৈ ঘূৰি ফুৰিলে ছ-বছৰ। নিষ্ঠুৰ সাগৰে গগঁাৰ কোমল কৈশোৰক পুৰুষত্ব দিলে। এয়া তেওঁৰ জীৱন-পথৰ এটি খহটা ভাঁজ। নাৱিক এজনে দক্ষিণ সাগৰৰ দ্বীপৰ সাধুকথা কৈছিল গগঁাক। তাত গছ ভৰি ভৰি নানা ৰঙৰ ফুল ফুলে, ডাল ভৰি ভৰি ফল ফলে, সূৰ্যই সকলো সময়তে ৰ'দ ছটিয়ায়, নিশাবোৰত সপোনৰ যাদু সনা থাকে। আৰু? আৰু ছাউথচি আইলেণ্ডৰ গাভৰুবোৰৰ গা-ভৰা আৰু সেই গা-ভৰা গাভৰুবোৰ উদাৰ! গগঁাই মানসপটৰ এটি চুকত এই কথাখিনি অনুভূতিৰে লিখি ল'লে—

পেৰিচলৈ উভতি আহি তেইছ বছৰীয়া গগঁাই আচৰিত ধৰণে ব্যৱসায়ী মনোভাবত বন্দী হ'ল। শেষ জীৱনত বিশ্ববিখ্যাত শিল্পী হোৱা ব্যক্তিৰ যৌৱনত ব্যৱসায়ী মনোভাব থকাটো বা সেই ক্ষেত্ৰত সফলতা লভাটো প্ৰায়েই অস্বাভাৱিক! ষ্টক এক্সচেঞ্জত ব্ৰো কাৰেজ ফাৰ্ম এটিত তেওঁ টকা ঢালিলে। অতি ক্ষিপ্ৰ গতিৰে লাভ পালে। বছৰে দুই লাখ টকা হাতলৈ আহিল। ওখ টুপী পিন্ধি ৰাতিপুৱাই চিকচিকীয়া ঘোঁৰা-গাড়ীত উঠি মহানগৰীৰ অভিজাত হোটেলবোৰলৈ গৈ আড্ডা মাৰে! সকলোৱে গগঁাক ভক্তি কৰে।

এতিয়া বিয়া কৰিব লাগিব। ডেন্‌মাৰ্কৰ এজন ধনী চিভিল ছাৰ্ভিচ বিষয়াৰ ছোৱালী মিটে গেড'ক বিয়া কৰি পেলালে। মিটে ছোৱালীজনী শান্ত। কেশ সোণালী। মনটো প্ৰেক্‌টিকেল। সাজ-সজ্জা পৰিপাটি। ঠিক সময়ত ঠিক অতিথিক ঠিক পিয়লাত চাহ দিব জানে। ব্যৱসায়ী পল গগাঁক মিটে গেডে দিলে পাঁচটি পুত্ৰ-কন্যা। ইতিমধ্যে গগাঁই হঠাতে আৱিষ্কাৰ কৰি পেলালে যে গগাঁই ভাল পায় ছবি আঁকিবলৈহে!

গগাঁৰ স্ত্ৰীয়ে স্বামীৰ ছবি অঁকা Hobbyটো প্ৰথমে মৰমেৰে চাইছিল। ঠিক আছে, দেওবাৰে আজৰি সময়ত অভিজাত স্বামীয়ে ছবি আঁকিব। ই এক কালচাৰড্ লোকৰ কথা!! এনেতে এদিন এটি ঘটনা ঘটিল - অপ্ৰত্যাশিতভাৱে। গগাঁই এখন ছবি আঁকি নাম দিছিল Study of a nude (নঙঠা চিত্ৰ)। সেই ছবিখন পেৰিচত প্ৰদৰ্শিত হৈছে!! যিগৰাকী নাৰীৰ নঙঠা শৰীৰ অঁকা হৈছে তেওঁ হ'ল গগাঁৰ ঘৰত কাম কৰা লিগিৰীজনীৰ!! জনৈক চিত্ৰ-সমালোচকে কাকতত লিখিলে "এনে Nude Study স্বৰ্গীয় ৰেমব্ৰাণ্টৰ পিছত গগাঁৰ বাহিৰে আৰু আন কোনেও আজিলৈকে অঁকা নাই!" -গগাঁই ব্যৱসায় এৰি দিলে। ৩৫ বছৰ বয়সত তেওঁৰ জীৱন ছবি অঁকা কামতে সঁপি দিলে।

## সংঘাত

এবছৰৰ ভিতৰতে গগাঁ ধনহীন দৰিদ্ৰ ব্যক্তিত পৰিণত হ'ল। ঘৰৰ সুন্দৰ সুন্দৰ চকী-মেজ বেচিবলৈ আৰম্ভ কৰিলে। দামী দামী দলিচা বেচি দিলে। স্ত্ৰী গেডে ডেনমাৰ্কৰ দেউতাকৰ ঘৰলৈ খঙেৰে গুচি গ'লগৈ। পুত্ৰ-কন্যাও লৈ গ'ল। গগাঁই পিছ ল'লে। 'ঘৈণীয়েকৰ টকাত বহি খোৱা' বুলি ডেনিচসকলে গগাঁক জোকালে। গগাঁৰ হিয়াভগা শত অনুৰোধকো উপেক্ষা কৰি স্ত্ৰী গেডে স্বামীৰ সৈতে নাহিল। -পেৰিচলৈ আহিও গগাঁই ভগা হৃদয়েৰে ছবি আঁকিয়েই থাকিল।

## সাধু কথা আৰম্ভ হ'ল

পেৰিচত সমাজে গগাঁক উপহাস কৰিলে এই বুলি ঃ স্ত্ৰী ত্যাগ কৰা দায়িত্বহীন ভিখাৰী! পুত্ৰ-কন্যা ত্যাগ কৰা নিষ্ঠুৰ বলিয়া!! পিছে গগাঁই ভাবিলে মিটে

গেডেইহে তেওঁক ত্যাগ কৰিছে। জীৱনৰ শেষ মুহূৰ্তলৈকে গগাঁই মিটলৈ প্ৰেমপত্ৰ লিখি আছিল। প্ৰত্যেক চিঠিত লিখিছিল: উভতি আহাঁ, মিটে। এই বিচ্ছেদৰ সুদীৰ্ঘ ১৫ বছৰৰ পিছতো গগাঁই তেওঁৰ স্ত্ৰীলৈ লিখিছিল, "because when I return we shall be lovers again. It is a lover's kiss I send you, a betrothal embrace". (তুমি উভতি আহিলে আমি পুনৰ প্ৰেমিক-প্ৰেমিকা হ'ম। এয়া মই প্ৰেমিকৰ চুমা পঠালোঁ। এয়া বিয়া ঘৰৰ আলিংগন!) মিটে গেডেই উত্তৰ নিদিলে। উভতি অহাতো দূৰৰ কথা।

গগাঁই পেৰিচত ভগা ঘৰ এটিত থাকিবলৈ ল'লে। সাজ-পোছাক ফটা-ছিটা। কেইবাদিনো পেটৰ ভোক লৈ বাচি থকাটো গগাঁৰ জীৱনৰ অংগ হৈ গ'ল। সামান্য ফ্ৰাংকৰ বিনিময়ত ৰাজপথত পোষ্টাৰ লগোৱা কাম কৰিলে। এনেতে ক'ৰবাত শুনিলে, ব্ৰিটেনীৰ পণ্ট-আভেনত কোনোবা এজন হোটেল মালিকে চিত্ৰকৰসকলক টকা ধাৰে দিয়ে। গ'ল তালৈ। ধাৰো পালে- ছবিও আঁকিলে। উদাস প্ৰাকৃতিক দৃশ্য, লেপেটা কাঢ়ি বহা বৃটেইনৰ মহিলাসকল, ধৰ্মযাজিকাসকল, সাগৰৰ পাৰৰ নওঠা শিশুসকল গগাঁৰ ছবিৰ বিষয়বস্তু হ'ল। ৰাইজে ছবিবোৰ বেয়া পালে। পিছে আজি সেই ছবিবোৰে পৃথিৱীৰ বিখ্যাত আৰ্ট গেলেৰী শোভি আছে - সগৌৰৱে।

## এজন বন্ধুক পালে: ভান গফ্

দৰিদ্ৰ গগাঁ দক্ষিণ ফ্ৰান্সৰ আৰলেচলৈ গুচি গ'ল এজন শিল্পী বন্ধুৰ সৈতে থাকিবলৈ। নাম ভিনচেণ্ট ভান্ গফ! ছবি বেচোঁতা থিও বোলা এজন লোক ভান গফ্ৰ সহোদৰ। থিওই অলপ পইছা দি গগাঁক পঠালে তেওঁৰ নিজৰ "দুৰ্ভগীয়া, আধা বলিয়া ভায়েক ভিনচেণ্ট ভান্ গফ্"ক সহায় কৰিবলৈ! অপাৰ সৃজনী প্ৰতিভাসম্পন্ন এই দুজন মনীষীৰ প্ৰথমে বেছ বন্ধুত্ব হ'ল। পিছে দুয়োজনৰ আক্ৰমণাত্মক অনুভূতি একে হ'লেও প্ৰকাশ বিভিন্ন। মতত অনৈক্য হ'ল। মৰামৰি, কাজিয়া-পেচাল হ'ল। এদিন গগাঁই গফক এৰি গুচি আহিল।

ভান গফে গগাঁৰ অনুপস্থিতি মনে মনে সহ্য কৰিব নোৱাৰিলে। 'আধা বলিয়া' গফ্- মাজে মাজে 'পূৰ্ণ বলিয়া' হ'ল। যিদিনা গগাঁ গফৰ ঘৰৰ পৰা ওলাই আহে, তেওঁৰ পিছে পিছে আহি থকা কোনোবা এজনৰ পদধ্বনি শুনিলে। উভতি চাই দেখে ভান গফে এখন চোকা খুৰ লৈ গগাঁক কাটিবলৈ আহিছে। -গফে গগাঁক আক্ৰমণ নকৰিলে। নিজৰ কোঠালৈ উভতি গ'ল। খং আৰু অভিমানত সেই

খুৰেৰে নিজৰে কাণ এখন কাটি পেলালে। কটা কাণখন হাতৰ মুঠিত লৈ গৈ ওচৰতে থকা বেশ্যা এগৰাকীক দেখুৱালেগৈ। ভান গফ্ বলিয়া হ'ল। দুবছৰ চিকিৎসালয়ত থাকি এদিন গফে্ নিজকে গুলীয়াই ধ্বংস কৰি দিলে। পৃথিৱীয়ে এজন মহান শিল্পী হেৰুৱালে।

## মনত ৰাখিবাঃ আৰ্ট ইজ এন এবৃছট্ৰেক্সন

গগাঁ আকৌ ব্ৰিটেনীলৈ গ'ল। ডেকা ডেকা চিত্ৰ শিকাৰুকেইজনমানে তেওঁক আৱৰি ধৰিলে। গগাঁই অধ্যাপকৰ দৰে চিঞৰি উঠিল "মনত ৰাখিবা সুকুমাৰ কলা এটি এবৃছট্ৰেক্সন। প্ৰকৃতিৰ সমুখত থাকি সপোন দেখিবা। চকুৰে যি দেখাঁ মনেৰে তাৰ পৰা মূল ৰসকণ উলিয়াই ল'বা- তাৰ পিছত আঁকিবা— অসুন্দৰো সুন্দৰ হ'ব পাৰে। সুন্দৰ কেতিয়াও সুন্দৰতৰ নহয়!"

## পদ্ধতি

গগাঁৰ ছবি অঁকা পদ্ধতি এয়াঃ Flat stripes (চেপেটা প্ৰলেপ) Elementary colour (সৰল ৰহণ)। উদ্দেশ্য এয়াঃ Striking luminosity (জ্যোতি)।

গগাঁই সদায়েই ছাত্ৰসকলক কৈছিল Subtle colour (সূক্ষ্ম ৰহণ) ত্যাগ কৰিবলৈ। গগাঁক লাগে শক্তিশালী Contrasting pigments (সংঘাতপূৰ্ণ ৰঙৰ গুড়ি)। এজন ছাত্ৰই গগাঁৰ উপদেশ নুশুনি সূক্ষ্ম ৰহণ ব্যৱহাৰ কৰিলে। গগাঁই ধমকি দিলে। ছাত্ৰজনে পুনৰ একে ভুলকে কৰিলে। গগাঁই লৰৰি গৈ এটি ৰিভলভাৰ আনি গুলী সুমুৱাই ল'লে। একো নকৈ ৰিভলভাৰটো ছাত্ৰজনে দেখাকৈ মেজৰ ওপৰতে থ'লে। এইবাৰ! ছাত্ৰজনে গগাঁৰ উপদেশ শুনিলে!!

গগাঁৰ দেহৰ শক্তি অপৰিসীম। কাঠ বা মাৰ্বলত মূৰ্তি কাটি উলিয়ায় এদিনতে। ই অস্বাভাৱিক। যেতিয়া য'তে মন যায় তাতে আঁকি যায় ছবি-। হোটেলৰ দুৱাৰ, খিৰিকী, নিজৰ লাখুটিডাল, কোনোবা মাছমৰীয়াৰ গৰম চোলা- একো বাদ নাযায়। গগাঁৰ পদ্ধতি কোনো কোনোৱে ভাল বুলিলে, পিছে ৰাইজে ক'লে- 'বৰ্বৰ', 'অসুন্দৰ', 'কেঁচা'- 'আদিম'!

## টাহিটি দ্বীপলৈ বুলি

'আদিম' ছবি আঁকোতা হ'বলৈকে গগাঁ সেই যৌৱনত সাধুকথা শুনা টাহিটি দ্বীপলৈ যোবাটোকে স্থিৰ কৰিলে। যৌবনৰ সপোনক বাস্তৱ কৰিব। বন্ধু-বান্ধৱে বাধা দিলে। গগাঁই নুশুনে। ইমান দিনে অঁকা সকলো ছবি নিলাম কৰি দি যি পইছা পালে তাৰে টাহিটিলৈ গুচি গ'ল- ৰ'দ পুৱাবলৈ।

১৮৯১ চন। সাগৰৰ পাৰত জাহাজ ঘাট দেখা পোৱাকৈ থকা এটি ভগা ঘৰ ভাৰা কৰিলে। লগৰীয়া হ'ল এজনী টাহিটিয়ান গাভৰু। সেই গাভৰু গগাঁৰ বহুতো বিশ্ববিখ্যাত ছবিৰ মডেল হ'ল।

২৮ মাহ পাৰ হ'ল। ফ্রান্সলৈ গগাঁ উভতি আহিল। লগত অপৰূপ ছবি কিছুমান। ৪০ খন পেৰিচত প্রদর্শিত হ'ল। মাথোঁ কেইখনমান কিনিলে- বন্ধু-বান্ধৱেহে! পুতৌ কৰি। দাম পালে মাত্র ৪৭৫ টকা। এজন অহংকাৰী 'স্নব' সমালোচকে লিখিলেঃ 'যদি ঘৰত ল'ৰা-ছোৱালীক আনন্দ দিব খোজাঁ, হুহুঁৱাব খোজাঁ তেন্তে গগাঁৰ চিত্র প্রদর্শনী চোৱাগৈ!" গগাঁই এই সমালোচনা বাতৰি কাকতত পঢ়ি শিশুৰ দৰে হুক্-হুক্াই কান্দিলে।

## গগাঁৰ শেষ জ্যোতি

দুকুৰি সাত বছৰ বয়সত, ভগা বুকুৰে, অপমানেৰে গগাঁ আকৌ ছাউথ চি আইলেণ্ডলৈ গুচি আহিল জীৱনৰ শেষ জ্যোতি নিঃশেষ কৰি দিবলৈ। প্রথমে টাহিটিত। তাৰ পিছত ভিতৰুৱা দ্বীপ ডমিনিকাত। তাৰ পিছত মাৰকুয়েছাছত। যৌন জীৱন গগাঁৰ আছিল। ফলো পালে। চিফিলিছ্ (তেতিয়াৰ দিনত 'মাৰাত্মক' যৌন ব্যাধি) হ'ল সুন্দৰৰ পূজাৰী গগাঁৰ। ভৰিৰ এটি গাঁঠিত প্রকাণ্ড ঘা। নুশুকোৱা ঘা। বিষত জর্জৰিত হৈ গগাঁই এজনলৈ পঠোৱা চিঠিত লিখিছিল- 'অপাৰ আৰু গভীৰ মাজ সাগৰত ওপঙি থকা বেৰেল (Barrel) এটিত বন্দী হৈ থকা নিগনি এটাৰ দৰে মোৰ অৱস্থা হৈছে।'

আজি আমি তেওঁৰ ছবি চাই কত কল্পনা কৰোঁ! গগাঁই সেই ফুল-ফলেৰে দোঁ-খাই থকা গছৰ শীতল ছাঁত শুই, নৃত্যৰতা পলিনেচিয়ান গাভৰুৰ গীত শুনি শুনি কত আনন্দ কৰিছিল চাগৈ! এৰা শুইছিল। পিছে ঘা-ভৰা ভৰিৰে খোজ কাঁঢ়িব নোৱাৰে বুলিহে! যদি গাভৰুৱে গীত গাই শুনাইছিল, তেওঁ নাচ নেদেখে বুলিহে। শেষ সময়ত গগাঁ অন্ধ হৈ গৈছিল।

'মোৰ জ্যোতি নুমাব' (My lights are almost out) বুলি ভক্ত এজনক ক'লে। অসহায়, অপমানিত, অৱহেলিতভাৱে গগাঁ নামৰ মাংসপিণ্ডটো ১৯০৩ চনত নিমাত হৈ গ'ল। খাগৰিৰ লেতেৰা ঘৰ এটিত। ওচৰত পৰি আছিল এখন নতুন ছবি-। বিষয়? মাতৃভূমি ফ্ৰান্সৰ, বৃটেনীৰ বৰফ ভৰা এটি দৃশ্য। ইমান গ্ৰীষ্মপ্ৰধান দ্বীপত মনৰ বৰফ!

## এতিয়াঃ মৰণৰ পিছত

গগাঁৰ মৰণৰ পিছত ভিনচেন্ট ভান গফৰ দৰে গগাঁৰ জীৱনটো হ'ল সাধুকথা। তেতিয়া গগাঁৰ সৃষ্টিৰ বিচাৰ হ'ল। পৃথিৱীৰ সৌন্দৰ্যসেৱীয়ে বিচাৰিলে। সংগ্ৰাহকে গগাঁৰ সিঁচৰতি হৈ থকা ছবি পালে- তেওঁ সুৰাপান কৰা ঠাইবোৰত, বেশ্যালয়ত, আৰু থকা ঘৰবোৰত। এদিনৰ ঘৰৰ ভাৰা, এবটল মদ, এখন্তেকৰ যৌনসুখৰ বাবে বহুমূলীয়া ছবিবোৰ বেচি বেচি দিছিল- হাঁহিমুখে। সেই ছবিবোৰৰ মাহাত্ম্য নুবুজি মালিকসকলে এলান্ধু ভৰা আলমাৰীৰ ওপৰত লুকুৱাই থৈছিল। বৃটেনীত গগাঁৰ কেইখনমান ছবি মজিয়াৰ ভৰিমচা দলিচা কৰা হৈছিল। কেইখনমান কটাৰীৰে কাটি তাৰ কেনভাছেৰে 'কেনভাছ জোতা' তৈয়াৰী কৰি লৈছিল কোনোবাই। বিখ্যাত সাহিত্যিক ছমাৰছেট মমে এই শতাব্দীত কিনা এটি বহু পুৰণি ঘৰৰ শোৱা কোঠাৰ দুৱাৰত এখন আঁকা ছবি দেখিলে। তাতে এসময়ত গগাঁ শুইছিল। সেই ছবি গগাঁই কোনো এটি মুহূৰ্তত কেনভাছ নাপাই আঁকা। ঘৰৰ খিৰিকীৰ আয়নাও আঁকা ছবিৰে ভৰাই দিছিল। ৰঙা সপোনসনা। গগাঁৰ সপোনহে। আনে নোৱাৰে।

দুখ লগা মৰণৰ মাত্ৰ কিছুদিন আগতে গগাঁই তেওঁৰ অগতানুগতিক, অস্বাভাৱিক শোক জৰ্জৰিত জীৱনটিত শিকা তথ্য আৰু আদৰ্শ লিখি থৈ গৈছে এই বুলিঃ

"মই বিশ্বাস কৰোঁ, আৰ্টৰ উৎস আধ্যাত্মিক। আধ্যাত্মিকতাৰ পৰশ যাৰ মনত লাগে তেনে সকলো ব্যক্তিৰ অন্তৰত আৰ্টে বিৰাজ কৰে। এবাৰ যিজনে মহান আৰ্টৰ মিঠা ৰস পান কৰে, সেইজনে সমগ্ৰ জীৱন আৰ্টৰ ভৰিত সঁপি দিয়ে।"

পল গগাঁৰ নিজৰ জীৱনটোৰেও জানো তাৰ ব্যাখ্যা কৰা নাই?

# হৃষীকেশ মুখাৰ্জী

## এই বছৰৰ সৰ্বশ্ৰেষ্ঠ পৰিচালক

"কি ক'ম হাজৰিকা, আজি প্ৰায় এঘাৰ বছৰ আগতে কলিকতাৰ নিউ থিয়েটাৰ্ছত বোলছবি সম্পাদনা শিকিছোঁ কেইবাজনেও। সকলোতকৈ মোৰেই দৰমহা বেছি। সেয়েহে লগৰ সকলোৰে হিংসা। মোৰ দৰমহা কিমান আছিল জানে? ষাঠী টকা।" এই কথাখিনি কৈ তেওঁৰ পাঁচোটা পোহনীয়া কুকুৰৰ সকলোতকৈ সৰুটোৰ মূৰত হাত ফুৰাই তেওঁৰ কেবালাখ টকাৰ ঘৰটিৰ খিৰিকীৰে সাগৰৰ ফালে চাই পঠিয়ালে। পিছ মুহূৰ্ততে মোৰ মুখলৈ চাই, আন্তৰিকতাৰে ক'লে: "**আকৌ যদি সেই দিন আহে, তেতিয়াও যাতে খাপ খুৱাব পাৰোঁ, তাৰ প্ৰস্তুতি সদায়ে মনেৰে কৰোঁ।**" এয়া বাস্তৱবাদী হৃষীকেশৰ মন।

- বিমল ৰায়ৰ সৈতে বহুতো বিখ্যাত ছবি সম্পাদনা কৰি বিখ্যাত হোৱাৰ সময়ত মোৰ 'এৰা বাটৰ সুৰ'খনৰ সম্পাদনা কামত তত্ত্বাৱধান হাঁহি মুখে কৰি দিয়াৰ কথা মই পাহৰিব নোৱাৰোঁ। এদিন কৈছিল: জানে? **মই বোলছবি সম্পাদনা কৰাৰ আগতে স্কুলৰ শিক্ষকতা কৰিছিলোঁ।**

– সেয়েহে বোধকৰোঁ তেওঁ পৰিচালনা কৰা **'মুচাফীৰ'**, 'আনাড়ী' (দুয়োখন **পুৰস্কৃত) 'অনুৰাধা'** আৰু **'মেমদিদিত'** শিকিবলগীয়া কথা থাকে'। বোম্বেত সুস্থ **ছবি কৰা** টান। বঙ্গদেশত নতুনতা দিব পাৰি। পিছে সত্যজিতক বাদ দি তপনে ডাঙৰ লেখক **ৰবীন্দ্ৰনাথৰ** পোহৰেৰে জ্যোতি লয়। তথাকথিত নৱবাস্তৱবাদী **ঋত্বিক ঘটক আৰু অসিত সেনে, সুপ্ৰিয়া চৌধুৰীৰ** ৰূপ আৰু আঁচোলৰ তলত লুকায়। কিন্তু অসুস্থ পৰিবেশতো নিৰ্ভীকভাৱে বেছি টকা খৰচ নোহোৱা সুস্থ ছবি, অৰ্থপূৰ্ণ ছবি, হৃষীকেশে কৰি আহিছে। "অনুৰাধাত, আপুনি লীলা নাইডুক অভিনয় কৰাই কেনে পালে?"–

হৃষিয়ে ক'লে, "কতই ভয় **খুৱাইছিল; বক্স** অফিচ আৰ্টিষ্ট নহয় লীলা নাইডু, কি কৰিছে? ইত্যাদি?" হৃষিয়ে কিন্তু ভয় নেখালে। বলৰাজ সাহনীৰ অপূৰ্ব অভিনয়, ৰাণুৰ প্ৰতিভা, ৰবি শংকৰৰ সুৰ সংযোজনা, শচীন ভৌমিকৰ কাহিনীয়ে নানা অহঙ্কাৰী চিত্ৰ-নিৰ্মাতাক পৰাস্ত কৰিলে। দেৱী, ক্ষুধিত পাষাণ, মোগলে আজম্ম পিছ পৰি থাকিল নানা কাৰণত। ৰাষ্ট্ৰপতি কমিটীৰ এই বাছনি অতি যুক্তিপূৰ্ণ হৈছে এই বাবে যে হৃষিৰ সাহসে সম্মান পাইছে।

– আপুনি খোৱাইছে কেনেই? মুখাৰ্জী? মোৰ **এই ভৰিখন বোধহয় আৰু ভাল নহ'ব**। বৰ প্ৰকট বাত (গাউট) হৈছে। তথাপি এই জনা পৰিচালকৰ বিশ্ৰাম নাই। অলপতে কবি হাৰীন্দ্ৰনাথৰ (যাৰ প্ৰবন্ধ এইবাৰৰ গতিত আছে) সৈতে ভাৰতৰ এৰা বাটৰ সুৰ বিচৰা লোক এজনৰ জীৱন ৰূপায়িত কৰিব। মোক ক'লে গল্পটো।

সবাতোকৈ ভাল লাগে হৃষিৰ **অমায়িকতা আৰু** আত্মবিশ্বাস। মানুহজনৰ কোনো মিছা Pretension **নাই। হৃষিকেশ** মুখাৰ্জীলৈ গতিয়ে অভিনন্দন **জনাইছে তেওঁৰ সাফল্যৰ বোধ।**

# ৰাজকাপুৰৰ ঘৰলৈ

## গঙ্গা বৈ যোৱা দেশৰ ডেকা

২৫ জানুৱাৰী, ১৯৬১ চন।

ভাৰতৰ চেপলিন ৰাজৰ - কথা অনুযায়ী মই চেম্বুৰৰ আৰ কে ষ্টুডিঅ'ৰ পিছফালে বৰ নিৰ্জন ঠাইত সজা তেওঁৰ ধুনীয়া ঘৰটি যেতিয়া পাওঁ দিনৰ ঠিক এঘাৰ বাজিছে। মোৰ সৈতে আনাড়ীৰ প্ৰযোজক লছমন লুলা। লছমনজীয়ে বাটত মোক কৈছেঃ "ৰাজ এই কেইদিন ৰাতি ৰাতি প্ৰায় শোৱাই নাই। যিস্ দেশমে' ছবিৰ সম্পাদনাত ব্যস্ত; কাকো দেখা কৰা নাই। আপোনাৰ নাম কওঁতে ক'লে, - চাৰে দহ বজালৈকে অলপ শুই ল'ম এঘাৰ বজাত হাজৰিকাক নিশ্চয়, নিশ্চয় লৈ আহিব।"- মোৰ নিজকে অলপ দোষী যেন লাগিল, ক্লান্ত ৰাজৰ জিৰণিৰ সময় কাঢ়ি লোৱাৰ বাবে। আৰু আনহাতে তেওঁৰ ভদ্ৰতা দেখি মনে মনে তেওঁক ধন্যবাদ জনালোঁ।

ৰাছিয়া ভ্ৰমণ কৰোঁতে এটা কথাৰ প্ৰমাণ পাইছিলোঁ। ৰাছিয়াৰ জনসাধাৰণে ভাৰতৰ দুজন মানুহৰ ব্যক্তিত্বক বৰ আপোন কৰি লৈছেঃ এজন নেহৰু আনজন

ৰাজ! ভাৰতততো ৰাজৰ জনপ্ৰিয়তাৰ কথাই নাই। ইয়াৰ আগতে মই ৰাজক কলিকতাত পাইছিলোঁ- তেওঁৰ এখন ছবিৰ মুক্তিৰ সময়ত; নাগপুৰত পাইছিলোঁ, 'একদিন ৰাত্ৰে'ৰ পুৰস্কাৰ লৈ দিল্লীৰ পৰা উভতি আহোঁতে; বোম্বেত পাইছিলোঁ তেওঁৰ ষ্টুডিঅ'ত 'জাগতে ৰহোৰ' শুটিঙৰ সময়ত। তেওঁৰ ঘৰলৈ এইবাৰ প্ৰথম আহিছোঁ। অলপ সময় কথা পাতি গুচি যাম গৈ। —

— মই ক'লিং বেলটো টিপাৰ লগে লগে ৰাজৰ মোমায়েক, বিশ্ব মেহৰাই হাঁহি হাঁহি ওলাই আহি আমাক ৰাজৰ কোঠাটিলৈ পোনে পোনেই লৈ গৈ দুৱাৰ খুলিলে। কোঠাটো এয়াৰ কণ্ডিশ্বন। খিৰিকীৰ পৰ্দাবোৰে বাহিৰৰ পোহৰ আহিবলৈ দিয়া নাই। অতি ক্ষীণ লাইট এটি জ্বলি আছে। এন্ধাৰ এন্ধাৰ লাগিছে। আমি সোমোৱাৰ লগে লগে মজিয়াৰ কাৰ্পেটত শুই থকা ৰাজ উঠি বহিল। তেওঁৰ পুৰাতন ভৃত্য এজনে গলধনটো লাহে লাহে মালিচ কৰি আছে। এখন লুঙী আৰু বুটাম ছিগি যোৱা আড্ডি মলমলৰ কুৰ্তা এটি পিন্ধি থকা নোমাল বুকুৰ, ৰাজে অতি নম্ৰ ভদ্ৰতাৰে ক'লেঃ ক্ষমা কৰিব মই এই অৱস্থাত থকা দেখি। শুইছোঁ ৰাতিপুৱা ছটাত। উঠিছোঁ এতিয়া। কালি সম্পাদনা কক্ষৰ পৰা নামি আহোঁতে ভৰি পিছলি পৰি এয়া চাওক কাটিলেও।

- এই বুলি আঁঠুটো দেখুৱালেও। চক এয়া পদ্মিনীয়ে ছিঙ্গাপুৰী আয়োডিন পঠাই দিছে। হাজৰিকা আহিল কেতিয়া? ইয়াতে বহক। বহুত দিনৰ পিছত দেখা? লছমনজী আপোনাৰ মেমদিদিৰ বেকগ্ৰাউণ্ড মিউজিক কেতিয়া ৰেকৰ্ডিং হ'ব? একে উশাহে ৰাজে ধুনীয়া ইংৰাজীত এইবোৰ সুধি গ'ল। উত্তৰ আমি দিলোঁ। মই টপৰাই সুধিলোঁ- ছিঙ্গাপুৰী আয়োডিন কি, টিঙ্কচাৰ আয়োডিনৰ কথাহে শুনিছোঁ। লছমনজীয়েও শলাগিলে। ৰাজে দুষ্টালিৰ হাঁহি এটা মাৰি ঘপহকৈ ক'লেঃ এয়াও টিঙ্কচাৰ আয়োডিন পিছে 'ছিঙ্গাপুৰ' ছবি কৰিবলৈ গৈ মোৰ ভাই শাম্মী আৰু পদ্মিনীয়ে এই আয়োডিন আনিছে বাবে 'ছিঙ্গাপুৰী আয়োডিন' বুলি সিহঁতক জোকাওঁ।

- মই সুধিলোঁঃ আপুনি ৰাতি এই কাৰ্পেটতে শুই থাকিলে হ'বলা -?

- নক'ব আৰু, কালি ইমান ভাগৰ লাগিছিল যে জোতাই-মোজাই ট্ৰাউজাৰ আদিৰে ইয়াত বাগৰিলোঁ। মোৰ ল'ৰা দাব্বু আৰু মোৰ সৰু ছোৱালীজনীয়ে মোক দোষাৰোপ কৰিলে। কি বুলি জানে? দেউতা, তুমি আমাক কোঁৱাঁ শোৱাৰ আগতে কাপোৰ সলাবলৈ। তুমি যেতিয়া নসলোৱা, আমিও আৰু নসলাওঁ। এই দোষাৰোপৰ পিছত আৰু সাজ নসলাই পাৰোঁ নে? সলাই ইয়াত বাগৰ দিলোঁ, টোপনি গ'লোঁ। সিহঁত সকলো, মাকৰ সৈতে দেউতাৰ (পৃথ্বিৰাজ কাপুৰ)

ঘৰলৈ এই পুৱা গ'লগৈ। – বুঢ়া হ'লোঁ। মোৰ ল'ৰাই মোক শাসন কৰিব পৰা হ'ল !!

– এই সৰু সৰু কথাত ৰাজৰ সৰল হাস্যৰসৰ সোৱাদ পালোঁ। সৰ্বভাৰততে "যিস দেশমে গঙ্গ বহতি হেয়" মুক্তি লাভ কৰিব। তেওঁ সম্পাদনা আৰু ৰেকৰ্ডিং কৰাত ব্যস্ত, গোটেই ভাৰতে মাতিছে। তেওঁ অকল কলিকতা আৰু দিল্লীলৈহে মুকলি কৰিবলৈ যাবগৈ। শিৱসাগৰ সংগীত নাটক অকাডেমীৰ কৰ্মকৰ্তাসকলৰ অনুৰোধৰ পিছত, অনুৰোধৰ হেঁচাত মই যেতিয়া এই ব্যস্ত শিল্পীজনক শিৱসাগৰলৈ এদিনৰ বাবে মাতিলোঁ তেতিয়া ক'লেঃ মই যাব পাৰিম যদি আপোনালোকৰ সম্মিলনীৰ তাৰিখ এসপ্তাহ পিছুৱাই দিয়ে। মই ক'লোঁ- শিৱসাগৰলৈ লিখিম বাৰু। ৰাজে হঠাতে সুধিলেঃ অসমতটো সাগৰ নাই। মই ক'লো, গঙ্গাও নাই, বিশাল ব্ৰহ্মপুত্ৰ আছে। ৰজ্বাদিনীয়া বৈজ্ঞানিক পুখুৰীৰ কথা কওঁতে ক'লেঃ অসমৰ সৌন্দৰ্য অসমৰ ঐতিহ্য, আৰু অসমৰ সৰল প্ৰকৃতিৰ লোকসকলক লগ ধৰাৰ মোৰ সঁচাকৈয়ে বৰ আগ্ৰহ আছে, হাজৰিকা।

(পিছত শিৱসাগৰ অকাডেমীয়ে তাৰিখ পিছুৱাব নোৱাৰিলেগৈ গতিকে ৰাজও নাহিলে)।

–মই যেতিয়া কথা শেষ কৰি উঠিবলৈ ওলালোঁ ৰাজে ক'লে- ইমান দূৰৰ পৰা আহিছে। এতিয়াই যাব নোৱাৰে। দিনৰ সাজ খাই যাব লাগিব। বিশ্ব মেহৰাই আহি ক'লেহিঃ খানা দিয়া হৈছে। ৰাজে লৰ মাৰি গা ধুই আহিল। বগা মাখনজীনৰ ট্ৰাউজাৰ, গেঞ্জী নিপিন্ধাকৈ মাখনৰঙীয়া এটি চিঙ্কৰ চাৰ্ট আৰু মাৰাঠী চপ্পল এযোৰ পিন্ধি ৰাজে নিজেই ডাইনিং টেবুলত শাকৰ ভাজি, ৰুটি আৰু আন আন খাদ্য যাচিলে। ক'লেঃ অ' আপুনি ভাতহে খায়। এয়া খাওক। মই মাছ ভাল পাওঁ। আপুনিও নিশ্চয় পায়। খাওক। আৰু খাওক এয়া আমাৰ ঘৰৰ গৰুৰ গাখীৰৰ দৈ!

মই সপোনতো ভাবিব পৰা নাছিলোঁ- ৰাজ ইমান ঘৰুৱা আৰু সংসাৰী হ'ব পাৰে। খাই উঠি চিগাৰেট লৈ বহোঁতে বহুতো কথা ওলাল। যিস্ দেশমে ছবিখনত মোৰ "অলপ বক্তব্য" আছে। 'আপোনাক গানকেইটা শুনাওঁ' বুলি ৰেডিঅ'গ্ৰামটোত মেহৰাক ৰেকৰ্ড বজাবলৈ ক'লে।-

আমি গম্ভীৰ আলোচনা আৰম্ভ কৰিলোঁ। – কথাই কথাই যেতিয়া সুধিলোঁ- ছবি কৰোঁতে আপোনাৰ আদৰ্শ আপুনি কি বুলি ভাবি লয়?

– অলপ ভাবি ৰাজে ক'লে- "আনন্দ দানৰ মাজেৰে সমাজৰ মঙ্গলৰ বাবে অলপ কিবা কৰা।"

- মাজে মাজে ভাৱসাম্য হেৰাই যায় নে? মই গম্ভীৰভাৱে সুধিলোঁ।

- অপ্ৰস্তুত হৈ ক'লেঃ মাজে মাজে হেৰাই যাব খোজে!

যেতিয়া আমি বহু আলোচনা কৰি উঠিব খোজোঁ তেতিয়া দেখিলোঁ ঠিক আবেলি চাৰি বাজিছে। অৰ্থাৎ ৫ ঘণ্টা কাল কটালোঁ। সৃজনী প্ৰতিভা থকা বিশ্ববিখ্যাত চিত্ৰ-নিৰ্মাতা ৰাজৰ লৈতে এই পাঁচঘণ্টা কাল মাথোঁ পাঁচ মিনিট যেন লাগিল। নিৰহঙ্কাৰী এই শিল্পীজনৰ ব্যক্তিত্বৰ জ্যোতি এতিয়াও মনত পৰে-।

# পাকিস্তানত বুদ্ধং শৰণং গচ্ছামি
# ইভা আচাওৰ গুণ

কলিকতাত মোক ধুনীয়া মাৰ্জিত ৰুচিৰ, পয়ত্ৰিশৰ ডেওনা পাৰ হোৱা এজন ভদ্ৰলোকে সুধিছিলঃ ইভা আচাওক আপুনি জানে?

- জানো।

- অভিনয় কেনে কৰে?

এওঁ এ জে কাৰদাৰ। বোম্বেৰ বিখ্যাত চিত্ৰ পৰিচালক কাৰদাৰ চাহাবৰ সৰু ভায়েক। বিদেশত বহু বছৰৰ পৰা বোলছবি পৰিচালনা শিকিছে। মস্কো ফিল্ম ফেষ্টিভেলত, সত্যজিতৰ 'জলসাঘৰ'ক পৰাস্ত কৰি, 'জাগো হুৱা সবেৰা' বোলা ছবিৰ পৰিচালনাৰ বাবে সোণৰ পদকেৰে বিভূষিত হোৱা পৰিচালক এওঁ।

এতিয়া এওঁ নিৰ্মাণ কৰিছে 'অব্ সুখকা দিন দূৰ নহী'। পাকিস্তানৰ কোনো কোনো সমালোচকৰ ধ্বংসাত্মক, গতানুগতিক সমালোচনা নেওচি এওঁ বৌদ্ধ ধৰ্মাৱলম্বী গাভৰু এগৰাকীয়ে সুখ মৰীচিকা বিচৰাৰ দুঃখজনক পৰিসমাপ্তিৰ বিষয়ে, বঙ্গোপসাগৰৰ পাৰত, এই বাস্তৱবাদী, মানৱদৰ্শনমূলক ছবিৰ দৃশ্য গ্ৰহণ শেষ কৰি - সম্পাদনাত বহিছে। ইতিমধ্যেই এই ছবিখিনিৰ পৰিচালক ৰূপে

কাৰদাৰক ৱাশ্বিংটনৰ বিখ্যাত ফ্লেহার্টি ছেমিনাৰে নিমন্ত্ৰণ জনাইছেই। ই সঁচাকৈয়ে গৌৰৱৰ কথা। অসমীয়াৰ বিশেষ গৌৰৱৰ কথা যে - আমাৰ শিৱসাগৰীয়া শিল্পী ইভা আচাও এই ছবিৰ নায়িকা। ইভাৰ ওঁঠত এটি গীত মাথোঁ। গাইছে বিখ্যাত কণ্ঠশিল্পী নুৰজাহানে। ছবিখন উর্দু ভাষাৰ। বিশেষ পৰিশ্ৰম কৰি ইভাই উর্দু বচন আয়ত্তও কৰিছিল- কাৰদাৰৰ তত্ত্বাৱধানত। এই ছবিৰ সকলো শিল্পীয়েই নতুন। তাৰকা নাই। পাকিস্তানৰ 'ৰাজধানীৰ বুকে' বোলা ছবিৰ পৰিচালক এহ্‌টেসামক সিদিনা এ ভি এমৰ কলিকতাৰ অফিচত হঠাতে পোৱাত বহুতো আলোচনাৰ মাজত ক'লেঃ "কাৰদাৰ চাহাব পাকিস্তানৰ সত্যজিৎ। তেওঁৰ এই ছবিয়ে যুগান্তৰ আনিব বুলি আমাৰ বিশ্বাস। আপোনালোকৰ ইভা আচাৱে (দেৱী) বৰ ভাল অভিনয় কৰিছে। এই ছবিৰ মুকুতিৰ পিছত ইভাৰ যশ সাতসাগৰ তেৰ নদী পাৰ হোৱাৰো সম্ভাৱনা আছে।"

আমাৰ ইভা আচাওলৈ অভিনন্দন জনাওঁ।

# চিত্ৰশিল্পী বীৰেন সিংহ

আমাৰ অসমত চিত্ৰকলাৰ ক্ষেত্ৰত কিছু কিছু ডেকা শিল্পীয়ে সুন্দৰ কাম কৰি গৈছে- নানা বিপদৰ মাজতো। ইয়াত, কলিকতাত এইবাৰ চকুত পৰিল আমাৰ আৰ্টিষ্ট গীল্ডৰ অসমৰ বীৰেন সিংহৰ একক প্ৰদৰ্শনী। বীৰেনৰ জন্ম কামৰূপৰ এটি দুখীয়া পৰিয়ালত। ৰেলৰেং প্লেটফৰ্মত বিনিদ্ৰ নিশা যাপন কৰি, ক্ষুধা নেওচি, ছাইনবোৰ্ড আঁকি আঁকি, এতিয়া এনে এটি স্তৰত বীৰেন থিয় হৈছেহি যে কোনো ছিৰিয়াছ শিল্পপ্ৰেমীয়ে তেওঁক অৱজ্ঞা কৰিব নোৱাৰে। অৱজ্ঞা কিয় ? বহু প্ৰশংসা পাইছে। দিল্লী, কলিকতাৰ মূধাফুটা দৈনিকসমূহৰ আৰ্ট সমালোচকৰ অধিক ভাগেই বীৰেনক সাবটি লৈছে। পূব জাৰ্মেনীৰ নেশ্যনেল থিয়েটাৰৰ অধ্যাপক ফুল্‌জ্ বেনেয়ুৰে মত প্ৰকাশ কৰিছে, “This moving demonstration of human dignity of your paintings.” জাপানৰ য়াকোহামাৰ শ্লাচেটন ফুজিজে লিখিছে, “I am impressed on ‘Nourishment’ and ‘Myself.’” নতুন দিল্লীৰ এল এছ ৰাজপুতে প্ৰশংসা কৰি কৈছে, “Very bold and daring.” দিল্লীৰ ৰাষ্ট্ৰীয় নাট্য বিদ্যালয়ৰ অফ্‌চৰ্ হুছেইনে হিন্দীত কৈছেঃ “শ্বানদাৰ প্ৰদৰ্শনী তাজগী ভৰে ৰং

বঢ়িয়া কম্পোজিশ্যন বিভিন্ন বিষয় হার্দিক শুভকামনায়ে।"

পল গগাঁই গৈ টাহিটিৰ মানুহৰ সুখ দুখ অমৰ কৰি তুলিছিল- তুলিবে। আমাৰ কামৰূপৰ বীৰেনে গৈ বো-মং ভিচণ্ড সম্ভাৰ মাজেৰে সাঁচিপতীয়া চিত্ৰ ভাগৱতকো আঁকিছে আৰু কাৰ্বি আংলঙৰ জনজাতীয় ৰাইজকো তুলিবে জীয়াই তুলিছে। অসম সাহিত্য সভাৰ অধিৱেশন ডিফুত পাতোঁতাসকলৰ অন্যতম অসমীয়া কাৰ্বি সাহিত্যিক ছামছিং হাঞ্চেই এনেয়ে কয়নে ঃ "শিল্পী বীৰেন সিংহৰ চিত্ৰসমূহ কাৰবি জনজাতিৰ দাপোণস্বৰূপ। এই চিত্ৰসমূহৰ ভিতৰেদি কাৰবিসকলৰ অতীত, বৰ্তমান আৰু ভৱিষ্যতক দেখিবলৈ পাইছোঁ। প্ৰত্যেকখনেই সাৰ্থক ছবি। ধন্যবাদ। সিংহৰ সৃষ্টি যুগজয়ী, কালজয়ী হওক।"

বীৰেনৰ আয়তন জ্ঞান, ভাৰসাম্য জ্ঞান, বাস্তৱক বিমূৰ্ততাৰ পৰ্যায়লৈ নিও বোধগম্য কৰাৰ ক্ষমতা, ৰঙৰ প্ৰলেপ আৰু ৰঙৰ ব্যৱহাৰত পৰীক্ষাৰ সাহস দেখি মই মোহিত হৈছোঁ। আজিৰ অসমৰ সন্ধিক্ষণত আমাক সংহতিৰ ক্ষেত্ৰত কাম কৰা চিত্ৰশিল্পী আৰু লাগে। আমি বীৰেনক জীয়াই ৰাখিব লাগে।

# চুজা

পৃথিৱীৰ প্ৰায় সকলো ঠাইতে বিখ্যাত হোৱা চিত্ৰকাৰ চুজাই মনেৰে মূৰ্ত্তি সাজে। Ronault বা Francis Bacon-অৰ দৰে। এই পৃথিৱীয়ে তেওঁৰ মনত যি ছবি আঁকে তাকে তেওঁ Distort কৰি বা ভাঙি-ছিঙি বিকৃত কৰি এই নতুন শক্তিশালী মাধ্যমেৰে পটত আঁকে। শৰীৰ হুবহু ৰূপে নেআঁকে। প্ৰকৃতিৰ সৌন্দৰ্য লৈ উৎসৱ নকৰে। সূৰ্যাস্তৰ ৰহণ বন্দী নকৰে। জীৱনৰ "বিশেষ"ক তেওঁ নধৰে। চুজাৰ ছবিত ৰোমাণ্টিচিজম্ নাই।

"ছবি আঁকা কামটো মোৰ বাবে সুন্দৰ কাম নহয়। মই ৰঙৰ গোন্ধ ঘিণ কৰোঁ।" Word and Lines বোলা প্ৰবন্ধ এটিত চুজাই নিজৰ বিষয়ে এই বুলি কৈছে - নিৰ্ভীকভাৱে।

চুজাৰ জীৱনত লালসা আছে। পিছে সেই লালসা এটা বেয়া সপোনৰ দৰে। ই আক্ৰমণাত্মক, অস্বাভাৱিক ধ্বংসমূলক!! তেওঁৰ অনুভূতিত Vulgarity আছে, কোমলতাও আছে, উমি উমি জ্বলা জুই আছে, ব্যঙ্গ আছে, আঘাত আছে আকৌ দুখৰ শান্তিও আছে। পিকাছোৰ (বিশেষকৈ তেওঁৰ গ্ৰাফিক পদ্ধতিৰ) বাস্তৱক ভঙা আবিষ্কাৰ জ্ঞানৰ ছাঁ চুজাৰ সৃষ্টিত পোৱা যায়।

চুজা ভাৰতীয়। ১৯২৪ চনত জন্ম, গোৱাত। 'ভিক্টোৰিয়াতকৈও ভিক্টোৰিয়ান' বোম্বেত শিক্ষা লভে। গোৱাৰ জীৱনৰ প্ৰভাৱ, বিশেষকৈ স্পেনিচ আৰু পৰ্টুগীজ বাইজেন্টাইন ইমাজেৰী চুজাৰ ছবিত জিলিকে। কেথলিক্ সজাত চুজাৰ জীৱন আবদ্ধ আছিল। গীৰ্জাৰ ছাঁত বহি ভাবিছিল- মুক্তিৰ কথা। খিজাৰ আছিল বৰ্তমানক লৈ।

পুৰণি ভাৰতৰ শিলত কটা মূৰ্তি ভাৰতীয় মিনিয়েচাৰ চিত্ৰ তামৰ মূৰ্তি আদিয়ে মানুহৰ শৰীৰৰ ৰূপ Distort কৰাৰ আৰ্হিয়ে চুজাৰ ছবিক প্ৰভাৱান্বিত কৰা নাই বুলিলে ভুল কৰা হ'ব। Flat surface, ritual treatment of the erotic ভাৰতীয় Classical Art-অৰ সামগ্ৰী। ঐতিহ্যৰ ছাঁহে পৰিছে, চুজাৰ প্ৰকাশভঙ্গী পিছে একেবাৰে নতুন - আও নতুন।

আকৌ দোহাৰোঁ, চুজাৰ পদ্ধতি আক্ৰমণাত্মক। তেওঁ কয়ঃ "ছবি অঁকা আৰ্টটো সাপৰ দৰে কুন্ধচ। মই ছবি নেআঁকো। মই ছবি আক্ৰমণহে কৰোঁ।" চুজাৰ ছবিৰ দাম আজি হেজাৰ হেজাৰ টকা। চুজা আজি এজন বিশ্ববিখ্যাত মডাৰ্ণ আৰ্টিষ্ট।

মূল - এডুইন মুলিন্স

# উভতি চালেই লগ পাওঁ

যাযাবৰ ভূপেন হাজৰিকাই আকৌ মোক লৈ যাব খুজিছে কেবাগৰাকী মহান ব্যক্তিত্বৰ স্মৃতিৰ যাদুঘৰলৈ, যিসকলকৰ সান্নিধ্যলৈ আহি মইও অনুপ্ৰাণিত হৈছোঁ। বিস্তাৰিতভাৱে নহয়, সামান্য আভাস মাত্ৰ।

১৯৮০ চনৰ ৮ জানুৱাৰী, হিজ মাষ্টাৰ্ছ ভয়েচ (HMV)এ হেমন্ত মুখাৰ্জী, মান্না দে, কণিকা বন্দোপাধ্যায় আৰু সুচিত্ৰা মিত্ৰক কলিকতাৰ ৰবীন্দ্ৰ সদন মঞ্চত সোণৰ ডিস্ক দিলে। হেমন্ত দাই ক'লে, 'তুমি মোতকৈ বহু পাছত দৌৰিবলৈ আৰম্ভ কৰিও মোক তুমি লগ ধৰি পেলালা।' অৰ্থাৎ মোৰ এনে সাফল্যৰ কাৰণে আশীৰ্বাদ দিলে। হেমন্তদাক এদিন সুধিছিলোঁ, 'আপুনি কেতিয়া ৰেওৱাজ (সংগীতৰ চৰ্চা) কৰে?' কৈছিল, 'ৰেওৱাজ কৰাৰ সময় পাওঁ ক'ত? অৱশ্যে কণ্ঠটোৰ ওপৰত অত্যাচাৰ নকৰোঁ আৰু শিকিলোৱেইবা ক'ত? ভগৱানে যিখিনি দিছে সেইখিনিকেই ব্যৱহাৰ কৰিছোঁ। প্ৰতিদিনে ফাংচনবোৰত যে গীত গাওঁ সেয়াই মোৰ ৰেওৱাজ।' কিমান ডাঙৰ শিল্পী অথচ কি নম্ৰ ব্যৱহাৰ। কোনো দিনেই তেওঁৰ কোনো অহংকাৰ আমি দেখা নাই। গণনাট্য সংঘৰ নানান ধৰণৰ অনুষ্ঠানত দেখিছোঁ, কোনোদিনেই তেওঁ নেতৃত্ব দিবলৈ বিচৰা নাছিল, কিন্তু তেওঁৰ কণ্ঠস্বৰৰ সহায়তে সম্পূৰ্ণ আন্দোলনটোকে আগুৱাই লৈ গৈছিল। সলিল

চৌধুৰীয়ে কেইদিনমান আগতে ঠিকেই কৈছিল- 'মই, মই হ'ব নোৱাৰিলোহেঁতেন যদি হেমন্তদাই মোৰ গান নেগালেহেঁতেন।' বেনাৰছ হিন্দু বিশ্ববিদ্যালয়ত পঢ়াৰ সময়ত কলেজৰ ফাংচনত আমি হেমন্তদাৰ গান গাইছিলোঁ। ১৯৩৬ চনত চেনোলা ৰেকৰ্ড কোম্পানীত গান গোৱাবৰ কাৰণে জ্যোতিপ্ৰসাদে মোক কলিকতালৈ লৈ গৈছিল। কেইবছৰমানৰ পিছত তেওঁলোকে (এইচ এম ভি কোম্পানীয়ে) মোৰ গীত ৰেকৰ্ড কৰা নাছিল; কাৰণ কণ্ঠৰ সুৰ হেনো ডাঙৰ হৈ গৈছিল। চৌৰঙ্গীত কে চি দাসৰ ৰচগোল্লাৰ দোকানৰ কাষত, আগতে গান গোৱাৰ বাবে পাবলগীয়া ত্ৰিছ টকা আনিবলৈ গৈ, কোম্পানীৰ মালিক এন বি সেনৰ দোকানত সোমাইছোঁ; দেখোঁ, হেমন্তদা বহি আছে। মোক দেখা পাই ক'লে, 'তুমি ভূপেন হাজৰিকা নহয়নে?' দুই চাৰিটা কথা আলোচনা কৰাৰ পাছতেই কোম্পানীটোৱে মোৰ গীত ৰেকৰ্ড নকৰাৰ কথা ক'লে। তেওঁ মোৰ পৰা টকা পাঁচটা বিচাৰিলে- কলিকতা আৰ্টিষ্ট এছোচিয়েশ্বনৰ কাৰণে। এছোচিয়েশ্বনৰ উদ্দেশ্য হ'ল - ৰেডিঅ' ৰেকৰ্ড কোম্পানী প্ৰভৃতি প্ৰতিষ্ঠানবোৰে শিল্পীসকলক বঞ্চনা কৰিলে তাৰ বিৰুদ্ধে সংগ্ৰাম গঢ়ি তোলা। কিছু সময়ৰ পাছত টেক্সী এখন লৈ মোক হাতীবাগানত থকা এইচ এম ভি কোম্পানীৰ ডাঙৰ বিষয়াগৰাকীৰ অফিচলৈ লৈ গৈছিল। হেম সোমৰ নামত তেতিয়া কোম্পানীৰ বাঘে গৰুৱে একে ঘাটতে পানী খাইছিল। মোক লৈ গৈ সেই হেম সোমৰ কোঠাত সোমাই ক'লে, 'মিষ্টাৰ সোম, টেক্ কেয়াৰ অব হিম। বাংলা, অসমীয়া, হিন্দী তিনিওটা ভাষাতেই বৰ ভালকৈ গীত গাব পাৰে।' হেম সোমে হেমন্তদাক বহিবলৈ ক'লে। হেমন্তদাক একাপ চাহ্ দিয়া হ'ল আৰু হেমন্তদাৰ নিৰ্দেশতেই একাপ ওভালটিন খাবলৈ দিয়া হ'ল। সৰু ল'ৰা সেয়ে চাহৰ পৰিৱৰ্তে ওভালটিন। হেমন্তদাৰ আশীৰ্বাদত ১৯৪৬ চনৰ পৰা আজিলৈকে কোনো দিনেই সেই ওভালটিনৰ সোৱাদৰ পৰা বঞ্চিত হোৱা নাই। 'আমি এক যাযাবৰ' শীৰ্ষক ৰেকৰ্ডখন প্ৰকাশ হোৱাৰ কেইদিনমান পাছতে এদিন দুপৰীয়া এজন ভদ্ৰলোকে মোক লগ পাবলৈ আহিল। জিৰণি লোৱাৰ সময়তে অহাৰ কাৰণে অলপ বিৰক্তই হৈছিলোঁ। অনিচ্ছা সত্ত্বেও বহা কোঠালৈ গৈ দেখোঁ হেমন্তদাই বহি ঘনে ঘনে উশাহ্ লৈ আছে। এগিলাছ পানী বিচাৰিলে। পানী খাই শান্ত হৈ ক'লে, 'তোমাৰ এই বিৰাট সাফল্যৰ বাবে অভিনন্দন জনাইছোঁ। এই সাফল্য ছিক্ৰেটটো কি বাৰু কোৱাচোন?' বিনীতভাৱে কৈছিলোঁ, দাদা, সময়ৰ সৈতে বোধহয় আগুৱাই যোৱা উচিত। সমসাময়িক সমস্যাক স্পৰ্শ কৰি, কিছুমান আশাৰ বাণী শুনাই গান গালে বোধহয় সিয়েই মানুহৰ আদৰ পায়। হেমন্তদাইও মোৰ মনটো সেইদিনা জোকাৰি থৈ গৈছিল। সম্প্ৰতি আমেৰিকালৈ যাওঁতে আমেৰিকাৰ 'অ-বা-ক' নামৰ এটি প্ৰখ্যাত সাংস্কৃতিক সংস্থাই ১৯৯০ চনত

হেমন্তদাক আমেৰিকালৈ লৈ যাবৰ বাবে বাৰে বাৰে মোক অনুৰোধ কৰিছিল। কিন্তু কথাটো তেওঁক জনাবলগীয়া হ'ল শ্মশানতহে। বাই বাই কৰাৰ সময়ত। এইটো মোৰ এটি দুখ হৈ থাকিল। বহুতবে ভয়েচ বৰ ষ্ট্ৰং হয়। কিন্তু তেওঁৰ দৰে ষ্ট্ৰং আৰু মেলোডিয়াচ ভয়েচ মই পৃথিৱীৰ ক'তো শুনা নাই। গীতিসাহিত্যৰ মৰ্ম, উচ্চাৰণ আৰু প্ৰকাশ ভংগিমাৰ মাধ্যম ব্যৱহাৰ কৰি, তেওঁ পৃথিৱী জয় কৰিছে। আজিকালিৰ বহুতো গায়ক-গায়িকাৰ গীতৰ কথা পৰিষ্কাৰ নহয়, আকৌ বহুতে গীতৰ অৰ্থ নুবুজাকৈয়ে গীত গায়। হেমন্তদাই কোনোদিন ভালগাৰিটিৰ সৈতে আপোচ কৰা নাছিল। আকৌ ৰবীন্দ্ৰনাথ সম্পৰ্কে যেতিয়া কোনোবা বামপন্থী নেতাই কয়, আমি এই গীতক মানুহৰ দৰবাৰলৈ লৈ যাম, তেতিয়া চকু থাকিলে দেখিবলৈ পোৱা যাব যে হেমন্তদাই বহু আগতেই মাত্ৰ তেওঁৰ প্ৰকাশ ভংগিমাৰ সহায়ত ৰবীন্দ্ৰনাথক মানুহৰ মাজলৈ লৈ গৈছে। তেওঁৰ গীত শুনাৰ পাছত সাধাৰণ মানুহে ৰবীন্দ্ৰ সংগীত গাবলৈ আৰু ভয় নকৰা হ'ল। ৰবীন্দ্ৰপ্ৰেমী নহ'লেও যদি হেমন্তদাৰ কণ্ঠত ৰবীন্দ্ৰ সংগীত শুনিবলৈ পায় তেন্তে ৰবীন্দ্ৰ সংগীত শুনিবলৈ ভাল লাগি যাব।

আকৌ ফ্লেশ্বেক্ কৰিবলৈ মন গৈছে। তপন সিন্‌হা। প্ৰথমতে যেতিয়া তেওঁক লগ পাওঁ তেতিয়া তেওঁ এখন কথাছবি কৰি তেওঁৰ দ্বিতীয় ছবি 'কাবুলীৱালা' কৰিবলৈ চেষ্টা চলাইছে। ময়ো তেতিয়া 'এৰা বাটৰ সুৰ' কৰিবলৈ মানসিকভাৱে প্ৰস্তুত হৈছোঁ। এই বিষয়ে টালিগঞ্জৰ এটা ঘৰত বহি আমি প্ৰায়েই আলোচনা কৰিছিলোঁ। ওপৰৰ মহলাত উদয় শংকৰ থাকে। দেৱীকা ৰাণীৰ স্বামী হিমাংশু ৰায়ৰ বন্ধু পি এন ৰায়ে এই ঘৰটোৰ তলৰ মহলাত সৰু লেবৰেটৰী বহুৱাই ফিল্ম ছাৰ্ভিচ তৈয়াৰ কৰিছিল। সেই সময়ৰ ফিল্ম ছাৰ্ভিচত বৰ্তমান সময়ৰ দুজন নাম কৰা ব্যক্তিত্বই সংগ্ৰাম কৰা দেখিছোঁ। এজন হ'ল প্ৰভাত মুখাৰ্জী আৰু আনজন হ'ল নগাঁৱৰ ল'ৰা অসিত সেন। প্ৰভাত মুখাৰ্জীৰ তৎকালীন স্ত্ৰী অৰুন্ধতী দেৱীয়ে তেতিয়া 'মহা প্ৰস্থানেৰ পথে' ছবিত অভিনয় কৰি আলোড়ন সৃষ্টি কৰিছিল। অসিত সেনে তেতিয়া গ্লোব চিনেমাৰ সন্মুখত এভাৰেষ্ট ষ্টুডিঅ'ত স্থিৰ চিত্ৰশিল্পীৰূপে কাম কৰিছিল। মাজে মাজে অসিন সেনৰ সৈতে কথা পাতি পাতি নিউ এম্পায়াৰ চিনেমাৰ সমুখলৈ চাহ খাবলৈ যাওঁ। অসিত সেনক সকলোৱে মাণিক নামেৰে মাতিছিল। সেই চাহৰ বৈঠকলৈ প্ৰায়েই আন এগৰাকী মাণিক অৰ্থাৎ সত্যজিৎ ৰায় আহিছিল আড্ডা মাৰিবলৈ। সত্যজিৎ ৰায় সেই সময়তে 'পথেৰ পাঁচালী' কৰি ভাৰতবিখ্যাত হৈ উঠিছে। অসিত সেনে তেতিয়া প্ৰভাত মুখাৰ্জীৰ সহযোগিতাত চলাচল, পঞ্চতপা কথাছবি কৰি জনগণৰ দৰবাৰত প্ৰতিষ্ঠিত হৈ গৈছে। নগাঁৱতো এখন ডাঙৰ ৰেষ্টুৰা খুলি পেলাইছিল সেই 'চলাচল' কথাছবিৰ নামেৰে। অসিত আছিল প্ৰমথেশ বৰুৱা, অজয় কৰৰ

চিন্তাধাৰাৰ সাৰ্থক উত্তৰসূৰী পৰিচালক, যিসকলে কেমেৰাৰে গল্প একোটা লিখিবলৈ বিচাৰে। কাগজত নহয়, চেলুলয়ডত। এসময়ত অসিত ধুৰ তৰাৰ দৰেই ভাৰতীয় চলচ্চিত্ৰৰ আকাশত উদিত হৈছিল। তেওঁক অসমৰ নগাঁৱৰ ল'ৰা বুলিয়েই প্ৰশংসা কৰা নাই, পৃথিৱীৰ বিভিন্ন দেশৰ পৰা অভিজ্ঞতা সঞ্চয় কৰাৰ পাছতহে এই কথা কৈছোঁ। 'জীৱন তৃষ্ণা' ছবিৰ সংগীত পৰিচালনাৰ সময়ত পৰিচালক অসিত সেনৰ সৈতে আলোচনা কৰি ঠিক কৰা হ'ল ছবিত 'সাগৰ সংগমত' গীতটো ব্যৱহাৰ কৰা হ'ব। অসিতৰ প্ৰথম ছবি 'বিপ্লৱী' (অসমীয়া ছবি)ত মই এটা গান গাইছিলোঁ। সেই ছবিত গীত গোৱাৰ পাছতেই মই প্ৰথমবাৰৰ বাবে আমেৰিকালৈ যাত্ৰা কৰিছিলোঁ। অসিতৰ দেউতাক নগাঁৱৰ এজন উকীল আছিল। এতিয়াও মাজে মাজে অসিতক লগ পাওঁ। সাম্প্ৰতিক কালৰ যিসকল বিশিষ্ট ফিল্ম মেকাৰক আমি লগ পাইছোঁ তেওঁলোকৰ ভিতৰত অসিত সেনক নিশ্চয় মানুহে মনত ৰাখিব বুলিয়েই মোৰ বিশ্বাস।

বিহাৰত ডাঙৰ-দীঘল হোৱা তপন সিন্‌হা কলিকতালৈ আহিছিল ফিল্ম জগতত প্ৰতিষ্ঠিত হ'বৰ কাৰণে। সত্যজিৎ ৰায়ৰ দৰে বিশ্ববন্দিত মানুহৰো নম্ৰতা মই দেখিবলৈ পাইছোঁ। 'পৰশ পাথৰ' ছবিয়ে মুক্তি লাভ কৰিছিল দক্ষিণ কলিকতাৰ পূৰ্ণ চিনেমাত। সত্যজিৎ ৰায়ৰ আমন্ত্ৰণত চিনেমাখনি চাবলৈ গৈছিলোঁ। শ্বো আৰম্ভ হোৱাৰ আগমুহূৰ্তত ৰায়ে ক'লে, "অপাৰেটৰৰ ওচৰলৈ যাওঁ। কাৰণ, অপাৰেটৰেই আজি মোৰ ঈশ্বৰ। মই যিমানেই ভাল চিনেমা নকৰোঁ কিয় তেওঁলোকে যদি ভালকৈ নচলায় তেনেহ'লে কোনো লাভ নহ'ব।" এনে ধৰণৰ নম্ৰতা তেওঁৰ ক্ষেত্ৰত মই দেখিছোঁ। চিনেমা এখন মুক্তি দিয়াৰ সময়ত কিমান ধৰণৰ যে বাধা-বিপত্তিৰ সন্মুখীন হ'বলগীয়া হয়, সেইবোৰ কিমান ক'ম। শুনা যায়, বিৰোধী পক্ষই মানুহ ঠিক কৰি ৰাখে- যিসকলে চিনেমাখন বেয়া হৈছে বুলি চিঞৰ-বাখৰ কৰি চকী-বেঞ্চ ভাঙি দিয়ে; কাৰণে অকাৰণে হৈ চৈ কৰি নিন্দাবাদ কৰে। আকৌ আনহাতে এইদৰেও কৈ থোৱা হয়, চিনেমাখন বেয়া হ'লেও কথাই কথাই বাঃ বাঃ কৰিব লাগে, হাত তালি দিব লাগে। 'পৰশ পাথৰ' চিনেমাখন চাই হলৰ বাহিৰলৈ আহি মই বাৰাণ্ডাত থিয় হৈ সত্যজিৎ ৰায়ৰ সৈতে কথা পাতি আছিলোঁ। এনেতে কেইজনমান ডেকা ল'ৰাই হলৰ পৰা ওলাই আহি সত্যজিৎ ৰায়ক উদ্দেশ্য কৰি কোৱা শুনিলোঁ, "যা যা, পেৰিচৰ কাৰণেহে চিনেমা কৰগৈ।" তেওঁ নুশুনাৰ ভাও ধৰিলে। মই কিন্তু কথাখিনি শুনি দাঁত কৰচি ল'ৰাবোৰলৈ চাই পঠিয়ালোঁ। মোৰ খং উঠা দেখি তেওঁ কৈ উঠিল, "যিমানখিনি ভাল কৰাৰ ইচ্ছা আছিল সিমানখিনি হয়তো ভাল হোৱা নাই।" পৰশ পাথৰ চিনেমা সম্পৰ্কে নতুনকৈ ক'বলগীয়া একোৱেই নাই। কাৰণ, সেই চিনেমাখনে আজি পৃথিৱীৰ চলচ্চিত্ৰৰ ইতিহাসত এক বিশেষ স্থান অধিকাৰ কৰি ল'বলৈ সক্ষম হৈছে।

আকৌ এইটোও সঁচা, 'পথের পাঁচালী'ক সমগ্ৰ বিশ্বৰ মানুহে গ্ৰহণ কৰাৰ পাছতহে স্বদেশৰ মানুহে তাক সমাদৰ জনাইছে। যিজন প্ৰকৃত শিল্পী তেওঁৰ কেতিয়াও অহংকাৰ থকাটো উচিত নহয়। বিশ্ববিখ্যাত মাৰ্লন ব্ৰ্যাণ্ডো ইমান ডাঙৰ অভিনেতা, অথচ কিমান সহজ, সৰল মানুহ।

ছবি বিশ্বাসৰ দৰে চৰিত্ৰাভিনেতা আকৌ জন্ম হ'ব নে নাই সন্দেহ আছে। 'প্ৰতিশ্ৰুতি' নামৰ ছবিত মাত্ৰ এক মিনিটৰ বাবে পৰ্দাত দেখা দিছিল। তাতেই দৰ্শক মুগ্ধ হৈ গৈছে। 'জলসাঘৰ' কথাছবিৰ শ্বুটিং চাবলৈ গৈছিলোঁ। সত্যজিত ৰায়ে তেওঁৰ লাইটমেনসকলক নিৰ্দেশ দি আছে, ইমান নম্বৰ লাইটটো জ্বলাই দিয়া। ইমান নম্বৰ লাইটটো নুমুৱাই দিয়া। ছবি বিশ্বাসে তাৰ মাজতে আহি সুধিলে, 'ৰায় বাবু, আপুনি এই পাৰ্ট (চৰিত্ৰ)টো কেনেভাৱে হোৱাটো বিচাৰিছে? এনেভাৱে কৰা যায়, আকৌ তেনেকৈয়ো কৰা যায়। তেতিয়া সত্যজিৎ ৰায়ে ছবি বিশ্বাসৰ পিনে নোচোৱাকৈয়ে কৈছে, 'মই যেনেকৈ ক'ম তেনেকৈয়ে কৰিব'। দুয়োজনৰে ব্যক্তিত্ব চকুত পৰিল। এজনে লাইটৰ পৰা মুখ ঘূৰাই নোচোৱাকৈয়ে উত্তৰ দিলে আৰু আনজনে বুজাই দিলে যে যেনেদৰে বিচাৰে তেনেদৰেই অভিনয় কৰিব পাৰে। কোনোজনেই কম নহয়। সত্যজিৎ ৰায়েও পাছত স্বীকাৰ কৰিছে, সেই ছবিত তেনেকুৱা অভিনয় ছবি বিশ্বাসৰ বাহিৰে বোধহয় আন কাৰো পক্ষে সম্ভৱ নহ'লহেঁতেন।

মই যেতিয়া সৰু আছিলোঁ অন্নদাশংকৰ ৰায় তেতিয়া এজন প্ৰভাৱশালী বুৰোক্ৰেট। অথচ তেওঁৰ কলমৰ শক্তি দেখি মুগ্ধ হৈ গৈছোঁ। ১৯৬০ চনৰ অসমৰ ভাষা আন্দোলনৰ সময়ত তেখেতে 'অসম বাণী' কাকতত অসমীয়া ভাষাত এটি অসাধাৰণ প্ৰবন্ধ লিখিছিল। শিৰোনামা আছিল 'ড্ৰেগনৰ দাঁত'। এই প্ৰবন্ধৰ মাজেৰে তেওঁ ক'বলৈ বিচাৰিছিল যে, অসমীয়া ভাষাৰ ওপৰত যথেষ্ট অত্যাচাৰ হৈছে। তথাপিতো এই ভাষা মৰি যোৱা নাই। অন্নদাশংকৰ ৰায়ৰ এই লেখাৰ মাজেদি মই আৱিষ্কাৰ কৰিছিলোঁ, এজন অহংকাৰ নথকা প্ৰকৃত বঙালী পণ্ডিতক। সমগ্ৰ অসমৰ প্ৰকৃত বুদ্ধিজীৱীসকলে তেওঁৰ প্ৰতি নতশিৰে শ্ৰদ্ধা জনাইছিল। পৰৱৰ্তী সময়ত এখনি শান্তি সভাত অন্নদাশংকৰ ৰায়ে কৈছিল, 'ভূপেন তোমাৰ প্ৰতিটো পদক্ষেপ ঠিক আছে।' তেওঁৰ দৰে মানুহৰ সান্নিধ্যলৈ অহা প্ৰতিজন মানুহেই কৃতজ্ঞ থকা উচিত। উৎপল দত্তই সেই সময়তে লিখিছিল, 'হেমাংগ বিশ্বাস আৰু ভূপেন হাজৰিকাই যিদৰে অসমত সংখ্যালঘুসকলৰ সাংস্কৃতিক ঐতিহ্য বজাই ৰাখিবলৈ সংগ্ৰাম চলাইছে, পশ্চিমবংগত যদি কোনোবা অবঙালীৰ সাংস্কৃতিক ঐতিহ্য বিপন্ন হয় আমি জানো সেইদৰে সংগ্ৰাম কৰিম?'

সলিল চৌধুৰীয়ে সংগীতৰ জগতত এটা যুগ সৃষ্টি কৰিছিল। তেওঁৰ লেখাতো

সৰসতাৰ সন্ধান পাইছোঁ। মই শুনিবলৈ পাইছোঁ, সলিল চৌধুৰীয়ে বৰ ভালকৈ বাঁহী বজাব পাৰিছিল। এবাৰ উদয় শঙ্কৰে তেওঁৰ বিদেশ ভ্ৰমণৰ সময়ত সলিল চৌধুৰীক বাঁহীবাদক ৰূপে লৈ যাবলৈ বিচাৰিছিল। টিকেট কটাও হৈ গৈছিল। কিন্তু শেষ পৰ্যন্ত তেওঁ নগ'ল। তেওঁৰ প্ৰথমা পত্নী জ্যোতিয়ে তেওঁক বৰ সহায় কৰিছিল। জ্যোতিয়ে বৰ সুন্দৰ ছবি আঁকিব জানিছিল। সকলোৰে সাৰ্বিক সহযোগিতাত সলিল চৌধুৰী ভাৰতীয় সংগীতৰ ইতিহাসত ধ্ৰুৱতৰাৰ দৰে চিৰদিন জিলিকি থাকিব। শান্তিনিকেতনলৈ তেওঁক এবাৰ মাতিছিল। তাত তেওঁ সাহসেৰে কৈছিল, 'হে ৰবীন্দ্ৰ-সংগীত-শিল্পীসকল, গুৰুদেৱে (ৰবীন্দ্ৰনাথে) জানো লেখি থৈ গৈছে যে আপোনালোকে মাথোঁ তেওঁক ৰিপিট কৰি থাকিবলৈ! মোৰ জানিবলৈ মন গৈছে, শান্তিনিকেতনে আজিলৈকে এজন নতুন সুৰকাৰ সৃষ্টি কৰিব পৰা নাই কিয়? গুৰুদেৱে জানো লেখি থৈ গৈছে যে Thus far no farther. যদি সেইটোৱেই হ'লহেঁতেন, তেনেহ'লে পঙ্কজ মল্লিকক মাতি আনি কিয় কৈছিল যে তুমি মোৰ গানৰ সুৰ দিয়াঁ বুলি? কিয় এজন পঞ্জাবী মানুহ কুন্দনলাল ছায়গলক মাতি আনি কৈছিল, তুমি মোৰ গান গোৱাঁ বুলি?' অৰ্থাৎ ৰবীন্দ্ৰনাথ ঠাকুৰ অথবা নজৰুল ইছলামে নিশ্চয় আশা কৰিছিল যে অনাগত ভৱিষ্যতত আৰু বহুতো ৰবীন্দ্ৰনাথ আৰু নজৰুলৰ জন্ম হওক। তেওঁলোকে নিশ্চয় ভবা নাছিল যে তেওঁলোকৰ গীত-মাতবোৰেই যুগ যুগ ধৰি ৰিপিট হৈ থাকিব বা থাকক। এনে কথা তেওঁলোকে কেতিয়াও ক'তো উল্লেখ কৰা নাই, আমি যি সৃষ্টি কৰি গ'লোঁ তাৰ পাছত আৰু একোৱেই সৃষ্টি কৰা সম্ভৱপৰ নহয়।

সৰু কালত দেউতাই কৈছিল, তোক হেয়াৰ স্কুলত পঢ়াম। কিন্তু দেউতাৰ ইমান পইছা নাছিল। সেয়ে হেয়াৰ স্কুলত পঢ়া নহ'ল। ভাবিছিলোঁ, শান্তি-নিকেতনত পঢ়া-শুনা কৰিম। কাৰণ অসমীয়া হৈও বঙালী গীত আৰু বিশেষকৈ ৰবীন্দ্ৰ সংগীত প্ৰতিযোগিতাত প্ৰথম পুৰস্কাৰ পাইছিলোঁ। বঙালী আৰু অসমীয়া দুয়োটা ভাষাতেই মোৰ দখল আছিল।

সেয়ে দুয়োটা ভাষাই মোৰ অতি আপোন। মই অন্য পৰিবেশত ডাঙৰ-দীঘল হৈছোঁ। গোটেই পৃথিৱীখনেই আমাৰ পৃথিৱী। মাত্ৰ আমাৰ ঘৰখনেই আমাৰ পৃথিৱী নাছিল। কিন্তু ঘটনাক্ৰমে শান্তিনিকেতনত মোৰ পঢ়া-শুনা নহ'ল। সেয়ে আজিও শান্তিনিকেতনে মোক হাত বাউল দি মাতে। বহু সময়ত স-শৰীৰেৰে সম্ভৱ নহ'লেও মানসিকভাৱে মই প্ৰায়েই শান্তিনিকেতনলৈ গুচি যাওঁ। গুৰুদেৱে (ৰবীন্দ্ৰনাথে) যি বছৰত দেহ ত্যাগ কৰিছিল, সেই বছৰত মই কলিকতাৰ চেনোলা কোম্পানীত গীত ৰেকৰ্ডিং কৰিবলৈ গৈছিলোঁ। মনত আছে, কলিকতালৈ

যোৱাৰ পাছত মোৰ মেলিগনেণ্ট মেলেৰিয়া হৈছিল। বৌবাজাৰ ষ্ট্ৰীট আৰু আমহাৰ্ষ্ট ষ্ট্ৰীটৰ সংযোগ স্থলত থকা ক্যালকেটা হোটেলত আমাক থাকিবলৈ দিয়া হৈছিল। মোৰ এজন মোমাইদেউ আছিল অভিভাৱকৰূপে। তেওঁৰ ছেৰিব্ৰেল মেলেৰিয়াত মৃত্যু হৈছিল। এদিন চেলুনত চুলিখিনি আধা কটা হওঁতেই হঠাৎ দেখিলোঁ দোকান বজাৰ সকলোবোৰ বন্ধ হৈ গৈছে, বাটত তিল পৰিমাণে ঠাই খালী নথকা হৈ পৰিছে। কি হৈছে বুলি সোধাত ক'লে, ৰবি ঠাকুৰৰ মৃত্যু হ'ল।

ডাঙৰ হৈ শুনিছোঁ, প্ৰমথেশ বৰুৱাক ৰবীন্দ্ৰনাথ ঠাকুৰে বৰ ভাল পাইছিল। প্ৰমথেশ বৰুৱাৰ প্ৰথমা স্ত্ৰী মাধুৰী দেৱীৰ পৰা এটা মজাৰ কথা শুনিছিলোঁ। বৰুৱা পৰিয়ালৰ ল'ৰা-ছোৱালীবোৰে শান্তিনিকেতনত পঢ়া-শুনা কৰিছিল। এদিন ৰবীন্দ্ৰনাথ ঠাকুৰে প্ৰমথেশ বৰুৱাৰ স্ত্ৰীক ক'লে, প্ৰমথেশক মাতি আনিবিচোন। দেবদাস আৰু আন কেইখনমান চিনেমা কৰি প্ৰথমেশ বৰুৱা তেতিয়া ভাৰতবিখ্যাত হৈ গৈছে। স্বামীক কথাষাৰ কোৱাৰ পাছতো মাধুৰীয়ে ভয় কৰি আছিল - যদি ড্ৰিংক কৰি আহে নাইবা চিগাৰেট হাতত লৈ আহে! ৰবীন্দ্ৰনাথ বহি আছে। কাষত শৰৎচন্দ্ৰ চট্টোপাধ্যায় বহি আছে। ১৯৩৮/৩৯ চনৰ কথা। প্ৰমথেশ বৰুৱা আহিল। হাতৰ পৰা চিগাৰেটডাল পেলাই থৈ আহিছে। ৰবীন্দ্ৰনাথে ক'লে, 'প্ৰমথেশ, তুমি দেখিছোঁ শৰৎচন্দ্ৰ লৈয়েই পঢ়া-শুনা কৰিছাঁ। কিয় আমি গল্প-চল্প নিলিখোঁ নেকি? তেতিয়া প্ৰমথেশ বৰুৱাই অলপ সময় বৈ আনফালে চাই চাই কৈছে, 'গুৰুদেৱ, আপোনাৰ লেখাবোৰ চকুৰে চাবৰ কাৰণে নহয়। আপোনাৰ লেখাবোৰ উপলব্ধি কৰিবৰ কাৰণেহে। সেয়ে গল্পৰ সহায়ত বৰ বেছি ভাল ছবি হ'ব নোৱাৰে আৰু শৰৎ বাবুৱেতো চিত্ৰনাট্য লিখি ৰাখিছে। পঢ়িলেই চকুৰে দেখা যায়। মইনো ইয়াতকৈ অধিক আৰু কি কৰোঁ। মাত্ৰ কেমেৰাহে চলাওঁ।' দুয়োজনকে সন্মান জনাই কিছু সময়ৰ পাছত তেওঁ আকৌ গুচি গ'ল নিজৰ ঠাইলৈ। পাছত তেওঁ যমুনা বৰুৱাক বিলাতলৈ গৈ বিয়া কৰে। প্ৰথমা স্ত্ৰী মাধুৰী দেৱীকো ডাইভোৰ্চ কৰা নাছিল। সোতৰ বছৰ ধৰি দুয়োগৰাকী পত্নীৰ মাজত সম্পত্তিৰ কাজিয়া চলিছিল। প্ৰমথেশ বৰুৱা আৰু যমুনা দেৱীয়ে পৃথক পৃথককৈ পাছপ'ৰ্ট কৰি বিলাতলৈ গৈছিল। কিন্তু বিলাতৰ এজন বঙালী ভদ্ৰলোকে সাক্ষী দিছিল যে তেওঁৰ ঘৰতেই তেওঁলোক দুয়োৰে বিয়া হৈছিল। বিয়া নহ'লে সম্পত্তি নেপায়। সেয়ে তেওঁলোকৰ বিয়াৰ বিষয়টো প্ৰমাণিত হোৱাৰ পাছতহে দুয়োগৰাকী পত্নীয়ে সম্পত্তিখিনি সমানে দুভাগ কৰি ল'ব পাৰিছিল। কাৰণ তেওঁ সম্পত্তি কাৰো নামত উইল কৰি থৈ যোৱা নাছিল।

তেতিয়া হয়তো বহুবিবাহত কোনো ধৰণৰ বাধা নিষেধ নাছিল। বিয়া হোৱাৰ পাছত প্ৰমথেশ বৰুৱা আৰু যমুনা দেৱী, মিঠাৰ আৰু মিচেছ বৰুৱা হৈ একেখন পাছপৰ্টৰ সহায়ত দেশলৈ উভতি আহিছিল।

মই শিক্ষাক বৰ ভাল পাওঁ। এটা প্ৰজন্মৰ পৰা আন এটা প্ৰজন্মৰ মানুহৰ মাজলৈ সত্যক ট্ৰেন্সফাৰ কৰাৰ নামেইতো শিক্ষা। কোৱা বাহুল্য, এই শিক্ষাদানৰ আদৰ্শপীঠ শান্তিনিকেতনৰ প্ৰতি মোৰ গভীৰ শ্ৰদ্ধা আছে। ৰবীন্দ্ৰনাথৰ আদৰ্শেৰে সেই শান্তিনিকেতন জীয়াই থাকক যুগে যুগে – জ্ঞানৰ শত শত বন্তি জ্বলাই ——।

-ঃ সমাপ্ত ঃ-

## ড° ভূপেন হাজৰিকাৰ দ্বাৰা ৰচিত আৰু বাণী মন্দিৰৰ দ্বাৰা প্ৰকাশিত গ্ৰন্থাৱলী

- জ্যোতি ককাইদেউ
- বিষ্ণু ককাইদেউ
- বহাগ মাথোঁ এটি ঋতু নহয়
- বহ্নিমান লুইতৰ পাৰে পাৰে
- বহ্নিমান ব্ৰহ্মপুত্ৰ
- সময়ৰ পক্ষী ঘোঁৰাত উঠি
- কৃষ্টিৰ পথাৰে পথাৰে
- গীতাৱলী (সমগ্ৰ গীতৰ সংকলন)
- মই এটি যাযাবৰ (অনুলিখিত আত্মজীৱনী)
- সোঁৱৰণী মোৰ ৰাঙলী জীৱনৰ (ফটো এলবাম)
- সম্পাদকীয়
- সুন্দৰৰ সৰু বৰ আলিয়েদি
- নন্দনতত্ত্বৰ কৰ্মীসকল
- দিহিঙে দিপাঙে (ভ্ৰমণ কাহিনী)
- ভূপেন মামাৰ গীতে মাতে অ আ ক খ